# বেণুধৰ শৰ্ম্মা

৭৫ তম জন্মবাৰ্ষিকী উপলক্ষে

## অভিনন্দন গ্ৰন্থ



সংকলয়িতা

**শ্ৰীউপেন্দ্ৰ বৰকটকী**

A collection of tributes in Assamese to Sri Benudhar Sharma, the noted historian and litterateur of Assam on his 75th birthday. Edited by Sri Upendra Borkataky & Published by Kalpataru Samabai Granthalai, Kaliabar, Nowgong. Price : Rupees Five.

---


প্ৰকাশক :

কল্পতৰু সমবায় গ্ৰন্থালয়ৰ হৈ
শ্ৰীপ্ৰকাশ চন্দ্ৰ বৰদলৈ, কলিয়াবৰ, নগাঁও, অসম

বিতৰণ কৰোঁতা :

অসম-জ্যোতি,
সুৰাগপুৰ, বিহাবাৰী, গুৱাহাটী-৮

মুদ্ৰক :

শ্ৰীদেবপ্ৰসাদ মিত্ৰ
এলম্ প্ৰেছ,
৬৩, বিডন ষ্ট্ৰীট, কলিকতা-৬

প্ৰথম সংস্কৰণ
১৯৬৯

মূল্য : পাঁচ টকা



দিল্লীত প্ৰধান মন্ত্ৰী নেহৰুৱে শ্ৰীবেণুধৰ শৰ্মাক সাহিত্য একাডেমীৰ পুৰ[illegible] [illegible] ।

# কৃতজ্ঞতা স্বীকাৰ

এই সংকলনটি যুগুত কৰোঁতে বিভিন্ন প্ৰকাৰে সহায় কৰাত শ্ৰীঅতুল গোস্বামী এম, এল, এ, অধ্যাপক ভগপিৰী ৰায়চৌধুৰী, দেবেন্দ্ৰ নাথ মহন্ত, খগেন্দ্ৰ নাথ শৰ্মা, বিপিন গোস্বামী, নবেন বৰা, শম্ভু শইকীয়া, বিমল বৰা, প্ৰবোধ হাজৰিকা, নৰেন্দ্ৰ নাথ মহন্ত, ৰমেশ শইকীয়া, দিলীপ বৰা, বিজয় গগৈ, বাবুল বৰুৱা, ডিম্ব হাজৰিকা আৰু বৰুণ বৰকটকীৰ,

প্ৰায়বিলাক প্ৰবন্ধৰে পাণ্ডুলিপি তৈয়াৰ কৰি দিয়া বাবে শ্ৰীমতী থানেশ্বৰী মজুমদাৰ, ৰেখা দেৱী আৰু শ্ৰীমান শঙ্কৰ প্ৰসাদ কাকতী বৰাৰ,

সততে উৎসাহ দিয়া হেতুকে ধীৰেন্দ্ৰকুমাৰ খাতা, টাগাং টাকি, আফজলুৰ ৰহমান, তপোৰাম শইকীয়া, ভুবাকান্ত গোস্বামী, নিত্যকান্ত হাজৰিকা, গৌৰী খাওন্দ, দেবেন বৰা, প্ৰভাত গোস্বামী আৰু মোৰ ছাত্ৰ বন্ধু নৃপেন, অৰুণ, পুলিন, জগন্নাথ, তৰুণ (জখলাবন্ধা হাইস্কুলৰ ছাত্ৰ) আৰু ভনি, প্ৰণতি, তৃপ্তি আৰু শ্ৰীমতী নুকু খাওন্দৰ, আৰু

অত্যন্ত ব্যস্ততাৰ মাজতো আমাৰ অনুৰোধ ৰক্ষা কৰি দিহা-পৰামৰ্শ দি সহায় কৰাত শ্ৰীঅজিত কুমাৰ শৰ্মা দেৱলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কলিয়াবৰ সাহিত্য সভা আৰু জ্ঞানজ্যোতি চক্ৰই আমাৰ অনুৰোধ ৰক্ষা কৰি সংকলনটি আনুষ্ঠানিক ভাবে উন্মোচন কৰাৰ দায়িত্ব হাতত লৈছে। গুণীজনৰ প্ৰতি উপযুক্ত সন্মান প্ৰদৰ্শন কৰিবলৈ ওলোৱাত অনুষ্ঠান দুটিৰ কৰ্মকৰ্তা সকলৰ শলাগ ললোঁ। ইতি—

শ্ৰীউপেন্দ্ৰ বৰকটকী

সংকলয়িতা

# সংকলয়িতাৰ নিবেদন

কলিকতাৰ কলেজত এদিনাখন এজন অধ্যাপকে "আসামীৰা জংঘলী" বুলি অসমীয়া জাতিটোৰ বিষয়ে কোৱাত পাচৰ শাৰীৰ বেঞ্চত বহি থকা এজন অসমীয়া ছাত্ৰই সহিব নোৱাৰি লগে লগে প্ৰতিবাদ কৰিলে—"হয় অধ্যাপকজনে সেইকথা তুলি লওক, নহয় প্ৰমাণ কৰক।" প্ৰতিবাদ কেৱল মুখেৰে কৰিয়েই নেৰিলে, প্ৰামাণ্য গ্ৰন্থেৰে প্ৰমাণ কৰি দেখুৱালে, অসমীয়া জাতি জংঘলী নহয় বা পাবত গজা জাতিও নহয়। সেই বাদ-প্ৰতিবাদৰ লগত যিজনৰ ভৱিষ্যত জীৱনাদৰ্শৰ সম্পৰ্ক, যিজনৰ কথা আৰু কামৰ মাজত কোনো বিৰতি নাই, যাৰ শ্বাস-প্ৰশ্বাসৰ লগত জাতীয় প্ৰীতিৰ সম্বন্ধ, যিজনৰ আত্মোপলব্ধিৰ তুলনা নাই সেইজন স্বনামধন্য বেণুধৰ শৰ্ম্মাক কেৱল বুৰঞ্জীবিদ্ বুলি কলেই ভুল কৰা হব, তেখেত একেবাৰে সু-সাহিত্যিক, প্ৰত্নতত্ত্ববিদ্ গবেষক, সাংবাদিক, হাস্যৰসিক, সমাজ-সংস্কাৰক, জাতীয়তাবাদী, স্বাধীনতা আন্দোলনৰ আগৰণুৱা যোদ্ধা, ভ্ৰাম্যমান সাহিত্যিক আৰু নতুন পুৰণিৰ সমন্বয় ৰক্ষক।

বহুমুখী প্ৰতিভাৰ অধিকাৰী বেণুধৰ শৰ্ম্মাৰ ১৮১৬ শকত ভিম্বেশ্বৰ শৰ্ম্মাৰ ঔৰষত আৰু তুলসী দেৱীৰ গৰ্ভত চাৰিঙত জন্ম হয়। ১৮২৭ শকত প্ৰাইমেৰী পৰীক্ষা দি তিনি বছৰলৈ তিনিটকীয়া বৃত্তি লাভ কৰে আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলৰ ক্লাছ 'এইটত (এতিয়াৰ Class IV) নাম লগায়। সেই স্কুলৰ হেডমাষ্টৰ পূৰ্ণচন্দ্ৰ মহিন্তা আৰু সহকাৰী শিক্ষক করুণাকান্ত দাসগুপ্ত, বামেশ্বৰ বৰুৱা, গোপালগোবিন্দ কৰ, দিল মহম্মদ হাজৰিকা, ধৰ্ম্মেশ্বৰ কাকতি, কেশবানন্দ ভৰালী, চন্দ্ৰকান্ত বৰপুজাৰী, যজ্ঞেশ্বৰ বৰঠাকুৰ আৰু মুক্তালাল কাঠবৰুৱা আদি শিক্ষাগুৰু সকলৰ আৰ্দ্দহি কিশোৰ বেণুধৰক অনুপ্ৰাণিত কৰি তুলিলে। এই

সকলৰ কথা আজিও তেখেতে কৈ থাকে। ছাত্ৰ হিচাবে তেখেত তীক্ষ্ণ আৰু মেধাবী আছিল। শ্ৰেণীত ভাল স্থান লাভ কৰাৰ উপৰি "ডবল প্ৰমোচনো" পাইছিল। পঢ়াশালীত থকা অৱস্থাতে ভগৱতী প্ৰসাদ বৰুৱাৰ সৈতে যুটীয়াকৈ 'জেউতি' ( ১৯১২—১৩—১৪ ) নামৰ আলোচনী সম্পাদনা কৰে আৰু তাত নিয়মীয়াকৈ গল্প, কবিতা, প্ৰবন্ধ আদি লিখিবলৈ লয়। ভগৱতী প্ৰসাদ আৰু তেওঁৰ বাহিৰেও আলোচনী খনত সততে বিমলাকান্ত বৰুৱা, ইন্দ্ৰনাথ কাকতী, দূৰ্গাধৰ বৰুৱা, নাৰায়ণ চন্দ্ৰ ভূঞা, হৰিনাথ গগৈ, প্ৰেমেশ্বৰ লাহন, ফিৰদৌছ আলি, আবদুল হামিদ আদি ছাত্ৰই লিখিছিল। সেই সময়ত শিৱসাগৰত দেওবাৰে দেওবাৰে বাল্যাশ্ৰম আৰু ছাত্ৰসভাৰ অধিবেশন বহিছিল আৰু তাত শৰ্ম্মাকে প্ৰমুখ্য কৰি সকলো ছাত্ৰই প্ৰৱন্ধ, কৱিতা আদি পাঠ কৰাৰ উপৰিও বক্তৃতা দিয়াৰ অভ্যাস কৰিছিল। ইয়াৰ পিছতেই শ্ৰীপদ্মধৰ চলিহাই ( অধ্যক্ষ ) স্থাপন কৰে "বিমলালয় সভা। মানসিক পৰিপুষ্টিৰ উৎকৰ্ষ সাধন কৰাটোৱেই আছিল সেই সভাৰ উদ্দেশ্য। নৱম মান শ্ৰেণীত পঢ়ি থাকোতেই ডিব্ৰুগড়ৰ পৰা ওলোৱা 'আলোচনী' কাকতত প্ৰথম ছপা আখৰত তেখেতৰ 'হৃদয়ৰাজ্য' নামৰ প্ৰৱন্ধটি ওলায় আৰু তেতিয়াই চেমনীয়া বেণুধৰে মনত নতুন সাহ, নতুন উদ্দীপনা লাভ কৰে। ১৯১৪ চনত প্ৰবেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ ৺ৰাধিকানাথ শৰ্ম্মাৰ দ্বাৰাই প্ৰতিষ্ঠিত ফুলেশ্বৰী মাইনৰ স্কুল আৰু যোৰহাটৰ বেজবৰুৱা স্কুলত অলপ দিন শিক্ষকতা কৰে। বেজবৰুৱা স্কুলত শিক্ষকতা কৰি তেখেতে এইটি অভিজ্ঞতাকে লাভ কৰিলে— "লৰাৰ মগজু কেঁচা সোণ—ঘঁহিলে পিহিলে চিকচিকাই থাকিব।" ( অৰ্ঘ্যাৱলী )

কটন কলেজত নাম লগোৱাৰ সুবিধা কৰিব নোৱাৰি, শৰ্ম্মাই কলিকতাৰ বঙ্গবাসী কলেজত নাম লগায় গৈ, কিন্তু তেখেতৰ মন কেৱল অধ্যয়নতে আবদ্ধ হৈ নাথাকিল। এ, এছ, এল, ক্লাব, ছাত্ৰ সম্মিলন আদিৰ কামত জড়িত হৈ পৰে। তাত থাকোতেই ভেনিয়েলো

ডি'ক্বই লিখা "ৰবিঞ্চন ক্রু চ'খন গোৱালপাৰাৰ গিৰীন্দ্রনাথেৰে লগ লাগি অসমীয়াত ভাঙনী কৰে। দুয়ো তেতিয়া বঙ্গবাসী কলেজৰ সহপাঠী আছিল। সেইখনেই তেখেতৰ প্রথম ছপা পুথি।

১৯১৬ চনত সাহিত্য সম্রাট বেজবৰুৱাৰ সৈতে বেণুধৰৰ প্রথম পৰিচয় ঘটে। ইয়াৰ আগতে দুয়োৰে চিঠিপত্রৰ যোগাযোগহে চলিছিল। শৰ্ম্মাদেৱৰ লেখনি পঢ়ি বেজবৰুৱাই কৈছিল: "তোমাক মই বুঢ়া বুলিহে ভাবিছিলো। পিছে তুমি দেখোন চেঙেলীয়া হে।" উল্লেখযোগ্য যে শৰ্ম্মাদেৱৰ প্রথমৰ লেখনি বিলাক চিন্তা গধুৰ আছিল আৰু বেজবৰুৱাই সেয়েহে তেওঁক বয়সস্থ লোক বুলি ভাবি লৈছিল। কলিকতাত পঢ়ি থাকোতে এনীবেচাণ্ট আৰু হীৰেণ মুখাৰ্জীৰ লিখনীয়ে তেওঁক প্রভাবান্বিত কৰিছিল। সেই সময়ত তাত থকা প্রায় সকলো অসমীয়া ছাত্রই কম বেছি পৰিমাণে সাহিত্য সেৱা কৰিছিল। বেণুধৰ শৰ্ম্মাৰ আগা-পিছা সাহিত্যসেৱী সকল আছিল:—বন্ধুকান্ত বৰকাকতী, লক্ষ্মীনাথ ফুকন, কৃষ্ণকান্ত সন্দিকৈ, নকুলচন্দ্র ভূঞা আদি। তেওঁলোকৰ সমসাময়িক সকলো ছাত্রই ভাষা-সাহিত্যক বিভিন্ন সম্ভাৰেৰে চহকী কৰি থৈছে। এই সময়তে দাৰ্শনিক কবি বন্ধুকান্ত বৰকাকতীৰে সৈতে তেখেতৰ ঘনিষ্ঠতা গঢ়ি উঠে আৰু পিচৰকালত দুয়ো অভিন্ন-হৃদয় হৈ পৰে। দুয়োৰে অৱশ্যে জীৱনৰ ধাৰা, আদৰ্শৰ ধাৰা সম্পূৰ্ণ বেলেগ। এজনে বিশ্ব-ব্রহ্মাণ্ড, প্রকৃতি আৰু জটিল তত্বকথা লৈ আত্মহাৰা হৈ থাকে আৰু আনজনে মানুহ, মানুহৰ সমাজখন, টোকোৰা বাঁহৰ কুটা আৰু বুৰঞ্জীৰ সমল বিচাৰি ভূ-ভাৰতখন চলাথ কৰি ফুৰে। সেয়ে হলেও দুয়োৰে অভিন্ন-হৃদয়ৰ সাক্ষ্য দিয়ে দুয়োৰে মাজত আদান-প্রদান হোৱা চিঠিপত্রবোৰে। কলিকতাত তেওঁলোক গোনেই ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ ঘৰটিত আছিল। তেখেতৰ সেই নামৰ প্রবন্ধ এটিত কলিকতাৰ ছাত্র-জীৱনৰ মধুৰ স্মৃতিৰ কথা জীৱন্ত হৈ পৰিছে।

১৯২০ চনত মহাত্মা গান্ধীৰ উদ্দীপ্ত ভাষণত উতলা হৈ বেণুধৰ শৰ্ম্মাই বি, এ পৰীক্ষা নিদি অসমলৈ উলটি আহিল। শিক্ষাৰ জীৱনো

সিমানতে বিসর্জ্জিত হ'ল। বেণু শর্ম্মাৰ জীৱনৰ সোঁতে ন-গতি ললে। সমগ্ৰ দেশব্যাপী মুক্তি সংগ্ৰামৰ যি জুৱা জুই জ্বলি উঠিল সি অসমকো ছানি ধৰিলে। তেখেতৰ জন্মস্থান চাৰিঙও বিপ্লৱৰ ঐতিহ্য আগৰে পৰাই আছিল। অসমৰ স্বাধীনতা আন্দোলনৰ প্ৰথম শ্বহীদ মণিৰাম দেৱানৰ জন্মস্থান আছিল চাৰিঙেই। উল্লেখযোগ্য যে শৰ্ম্মা-দেৱৰ ব্যক্তিত্ব আৰু আদৰ্শত দেৱানৰ মহান গুণৰাজিৰ প্ৰভাৱ পৰিছিল আৰু সেই প্ৰভাৱেই তেওঁক মণিৰাম দেৱান গ্ৰন্থখনি লিখিবলৈ প্ৰেৰণা যোগালে। দেৱানক পোনপ্ৰথমে পোহৰৰ পথলৈ আনে শৰ্ম্মাদেৱেহে। এই গ্ৰন্থখনিত অসমৰ এটা যুগৰ নিলিখা ইতিহাসো প্ৰকাশ পাইছে। কলিকতাৰ পৰা তেখেত আহি আন্দোলনত সৰ্বান্তঃকৰণেৰে যোগ দিলে। ১৯২১ চনত কেইমাহমান জাজী হাইস্কুলত শিক্ষকতা কৰে। শিক্ষকতা আদি নামতহে, তাকে আলম লৈ অসহযোগ আন্দোলনৰ প্ৰস্তুতি চলোৱা কাৰ্য্যটোহে আছিল মুখ্য। ১৯২২ চনৰ জানুৱাৰী মাহত পুলিচে তেখেতক গ্ৰেপ্তাৰ কৰে। বন্দী হৈ থকা অৱস্থাতে পিতৃ-বিয়োগ ঘটাত জৰিমনা দি প্ৰায় ৩ মাহৰ মূৰত জেলৰ পৰা ওলাই আহিব লগাত পৰে। ইতিমধ্যে ঘৰৰ দায়িত্ব আৰু আৰ্থিক হেঁচাই তেখেতক পেপুৱা কৰি তোলে। কিছুদিন ঘৰত থাকি ৰাধাকান্ত ফুকনৰ সহায়ত হাতী মহলত সোমায়। হাতী মহললৈ গৈ যি অভিজ্ঞতা লাভ কৰিছিল সেই কথা তেওঁৰ "হাতীখেতৰ কথা" আৰু সেই সম্পৰ্কীয় আন লিখনিত সুন্দৰকৈ প্ৰকাশিত হৈ আছে। শৰ্ম্মাৰ লেখনিত পৰি সাহিত্যৰো ই এটা উৎকৃষ্ট সমল হৈ পৰিছে। সময়ৰ লগে লগে মনৰ অৱস্থা আৰু পৰিবেশেও ৰূপ সলায়। হাতী মহলত থাকোতেও কংগ্ৰেছৰ কাম চলায়েই আছিল। ১৯২৫ চনত তেওঁ প্ৰদেশ কংগ্ৰেছৰ সদস্য নিৰ্ব্বাচিত হয় আৰু ১৯৩৭ চনলৈকে সদস্য হৈয়ে থাকে। ১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় কংগ্ৰেছ অধিবেশনত "কংগ্ৰেছ গাইড" প্ৰনয়ণ কৰে। কিন্তু হঠাতে ১৯৩৭ চনত ৰাজনীতিত মনোমালিন্য ঘটে।

"ক্ষমতাৰ প্ৰশ্ন" থকাৰ কাৰণেই মনোমালিন্য অস্বাভাৱিক আৰু আকস্মিকভাবেই হয়তো দেখা দিয়ে। বেণুধৰ শৰ্ম্মায়ো মনোমালিন্য ঘটাত কংগ্ৰেছ ত্যাগ কৰি—"ঘৰফলীয়া কংগ্ৰেছ" নামৰ আন এটা সমান্তৰাল অনুষ্ঠান গঠন কৰে। তেতিয়াই অসম কেশৰী অম্বিকাগিৰীৰ সৈতে তেওঁৰ ঘনিষ্ঠতা দৃঢ় হয় আৰু ৰায়চৌধুৰী সম্পাদিত "ডেকা অসম"ৰ প্ৰধান পৃষ্ঠপোষক আৰু প্ৰচাৰক হয়। ৰাজনীতিয়ে তেখেতক আৰু জুমুৰিলে।

ৰাজনীতি ত্যাগ কৰি বেণুধৰৰ লাভ লোকচান যিয়েই নহওক লাগে—অসমীয়া সাহিত্যৰ কিন্তু যথেষ্ট লাভ হ'ল। বেণুধৰ শৰ্ম্মা ৰাজনীতিতে সোমাই পৰা হ'লে তেখেতৰ লিখনীৰ পৰা 'কংগ্ৰেছৰ কাচিয়লী ৰ'দত্তৰ' দৰে গ্ৰন্থ আমি পালোহেতেন নে নাপাওঁ- এই প্ৰশ্নৰ উত্তৰ এতিয়া নিশ্চয় অনিশ্চয়তাৰ গৰ্ভতে থাকিলহেতেন!

ৰাজনীতি কৰি থকাৰ লগে লগে বৈষয়িক চিন্তাই তেখেতক ৰৰ জুকলা কৰে। ১৯৩২ চনৰ পৰা ৩৪ লৈকে চাবিগুড থাকি খেতি বাতি কৰে আৰু "আমাৰ দোকান" নামেৰে এখন দোকান প্ৰতিষ্ঠা কৰে। ১৯৩৫ চনত বাগ্মীবৰ নীলমণি ফুকনৰ সম্পাদনাত ওলোৱা "বাতৰিৰ" সহকাৰী সম্পাদক নিযুক্ত হয়। সাংবাদিক জীৱনতো তেখেতৰ নানান বিপৰ্য্যয় ঘটে। ১৯৩৬ চনত তাৰ পৰা আহি চাবিগুৰ উন্নয়নৰ নিমিত্তে বিভিন্ন অনুষ্ঠান পাতি সেইবোৰৰ গুৰি ধৰে। তাৰ উপৰি "পায়নীয়েৰ" 'অমৃতবাজাৰ পত্ৰিকা', 'টাইমচ অব আসাম' আদি কাকতলৈ মাজে সময়ে দুই এখন চিঠিপত্ৰ বা সৰু প্ৰবন্ধও লিখিছিল। কংগ্ৰেছত সোমাই তেখেতে লেখিবলৈ পাহৰি পেলালে। ইয়াৰ আগেয়ে তেখেতে 'Assam Review' কাকতত ইংৰাজী প্ৰবন্ধ লিখিছিল। ১৯৩৯ চনত ডিব্ৰুগড়ত নন্দেশ্বৰ চক্ৰবৰ্ত্তীয়ে প্ৰতিষ্ঠা কৰা "তৰুণ অসম" কাকতৰ দায়িত্ব লবলৈ তেখেতক অনুৰোধ জনোৱাত তেখেত তিনিবছৰ সেই কাকতৰ সম্পাদক হয়।' ৩৭ চনৰ পৰা '৪৭ চনলৈকে এই সময়ছোৱাত তেওঁৰ মূৰৰ ওপৰেদি নানান ঘাট-প্ৰতিঘাট পাৰ হৈ যায়।

তথাপি লিখনীৰ বন্তি গছি চিমিক ঢামাককৈ জ্বলিয়েই আছিল। তেল শলিতা এক প্ৰকাৰ নাইকিয়াই হৈছিল। '৪৭ চনত তেওঁৰ সহোদৰ ভ্ৰাতৃ ধৰ্ম্মেশ্বৰ শৰ্ম্মা ঢুকোৱাত মৰণান্তিক বেজাৰ পায়। '৫০ চনলৈকে চাৰিগুৰ নিজা ঘৰতে থাকে। সেই চনতে কলিকতালৈ গৈ মণিৰাম দেৱান খন প্ৰকাশ কৰি উলিয়ায়। ইয়াৰ আগবছৰত দিল্লীত অনুষ্ঠিত হোৱা বুৰঞ্জী কংগ্ৰেছৰ অধিবেশনলৈ চাৰিগুৰ পৰাই অসমৰ প্ৰতিনিধিত্ব কৰে। সেই সময়তে তেওঁৰ বৰপুতেক শ্ৰীঅজিত কুমাৰ শৰ্ম্মা এলাহাবাদৰ পৰা আহি গুৱাহাটীৰ কলেজত অধ্যাপনা কৰেহি। বেণুধৰ শৰ্ম্মাও তেতিয়া চাৰিগুৰ পৰা গুৱাহাটীলৈ আহে।

অসমৰ শিক্ষা-সংস্কৃতি, ৰাজনীতি আদি সকলোৰে স্নায়ুকেন্দ্ৰ গুৱাহাটীতে তেওঁৰ ন-পুৰণি লেখক সকলৰ সৈতে ঘনিষ্ঠতা গঢ়ি উঠিল। তাতেই তেওঁ নিৰবিচ্ছিন্নমনে সাহিত্যসেৱা কৰিবলৈয়ো সুবিধা পালে। অসম সাহিত্য সভাৰ সভাপতি, সাহিত্য একাডেমীৰ বঁটা আদিৰ সম্মানো তেওঁ গুৱাহাটীতে লাভ কৰিলে। তদুপৰি বিভিন্ন অনুষ্ঠানৰ গুৰু দায়িত্ব বহনৰ ভাৰ তেখেতৰ ওপৰতে পৰিল।

সাহিত্যসেৱা তেওঁৰ জীৱনৰ ব্ৰত। সমস্যাৰ মেৰপাকত পৰি সময়ত সাহিত্য সেৱা কৰিবলৈ এৰি হাতীমহলত লাগিলেও, সময়ত খেতি-বাতি, দোকান-পোহাৰ আদি বিষয়-জঞ্জালত সোমাই পৰিলেও সাহিত্য সেৱা আৰু বুৰঞ্জীৰ উৎস বিচৰাই হ'ল তেখেতৰ লক্ষ্য আৰু সাধনা—ই তেখেতৰ কাৰণে অৱসৰ বিনোদনৰ বস্তু নহয়।

সাহিত্যসেৱা কৰিবলৈ তেখেতে অনুপ্ৰেৰণা পাইছিল বিশেষকৈ পদ্মনাথ গোহাঞি বৰুৱাৰ পৰা। ১৯০৫ চনতেই এই গৰাকী মহান সাহিত্যিকৰ উৎসাহ অনুপ্ৰেৰণা বেণুধৰে লাভ কৰিছিল। তেতিয়া বেণুধৰৰ বয়স আছিল ১২ কি ১৩। ১৮৩৫ শকৰ এটা সংখ্যাৰ "আলোচনী"ত নকুল ভূঞা আৰু তেখেতৰ কবিতা একেলগে প্ৰকাশ পাইছিল। সেইদিনা দুয়ো চাৰিঙত লগ খায়। কবিতা প্ৰকাশ হোৱাৰ কাৰণে দুয়োৰে উলাহৰ পাৰ নাই। তেখেত সকলে সেই সময়ত

বলদেৱ মহন্তৰ কিতাপ পঢ়িছিল। মহন্তৰ কিতাপে তেওঁলোকক অসীম আনন্দ দিছিল।

বেণুধৰ শৰ্ম্মাই সৰুতে গল্প আৰু কবিতাও লিখিছিল। সুতুলি, এছাৰি শিঙীয়া, বংশীবদন, পথালিচকুৱা, "বাছোতা" আদি ছদ্ম নামেৰে ভালেমান গল্প আৰু ব্যঙ্গৰচনা তেখেতে লিখিছিল। অৱশ্যে, বুৰঞ্জী-মূলক প্ৰবন্ধ ৰচনাৰ ওপৰতহে মন-প্ৰাণ সপি দিয়ে। এটি নীৰস বিষয়বস্তুক নিজস্ব ভাষাৰে সজীৱ আৰু স্পন্দনপূৰ্ণ কৰি পাঠকক হাঁহিৰে আপোন-পাহৰা কৰি পেলাব পৰা কৌশল বেণুধৰ শৰ্ম্মাৰ বাহিৰে এতিয়া আন কাৰেই বা আছে! অসমীয়া গদ্য সাহিত্যৰো এটা সুকীয়া ধাৰা তেওঁৰ লেখনীত প্ৰকাশ পাইছে। এই লেখনীয়ে অসমীয়া ভাষা-সাহিত্যৰ ঐতিহ্যকে প্ৰকাশ কৰিছে।

তেখেতৰ উদ্যম প্ৰেৰণা আৰু কষ্ট সহিষ্ণুতা দেখিলে তবধ মানিব লাগে। কৰবালৈ সভা-সমিতিলৈ গ'লে কেৱল বক্তৃতা এটি দিয়েই পাল মাৰি নাহেগৈ। সেই ঠাইৰ ঐতিহ্য, তাৰ পুৰণি স্মৃতিচিহ্ন বিলাক নিজে চাই আহিব, কাৰোবাৰ ঘৰত পুৰণি পুথি পাজি পালে সেইবিলাকৰ অনুসন্ধান কৰিব আৰু সেই বিলাক আনি সমজুৱাক নিজে পঢ়ি শুনাই তাৰ অৰ্থ বুজাই দিব আৰু তাৰ ঐতিহাসিক তথ্যবিলাক "টোকোৰা বাঁহৰ কুটাত' সুমুৱাই থব। ইয়াৰ দ্বাৰা ঐতিহাসিক তথ্য সংৰক্ষণ হোৱাৰ উপৰিও ভৱিষ্যত বংশধৰ সকলে পুৰণিক চাবলৈ মনত উৎসাহ পাব। সময়ত সেইবিলাকৰ দ্বাৰাই আলোচনা আৰু গবেষণা কৰাৰ পথ পৰিষ্কাৰ হব। সেই কাৰণেই তেওঁক পুৰণি আৰু নতুনৰ সমন্বয় সাধক বুলি কব পাৰি। অতীতৰ প্ৰতি তেওঁৰ অটল বিশ্বাস। অতীত অসমৰ ঐতিহ্য সন্মুখত ৰাখি বৰ্ত্তমানক গঢ় দিব নোৱাৰিলে আমাৰ জাতীয় অস্তিত্ব নাথাকিব বুলি তেখেতে সন্দেহ কৰে। সেয়েহে তেখেতৰ লেখনীত অতীতৰ বীৰ-বীৰাঙ্গনা সকলৰ কাহিনীয়ে অসমৰ শৌৰ্য্য-বীৰ্য্যৰ কীৰ্ত্তি ৰক্ষা কৰি আছে। সেই আদৰ্শ লৈ দেশখন গঠন কৰাই হ'ল তেখেতৰ জীৱনৰো দৰ্শন। মণিৰাম দেৱানৰ উপৰি 'অৰ্ঘ্যাৱলী' আৰু

'কংগ্ৰেছৰ কাচিয়লি ৰ'দত' বৰ্ণিত লোকসকলৰ আদৰ্শই তেখেতৰ মনৰ মণিকোঠাত গভীৰ প্ৰভাৱ পেলাইছিল। এইবিলাকত মানৱ প্ৰীতিয়েও শ্ৰেষ্ঠস্থান অধিকাৰ কৰিছে। এই কেইখন গ্ৰন্থ শৰ্ম্মাদেৱৰ নিজৰো বৰ মৰমৰ।

এইজন লেখকৰ প্ৰকাশিত পুথিৰ সংখ্যা এতিয়ালৈকে ২০ খন। তদুপৰি অসম তথা ভাৰতৰ বিভিন্ন বাতৰি কাকতত আৰু আলোচনীত অপৰ্য্যাপ্ত প্ৰবন্ধ পাতি সিচৰতি হৈ পৰি আছে। শদিয়াৰ পৰা ধুবুৰীলৈ এই গোটেইখন তেখেতৰ আপোন। কেতিয়াবা ঘৰ ক'ত বুলি সুধিলে কয় —গুৰি চাৰিঙত,—হেডালিখন গোটেই অসমত।" শৰ্ম্মাদেৱৰ অপ্ৰকাশিত গ্ৰন্থৰ ভিতৰতো এতিয়া দহ-বাৰ খন যুগুত হৈ আছে। "মজিয়াৰ পৰা মেজলৈ" নাম দি তেখেতে আত্মজীৱন কাহিনীও এতিয়া লিখি আছে।

অসমীয়াৰ ঐতিহ্য বহন কৰা এইজন লোকৰ ৭৫ তম জন্ম দিৱসত তেখেতক এখনি অভিনন্দন গ্ৰন্থ অৰ্পণ কৰাৰ আঁচনি হাতত লওঁতে। আমাৰ এই প্ৰচেষ্টাত যি সকল লেখক-লেখিকাই অনুৰোধ ৰক্ষা কৰি সংকলনটি সমৃদ্ধ কৰি তুলিছে তেখেত সকললৈ আন্তৰিক কৃতজ্ঞতা জনাইছো। শৰ্ম্মাদেৱৰ ব্যক্তিত্বৰ বিভিন্ন দিশৰ ওপৰত আলোচনা কৰাৰ ওপৰত আমি গুৰুত্ব দিছো, কিমানদূৰ কৃতকাৰ্য্য হৈছো সেইটো বিচাৰৰ ভাৰ সহৃদয় পাঠকৰ ওপৰতহে।

হাটবৰ, নগাওঁ
১৫ জুন, ১৯৬৯

শ্ৰীউপেন্দ্ৰ বৰকটকী

# সূচীপত্ৰ

## বেণু অৰ্ঘ্য

—শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

'শ্ৰী'ও নালাগে, 'দেৱ'ও নালাগে
বিশেষণো একো নাই ;
চাৰিং বজাৰ ৰাজপুত হৈ
হাজী কৰিবলৈ যায়।

মখনা হাতীৰ পিঠিত সেইখা
ফান্দীক লগত লৈ,
যায় বেণুধৰ হোকাঁ-চিলিমৰ
জোলোঙা কাষত থৈ।

হাতীৰ খেতত খাতি বজিবলৈ'
গায় গোবিন্দৰ গীত ;
"শুনি চাওঁ মন তুমি এড়াইবা কমনে
ফান্দোৱাল গোবিন্দৰ ধৰিয়ো চৰণে।".....

চতাই পৰ্ব্বত ধুৰ্বলি-কুৱলী
কোনে ভাত ৰান্ধি খায় ?
ভৈয়ামত বিঙিয়াই দে'খৰ ডেকা লৰাই
চাৰিওত বেণুধৰ নাই।

খুঁটি যেন দেহা, চাহিতনা মুখ
বহল বুকুৰ ঊৰ,

ভাষা-সাহিত্যৰ মাজেদি সৰকি
সভাত মাৰেছি খুম্।

"ভুগৰিত" থৈ এগাছি শলিতা
কোনে অৰিহণা দিয়ে।
"কাঁচিয়লি ৰ'দত" বহি-বহি কোনে
ৰেবাৰৰ ৰস পিয়ে?

ৰৰ পেৰা যেন পেটত সুমাই
সুৰদি শব্দ-কোষ
সাহিত্য-সভাৰ বীৰ কৰ্ণধাৰ
বেণুধৰ আশুতোষ।

ৰাইকে-বচনে পিন্ধনে-উৰণে
খাঁটি অসমীয়া লোক
অসমৰ কথা কওঁতে ৰাপুৰ
পেটতো নালাগে ভোক।

উজানত শদিয়া, ভাটীতে ধুবুৰী
অসমৰ মুলুকখন,
বুকুৰে ভিতৰত আঁকি বেণুধৰে
ৰহলাই মেলিলে মন।

মাজে বৈ যোৱা শ্ৰীলুইতৰ
ন-গুণ দেহতে লৈ
হাঁহে বেণুধৰে ভাষা-জননীৰ
চেনেহী কথাকে কৈ।

ৰসে ভৰপূৰ বচন মধুৰ
শ্ৰীবেণুধৰ শৰ্ম্মা

সাহিত্য-বুৰঞ্জী, যোজোনা-ফকৰাত
নাই কোনো সমধৰ্ম্মা।

উঠোঁতে সাহিত্য   বহোঁতে সাহিত্য
সাহিত্য তোমাৰ প্ৰাণ।
নমস্কাৰ এটি যাচিলোঁ হে দেৱ,
লোৱাহে শ্ৰদ্ধাৰ দান।

ভাষা-জননীৰ পূজাৰ বেদীত
বজোৱা অনন্ত বেণু
তকৰা কদমে সিঁচিব সদায়
স্মৃতিৰ পৰাগ-ৰেণু।

---

# বেণুধৰ শৰ্ম্মা জয়ন্তী উপলক্ষে

—বাগ্মীবৰ শ্ৰীনীলমণি ফুকন

বুৰঞ্জীবিদ সকলৰ মাজত বেণুধৰ শৰ্ম্মাদেৱৰ স্থান ক'ত, সেই বিচাৰ কৰিবৰ অধিকাৰ লিখকৰ নাই। কিন্তু, বুৰঞ্জীৰ যে তেওঁ বিতচকু সেই বিষয়ে লিখকে তিনি সইত খাই কব পাৰিব। ৰাজ কাৰেঙৰ উপকণ্ঠ বুৰঞ্জী-প্ৰসিদ্ধ চাৰিঙত শৰ্ম্মাদেৱৰ জন্ম। গতিকে, সাঁচিপতীয়া পুথিত সাঁচি থোৱা বুৰঞ্জীৰ সন্ধি-অভিসন্ধিৰ কাহিনীবোৰে তেওঁৰ কাণত সৰু কালৰেপৰা, কাণৰ কণামাকৰি ঠেলি, সোমাই, ফুচফুচাবলৈ ধৰে। ফান্দি-ৰজা ৰাধাকান্ত ফুকনে, যিদৰে বনৰীয়া হাতীৰ খোজৰ পিছলটো দেখিয়েই "চাহন"টো পুবে গল নে, পচিমে গল ধৰিব পাৰি, পম খেদি, পালে-পালে হাতী ধৰি গৰালত সুমাইছিল, সেইদৰে বেণুধৰ শৰ্ম্মায়ো বুৰঞ্জীমূলক কোনো এটা কথাৰ উহ পালেই পম খেদি-খেদি কাৰোবাৰ ধোৱাঁ চাঙত তাৰ তথ্য উলিয়াই হে এৰে। ফেঁচাই যি দৰে আন্ধাৰত হে দেখে, বেণুধৰ শৰ্ম্মায়ো সেইদৰে বুৰঞ্জীৰ আন্ধাৰ খোঁটালিত হে মচ খোৱা আখৰখিনি ( কি যাদুমন্ত্ৰ জানে, নেজানো ) দেখিবলৈ পায়। হওঁতে তেওঁৰ চকুযোৰো অলপ সুকীয়া ধৰণৰ। বোধ কৰোঁ আনেও সেই কথা মন কৰিছে। নহয় নে বাৰু, তেওঁ কথা কওঁতে সদায় হাঁহি বিৰিঙি থকা মুখখনত চকু কেইটা, হেঁদালিত বগাই ফুৰা ডালশলীয়াৰ দৰে যেনিতেনি বগাই ফুৰা যেন নেদেখি নে? আকৌ, আন্ধাৰত ট-টকৈ জ্বলি থকা কলামেকুৰীৰ চকুযোৰ বুলিবও পাৰি।

বেণুধৰ শৰ্ম্মাৰ বেণুটো কলীয়া কৃষ্ণৰ "মোহন বাংশী" নহয়—গোপিনী সকলক বলিয়া কৰা, বৃন্দাবনত চৰি থকা সবৎসা ধেনুক চাপলি মেলোৱা। তেওঁৰ "বেণুৰ" ফুটা কেইটাইদি যি একোটা বুৰঞ্জীৰ বিং ওলায়, সেয়ে অসমৰ পৰ্ব্বত-ভৈয়াম জনজনাই যায়। চাপৰিত মহ-গুৰালে একোটা বিং মাৰিলে, যিদৰে সিঁচৰতি হৈ থকা মহবিলাক থুপ খাই খুঁটিলৈ চপলিয়ায়, সেইদৰে বেণুধৰ শৰ্ম্মাৰ "বেণু"টো বজালে, বুৰঞ্জীৰ সিঁচৰতি হৈ থকা পাতবিলাক একে ঠাইতে থুপ খাইছি; লাগবান্ধ নোহোৱা কথাবিলাক বান্ধ খাই পৰে; কথাৰ অৰ্থ ওলায়; পাহৰা কাহিনীবোৰৰ শুংখলা বুৰঞ্জীৰ হেদালিত কপাবলৈ ধৰে; কমতাই চমতাৰ সম্বাদ দিয়ে। শৰ্ম্মাদেৱৰ ফুঁটোত, টোকৰটোত, এলান্ধুকলীয়া সাঁচিপাত একোখিলাৰ ধুলি-মাকতি, কাণৰ কণামাকৰি সৰি পৰা-দৰে, সৰি পৰে। তেওঁৰ চকুৰ বজন-ৰশ্মিৰ বলত সাঁচিপাতৰ গৰ্ভত লুকাই থকা আখৰখিনি ওলাই পৰে। বুৰঞ্জীৰ তাপলিবোৰ মৰাত তেওঁ সিদ্ধহস্ত। বেণুধৰ শৰ্ম্মাৰ "বেণু"টোত বুৰঞ্জীৰ বিংবিলাক আহি সুৰ দিয়ে নে, নাই, "বেণু"টোৰ সুৰবিলাকেই বুৰঞ্জীৰ বিং—এই কথা ধৰা টান। মুঠতে, শৰ্ম্মা ডাঙৰীয়া বুৰঞ্জীময়, বুৰঞ্জীও "বেণু"ময়। শৰ্ম্মা ডাঙৰীয়া অসম-সাহিত্য-সভাৰ সভাপতিৰ আসনত বহি থাকোঁতে যিদৰে গুৰাইছিল, সেইদৰে বুৰঞ্জী শাখাৰ সভাপতিৰূপে বুৰঞ্জীৰ ডালে-ডালে, পাতে-পাতে, বগাওঁতেও সমানে গুৰাইছিল। সাহিত্য সম্মিলনৰ মূল সভাতো তেওঁ যিদৰে পাহৰণিৰ গৰ্ভৰপৰা যামৰে ধৰা শব্দবিলাক উদ্ধাৰ কৰি, তেওঁৰ "শব্দশালত" গঢ়ি, চিৰচেনেহী ভাষা জননীৰ কণ্ঠাভৰণ কৰি জেউতি চৰাইছিল, তাকো মন কৰিব লগীয়া।

বেণুধৰ শৰ্ম্মা চঞ্চল ডেকা অৱস্থাৰপৰাই ডেকা দলৰ মাজত মাহৰ মছন্দৰীৰ দৰে আছিল। সৰুবেলা চাৰিওৰ ডেকা দলৰ "মছন্দৰী" হৈ চাকিং নৈৰ মৰা-সোঁতাটোতেই উজাবৰ চেষ্টা কৰিছিল। শেহত সোঁতাটো একৰকম উলিয়াই হে এৰিলে। চাৰিওৰ ডা-ডাঙৰীয়া

সকলৰ বুকুত মাৰ যোৱা কাৰেঙৰ লিগিৰী আৰু বেণুধৰ শৰ্মাৰ বুৰঞ্জী মূলক কাহিনীবোৰত প্ৰতিধ্বনিত হ'বলৈ ধৰে। তেওঁৰ "সাতাৰন চাল"ৰ বিদ্ৰোহাগ্নিত মণিৰাম দেৱানৰ প্ৰবাদবিলাক গঢ়ি-পিটি, মহাত্মাৰ স্বাধীনতা আন্দোলনৰ সময়ত "সময়ৰ শৰ" মৰা দৰে, পাশুপাত অস্ত্ৰ-স্বৰূপে দেশবাসীৰ হাতত দিলেহি। অসহযোগ আন্দোলনত জঁপ মাৰি পৰা বেণুধৰ আৰু তেওঁৰ সহযোগী সকলে চাৰিঙত মণিৰাম দেৱানৰ "দধীচি" হাড় কেইডাল আকৌ উলিয়াই চাৰিউ ফালে কনকনোৱাবলৈ ধৰালে। চাৰিঙত মণিৰাম দেৱান তিথি পালনৰ বিৰাট আয়োজন কৰা হ'ল। প্ৰকাণ্ড ৰভাখন বাহিৰে-ভিতৰে মানুহৰ সমান ভিৰ হৈ পৰিল। অসহযোগ-সহযোগৰ যোগসূত্ৰই সকলোকে বান্ধি পেলালে। চাহ বাগিছাৰ "চাহাব" এই লিখকক আনি সভাপতিৰ আসনত বহুৱাই থলে। সেই সময়ত সভা-সমিতি পতা মানাহি। ১৪৪ ধাৰা জাৰি কৰিব বুলি আগদিনা গুজৱ উঠিল। ৰভাস্থলত পুলিচ হাজিৰ। এনে স্থলত সভাৰ আৰম্ভনিতে আন্দোলনৰ "ধুমুহা" নবনাথ শৰ্ম্মা দেৱৰ দলে এক ৰকম মণিৰাম দেৱানৰ ফাঁচিৰ অভিনয় কৰি দেখুৱালে। সভাপতি বৰণৰপৰা আৰম্ভ কৰি ভগত সিঙৰ ফাঁচিলৈকে প্ৰায় এক অঙ্কীয়া নাট এখনৰ ভাও তেওঁৰ দলে দেখুৱালে। চাৰিঙত, তথা অসমত, মণিৰাম দেৱানৰ পুনৰ আবিৰ্ভাৱ হ'ল। মণিৰাম দেৱানে যেন সশৰীৰে আহি আকৌ স্বাধীনতা আন্দোলনৰ বিদ্ৰোহাগ্নি খুচৰি দিলে—দেশে এইদৰে যেন চকুৰ আগতে দেখিবলৈ ধৰিলে। মণিৰামৰ চিপজৰীডালত কুশল কোঁৱৰে বটীয়াজ্ঞানে মুৰ সুমাই দিলে। মণিৰাম দেৱানৰ গীতে আকৌ হাবিবন মুখৰিত কৰি তুলিলে। মানুহে যেনিতেনি মণিৰাম দেৱানে ৰূপৰ খোঁৱাখোৱা, সোণৰ খোঁৱাখোৱা হুঁপি-হুঁপি, খোজত চাং চেপেটা কৰি ফাঁচি-মঞ্চলৈ উঠাকেই দেখিবলৈ পালে। ডেকা কালতে ৰাজনীতিত পাকৈত বেণুধৰ শৰ্ম্মাই এইদৰে অসহযোগ আন্দোলনৰ ফাঁচিয়লি ব'দত বহি দেৱানৰ কাহিনীবিলাক তেওঁৰ বৈশিষ্ট্যপূৰ্ণ ভাষাত স্বৰ্ণাক্ষৰে লিখি দেশক এখনি অমৰ গ্ৰন্থ দিলে, তাৰ বাবে তেওঁ যোগ্যৰূপে পুৰস্কৃত হ'ল। সৰ্ব্ব-

ভাৰতীয় একাডেমীৰপৰা পাঁচ হাজাৰ টকাৰ পুৰস্কাৰ লাভ কৰি, অসম দেশ, অসমীয়া ভাষাৰ, সাহিত্যৰ সন্মান বঢ়ালে। যোগ্যতাৰ গুণত তেওঁ সাহিত্য পেঞ্চনো ভোগ কৰিছে। প্ৰত্যেক খন কিতাপেই তেওঁৰ প্ৰতিভা আৰু তথ্য পিপাসাৰ নিদৰ্শন বুলি কব পাৰি। তেওঁৰ বিশেষত্ব এয়ে যে তেওঁ বুৰঞ্জীৰ শুকান পাততো কাব্যৰস চালিব জানে। আৰু সেইদৰে তেওঁৰ শব্দশালতো, শব্দ প্ৰয়োগৰ নতুন বুৰঞ্জী সৃষ্টি কৰে। মুকুতা মণি এধাৰৰ মাজে-মাজে একোটা পোৱাল গুঁঠি যিদৰে মণিধাৰ ঠগিত কৰি তোলা হয়, বেণুধৰ শৰ্ম্মাৰ শব্দশালত গঢ়া একোটা শব্দই একোশাৰী বাক্যৰ ৰসবোধ, সৌন্দৰ্য্যবোধ দুগুণে চৰায়।

বেণুধৰ শৰ্ম্মা হাড়ে-হিমজুৱে, খোজে-কাটলে, সাজে-পাৰে খোৱাই-বোৱাই, ৰঙে-ৰহস্যই, কথোপকথনে তালুৰ পৰা ভৰিলৈকে অসমীয়া। অসমৰ সন্ধিক্ষণত, যতেই অসমৰ স্বাৰ্থত বাগীকুঠাৰ পৰে, যতেই অসম জননীক হেয় প্ৰতিপন্ন কৰিবলৈ অপচেষ্টা চলে—ত'তেই বেণুধৰ শৰ্ম্মা উপস্থিত। সভাসমিতিয়ে, তেওঁৰ লাঠি বা টোকোন ডালত ভেজা দি, কোমোৰা-বন্ধীয়া কঁকালটো আৰু ঠৰডা কৰি লৈ গজিবলৈ ধৰে। অসম দেশখন যিদৰে ভাৰতৰ অঙ্গ, তেওঁৰ মানত অসম দেশ এৰিও, ভাৰত জননী শঁাখে-সেন্দুৰে সীমন্তিনী হৈ থাকিব নোৱাৰে। আন হাতে, তেওঁ অসমৰ ছাবিৰননি মহটিয়াই ফুৰি আনন্দ পায়; অসমৰ বাজবাট, গো-বাট কোনাটোৱেই তেওঁৰ অচিনাকি নহয়। এতিয়া তেওঁ উজনি অসমৰ পৰা নামনি অসমতেই থাকিবলৈ লৈছে। কিন্তু, চৰায়ে যিদৰে যিমান দূৰলৈ, যিমান ওপৰলৈকে উৰক, গধূলি হলে নিজৰ বাহটোত সোমাই সুখ পায়, বেণুধৰ শৰ্ম্মায়ো ছেগ পালেই চাৰিঙৰ ঘৰত আহি ছুবাতি কটাই গলে হে সুখ পায়। চাৰিঙৰ প্ৰতি ধূলিকণাই তেওঁক চিনি পায়। তেৱোঁ প্ৰতি ধূলিকণাক আলিঙ্গন দি আত্মপ্ৰসাদ লাভ কৰে।

তেওঁ "বৃদ্ধবং জড়সা বিনা" লাভ কৰি পয়সত্তৰ বছৰত ভৰি দিয়াত তেওঁৰ জন্মজয়ন্তী পালন কৰি কলিয়াবৰৰ বাইজে অসমবাসীৰ হৈ এইকাম হাতত লোৱাত ধন্যবাদৰ পাত্ৰ। স্থানীয় ভাবে হলেও সদৌ অসমবাসীয়ে

তেওঁক আন্তৰিক সম্বৰ্দ্ধনা জনাইছে। তেওঁৰ অনুৰক্ত অনুসন্ধিৎসাই, দেশ-মাতৃকাৰ সেৱাৰ আনন্দই তেওঁক নিজৰ জন্মশতবাৰ্ষিকী নিজ চকুৰে দেখি যাবলৈ সক্ষম কৰিব বুলি ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনাই, ৰাইজৰ লগতে মোৰ আন্তৰিক আৰু পৰম প্ৰীতিৰ সম্বৰ্দ্ধনা জনাইছোঁ। বাজক শঙ্খ, বাজক দবা, বাজক মোহন "বেণু"! জয় অসমৰ জয় !!

---

# চাৰিঙীয়া বুৰঞ্জীবিদ্

— শ্ৰীতীৰ্থনাথ শৰ্ম্মা

পঢ়াশলীয়া পুথিৰ চৌসীমা পাৰ হৈ অসমীয়া সাহিত্যৰ মুকলি পথাৰলৈ ওলাবলৈ মোক প্ৰথমে বাট পোনাই দিছিল শ্ৰদ্ধেয় বেণু দাইটিয়ে। পঢ়া-দিনত কলিকতাৰপৰা চাৰিঙৰ ঘৰলৈ আহোঁতে মাজে-মাজে পোন-ছাটেই তেখেত আমাৰ যোৰহাটৰ ঘৰত দুৰাতিমান আলহী থাকি গৈছিল। এবেলি লগত লৈ আহিছিল তপতে-তপতে ছপা হৈ ওলোৱা 'ৰবিঞ্চন ক্ৰুচ'ৰ তেখেতে কৰা অসমীয়া ভাঙনীখন। মই তেতিয়া পাঠশালা স্কুলৰ তৃতীয় মানৰ ছাত্ৰ আছিলোঁ কি, নাছিলোঁ। বেণু দাইটিয়ে তাৰে এখন কিতাপ মোৰ হাতত দি পঢ়িবলৈ কৈছিল। মইও কিতাপখন পাযে পূৰ্ণ উদ্যমে পঢ়িবলৈ লাগি গৈছিলোঁ। 'ৰবিঞ্চন ক্ৰুচ' সুবুলি ক্ৰুছ্ বুলি পঢ়া মোৰ মনত আছে। নাপিতে তেখেতৰ চুলি কাটি থাকোতে "হেৰ', ক্ৰুছ্ নহয়, ক্ৰুচ'" বুলি শুধৰাই দিয়াও মোৰ মনত পৰিছে।

আজি যিমানখিনিলৈকে মনে হাঁকুটীয়াই পায়, ৰবিঞ্চন ক্ৰুচ'ই মোৰ অসমীয়া সাহিত্যৰ অধ্যয়নৰ দীক্ষা-পুথি বুলি সোঁৱৰণ হয়। তাৰ আগেয়ে 'বাহিৰা-কিতাপ' বোলা কিবা পঢ়িছিলোঁ নে নাই মনত নপৰে। সেই কেইদিন মন পুতি ৰবিঞ্চন ক্ৰুচ'ৰ নিৰ্জ্জন দ্বীপত বিচৰণ কৰাৰ ফলত বেণু দাইটি আৰু ৰবিঞ্চন ক্ৰুচ' মোৰ মানত একেটা মানুহ যেন হৈ পৰিছিল।

প্ৰায় অৰ্দ্ধ শতাব্দী উকলি যোৱাৰ পিছত সেই সাত-বছৰীয়া মনৰ বিজনিটো এক প্ৰকাৰে যথাযথ আছিল বুলি আজি ধাৰণা হৈছে। আজিৰ বুৰঞ্জীবিদ্ আৰু উৎকৃষ্ট গদ্যকাৰ বুলি মহতী প্ৰতিষ্ঠাৰ গৰাকী

বেণুধৰ শৰ্ম্মা, ভাবি চালে, একালত চাৰিং দ্বীপৰ 'ৰবিঞ্চন ক্ৰুচ'ই আছিল।

কালৰ বোল আৰু চেকা তুয়োটা বুকুত লৈথকা বুৰঞ্জী-প্ৰসিদ্ধ ঠাই চাৰিং। সমৃদ্ধি আৰু সুখ্যাতিৰ সুখৰ কালৰ পুৰণি কথা কবলৈ গ্ৰামবৃদ্ধসকলৰ আহিলাৰ অভাব নাছিল। অসম মুলুকৰ ঐৰাৱত-সদৃশ পুৰুষ মণিৰাম বৰভাণ্ডাৰ বৰুৱাও এই চাৰিঙতে উপজিছিল। আজিৰ কেইবাজনো লব্ধপ্ৰতিষ্ঠ সাহিত্যিক বা তেখেত-সকলৰ পূৰ্ব্বজসকলৰ ওপজা-ঠাই এই চাৰিঙেই। বাগ্মিবৰ নীলমণি ফুকন, কবি যতীন দুৱৰা, কবি আৰু শিক্ষাবিদ্ পদ্মধৰ চলিহা, নাট্যকাৰ নকুল ভূঞা আদি বহুতৰ পুৰণি গাওঁ বুলি চাৰিঙে মান-যহ পাব পাৰে। পিছে, হলে কি হব, বেণুধৰ শৰ্ম্মা ডাঙৰীয়া লৰাকালত চাৰিঙৰ অৱস্থা "তে হি নো দিৱসা গতাঃ," চাৰিং ৰিঙা হৈ পৰিছিল। হাইস্কুল-কলেজৰ নাম-গোন্ধ যি নাছিলেই নে, পাঠশালা স্কুলখনো আজিৰ নিচিনাকৈ ৰিং মাৰিলে শুনা ঠাইতে নাছিল। এপালি পেলুৰ দৰব আনিবলৈকে ভাঁজী গড়মূৰৰ দেৱাই-খানালৈ ছয় মাইলকৈ বাটকুৰি বাই যাব লগা হৈছিল। ডাক্তৰ লগোৱাৰ কথা বহুতৰ কাৰণে সপোনৰো অগোচৰ। ওচৰ-চুবুৰীয়াৰ ঘৰত ৰাতি সাতহাল বোৱা জুহাল আছিল, কানীয়া-খোলাৰ অভাব নাছিল, বিয়া-সবাহ আৰু ভাৱনাও তিথিয়ে-পৰবে হৈছিল; কিন্তু সভা-সমিতিৰ নাম-গোন্ধেই নাছিল।

আলিবাটৰ নামত পুৰণিকলীয়া নগা আলিটোৱেই। বাৰিষা কালত সিও ঠায়ে ঠায়ে আঠুৱনীয়া বোকাৰ ভেৰ হৈছিল। চাৰিঙৰ মোমাইৰ ঘৰলৈ গৈ বোকা ধুবলৈ বেগলোৱা আজিও মোৰ মনত আছে।

চাৰিঙৰ ভব্য-গব্য ঘৰৰ বহুতে আগ সুযোগতে দিহিঙে-দিপাঙে গৈ বাস কৰিবলৈ ললে। যিবা আছিল তেওঁবিলাকৰ সৰহ ভাগে আগৰ গহৰিনি মাথোন সাৱটি ধৰি কালক নিন্দি দিন যাপন কৰিছিল। এয়েই আছিল বুৰঞ্জীবিদ্‌জনৰ শৈশৱৰ লীলাভূমি।

আজি সেই চাৰিং ধোঁকোট গুচি সদৰমুৱা হল; বাটপথে পোৱালি

মেলিলে, নতুন গাড়ী লৈ ঘৰৰ চোতালত গৈ শিঙা বজাওঁ বুলিলেও বজাব পৰা হল। ছুই তিনিখন হাইস্কুলৰ আক মণিৰাম দেৱান কলেজৰ লৰা-ছোৱালীৰ উকমিয়ে গোটেই ঠাইখন গমগমীয়াকৈ থয়। কলেজীয়া লৰাই গধূলি চুঙা-পেণ্ট পিন্ধি গা ফেলায়। বাৰ মাহত তেৰখন সভা-সন্মিলনৰ দলদোপ লাগিয়েই আছে। স্বয়ং ৰাজ্যপাল হেন পুৰুষে তাত পদাৰ্পণ কৰে, সভাপতি হয়, শতমুখে চাবিং ভূমিৰ গুণ গান কৰে। হয়, ৰবিঞ্চন ক্ৰুচ'ৰ দ্বীপ হেন চাবিঙেও মোট সলালে।

পিছে, এনেহেন চাবিঙৰ মুচুকুন্দ-নিদ্ৰা কোনে ভাঙিলে? গা জোকাৰি থিয় হবলৈ চাবিঙক কোনে হেঁচুকি জগালে? অকণো কেৰঘেঁহ নকৰাকৈ কব পাৰি—কংগ্ৰেছৰ কাঁচিয়লি ৰ'দৰ উম পাই, মহাত্মাজীৰ অসহযোগ 'শঙ্খ-নিনাদত' জাগ্ৰত প্ৰাপ্য হৈ "অমৃতা অভূম" বুলি ৰণচালি দিয়া সকলৰ একজন, "গাৰ্ব্বত ধৰাগৈ" মন্ত্ৰক সাৰোগত কৰি পাওঁ-পাওঁ-হোৱা ডিগ্ৰীকো নেওচিঅহাসকলৰ অন্যতম সেই তীক্ষ্ণধাৰ বুদ্ধিৰে কৰ্ম্মকুশল থাউকাল মানুহজনে। তেখেতেই গোটেই অসম মুলুকত বুৰঞ্জীবিদ্ বুলি পৰিচিত শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মা।

ৰবিঞ্চন ক্ৰুচ'ই শুদা হাতেৰে নৰ-মনিচ নোহোৱা দ্বীপটোত জীৱন ধাৰণৰ লাগতিয়াল সামগ্ৰী বুধি খটাই, যতনাই লৈ শেহত এখন সক-সুৰা সংসাৰকে গঢ়িলে। সেইদৰে চাবিঙতো সামাজিক কাম আৰম্ভ কৰিব লগা হৈছিল একো নোহোৱা অৱস্থাৰপৰা। চিঠি এখন দিবলৈ, কাৰ্ড-লেফাফা এটা কিনিবলৈ এটা কণাকুঁজা ডাকঘৰো নাছিল। অকল নাছিল হে নে, ডাকঘৰ এটা যে লাগে সেই কথাটোকে বিভাগীয় মুখ্যক পতিয়ন নিয়াব পৰা নগৈছিল। মাখি মাৰিবলৈ ৰবতোপ টোঁৱাব লগা হৈছিল। চাবিঙৰ ডাকঘৰৰ কাৰণে বিভাগক কৈ, গাই, তাক লাগি এই শৰ্ম্মা ডাঙৰীয়া দেশভক্ত তৰুণৰাম ফুকনৰ ওচৰ চাপিছিল। ফুকন তেতিয়া দিল্লীৰ সংসদৰ সদস্য (তেতিয়া এচেম্‌লি)। ফুকনৰ এখন চিঠি পায়ে বিভাগীয় ৰবমূৰীয়াই তৎক্ষণাৎ বুজিলে যে চাবিঙত

এটা ডাকঘৰ লাগে হয়। এনেকৈয়ে সকলো কাম কৰিব লগা হৈছিল—কেতিয়াবা ডাবি-ধমকিৰে, কেতিয়াবা ভাৱ-ভক্তিৰে, আৰু কোনো-কোনো সময়ত সন্ধিৰ বাঁহ বুধিৰে কাটি। মেল-মিটিং বুলিলে সেইদিনত এচাম মানুহে ছাঁটোকে বাঘটো যেন দেখিছিল। গান্ধীৰ ভলন্টিয়াৰ বুলিলে আৰু কথাই নাই। কংসৰায়ৰ সভাত "দেখে দশ প্ৰকাৰে কৃষ্ণক সিবেলাত" বোলা কীৰ্ত্তনৰ কথাযাৰ সেইদিনৰ গান্ধীৰ ভলন্টিয়াৰতো খটুৱাব পাৰি। কানীয়াৰ মানত ভলন্টিয়াৰ দখিণ দুৱাৰৰ পৰা অহা যমদূত, পুলিচৰ মানত চোৰ ডকাইতৰ লগৰীয়া, হাকিম আমোলা মৌজাদাৰ আদি ইংৰাজ ৰজাৰ চাউলখোৱা সকলে ভাবিছিল এইবিলাক কামবন নোহোৱা কেলেহুৱা। প্ৰাচীন-পন্থী বুঢ়াসকলে কীৰ্ত্তনৰ পদ মাতি শাস্ত্ৰৰ সত্য প্ৰতিপন্ন কৰিছিল—"কলিৰ শেষত হৈবে কল্কি অৱতাৰ।" কেৱল স্কুলীয়া লৰাই হে ভলন্টিয়াৰ দেখিলে তবধ মানি চাইছিল আৰু লগতে উজান দিছিল—মহাত্মা গান্ধীকী জয়। কলেজ এৰি আহি এনে এজন মায়াপী-জীৱ গান্ধীৰ ভলন্টিয়াৰ ৰূপে আমাৰ আজিৰ বুৰঞ্জীবিদ্, সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি আৰু সাহিত্য একাডেমিৰ মাননি খোৱা শ্ৰদ্ধেয় বেণুধৰ শৰ্ম্মাই থিত দিছিল গৈ। মায়াপী ভলন্টিয়াৰ হৈ মেঘনাদৰ দৰে মেঘৰ আঁৰৰপৰাও চাৰিং আৰু লগতে গোটেই দেশৰ কল্যাৰম্ভত ভাগ লব লগা হৈছিল। জেলৰ ভাত খোৱা বেণু হিচাপে চাৰিঙৰ নিকপ্‌কপীয়া প্ৰাচীন-পন্থী-লোকে মাজে মাজে আসোঁৱাহ খোচৰাৰ কথাও শুনা যেন আজি ৰিণিকি ৰিণিকি মনত পৰিছে। তেতিয়াৰ দিনত দেশ-সেৱকৰ পথত দুবৰি বনৰ দলিচা পৰা নাছিল।

ফাটেকৰপৰা ওলোৱাৰ পিছত অসহযোগ শাম কাটিলেও, শৰ্ম্মা-ডাঙৰীয়াৰ মনৰ পোৰণি শাম কটা নাছিল। চাৰিওফালে মানুহৰ ঠেৰেহা মৰা মনটোক যাগ দি হলেও সাহ আৰু দেশপ্ৰেমৰ বোধেৰে পক ধৰাবলৈ তেখেতে উপায় গুণিবলৈ ধৰিলে। তাকে গান্ধীজীৰ উপদিষ্ট 'স্বদেশী-ভাৱনাৰ' ভেটিত কেনেকৈ কৰা যায় সিও এক চিন্তাৰ বিষয় ৰূপে সমুখত উপস্থিত হল। চাৰিং বা ওচৰৰ মানুহক উদ্বুদ্ধ

কৰিবলৈ দূৰ-দূৰণিৰ বীৰ-বীৰাঙ্গনাৰ আদৰ্শ দাঙি ধৰাতকৈ ঘৰৰ ভিতৰতে পুৰণি-স্মৃতিৰে উজ্বল হৈ থকা এজন পুৰুষৰ চানেকিয়ে বেছিকৈ প্ৰভাৱ পেলাব পাৰিব। শৰ্ম্মা ডাঙৰীয়াই ভাবি গুণি মণিৰাম দেৱানক বিচাৰি পালে। মণিৰাম দেৱান চাৰিঙৰে, ইংৰাজ ৰাজত্বৰ মাৰ চিহ্নিবলৈ গৈ আপোনাকে উৎসৰ্গ কৰা সেইকালৰ এজন দিগ্-গজ পুৰুষ। দেৱানৰ কথাই যদি অসমীয়া মানুহক মানুহমুৱা হবলৈ উদগনি দিব নোৱাৰে তেনেহলে আৰু কিহে দিব? যথাপূৰ্ব্বম্ অকৰৱৎ—শৰ্ম্মা ডাঙৰীয়া উঠি পৰি লাগিল মণিৰাম দেৱানৰ তিথি উৎসৱ পাতিবলৈ, তাকো মস্ত পয়োভৰেৰে—"ন ভূতো ন ভবিষ্যতি" ৰূপে। কংগ্ৰেছ-কৰ্ম্মী বেণুধৰ শৰ্ম্মা কিছুদিনৰ কাৰণে মণিৰাম দেৱানময় হৈ পৰিল।

মণিৰাম দেৱানৰ প্ৰথম তিথি-উৎসৱ হৈ গল। চাৰিং, জাঁজী গৌৰীসাগৰ সকলো ঠাইৰ মানুহে ধইন ধইন বুলিলে, একবাক্যে সকলোৱে কলে এনে উৎসৱ সচাকৈয়ে 'ন ভূতো ন ভবিষ্যতি'। পিছে তাৰ কাৰণে শৰ্ম্মা ডাঙৰীয়া কিমান ৰ'দত শুকাল, কিমান বৰষুণত তিতিল, কিমান মানুহৰ নঙলাই নঙলাই উকি মাৰিলে, কিমান বাগিছাৰ চাহাবৰ লগত মিতিৰালি পাতিলে, অথবা, কাজিয়া কৰিলে তাৰ লেখা কোনে দিব? (আজিৰ লাখুটিডাল সম্ভৱতঃ তেখেতৰ গুৱাহাটী জীৱনৰ হে চিন)। এই বেশেৰে শৰ্ম্মা ডাঙৰীয়া আজি যদি নাজিৰাত, কাইলৈ শিমলুগুৰিত; আৰু পৰহিলৈ আমগুৰি বাগিছাত। তাৰ পিছ দিনা শুনিবা যোৰহাট পালেগৈ। পাৰোতে নো চাৰিঙৰ মানুহে কৈছিল নে—'বেঙুটো এটা চৰাই'।

'গোষ্পদে নভোমণ্ডলন্'—গৰুৰ খোজৰ পানীডোঙাতো আকাশখন ভালকৈ প্ৰতিবিম্বিত হয়। জাতীয় চেতনাৰ উপলক্ষিত এই কথাষাৰ শৰ্ম্মা ডাঙৰীয়াৰ জীৱনত বতিয়াকৈ লগাই দেখুৱাব পাৰি। কেনেকৈ এতিয়া তাকে কওঁ।

সকলো লোকৰ জাতীয় চেতনাই ধীৰে ধীৰে ৰূপ লয়, নিজৰ গাওঁ

বা অঞ্চলটোক কণীৰ কুহুমৰ দৰে কেন্দ্ৰ কৰি। সেয়ে যেনিবা কাম্যোবাৰ বেলিকা অকালতে থেবেহা মাৰে আৰু বাহিৰৰ সূক্ষ্ম প্ৰভাব গ্ৰহণক্ষম হৃদয়াধাৰ থকাজনৰ ক্ষেত্ৰত সি ধীৰে ধীৰে আকাৰ লয় আৰু তাত চেতনাৰ সঞ্চাৰ হয়। শৰ্মা ডাঙৰীয়াকো চাৰিওঁেই অসমক আৰু 'অন্ততো গত্বা' ভাৰতবৰ্ষক বুজিবলৈ গোষ্পদতে আকাশ মেলি ধৰিলে চাৰিওঁেই। অসমৰ আৰু সেই লগতে ভাৰতখনৰ প্ৰতি অক্ষয় প্ৰেমৰ পূৰ্ববাগ জন্মাই দিলে। চাৰিঙৰ প্ৰতি জোপা গছ, প্ৰতিটি আলি-পদূলি, প্ৰতিখন ঘৰ, আন কি, তাৰ দলি-চপৰা কিটায়ো শৰ্মা ডাঙৰীয়াক সৰগৰ বতৰা দিছিল আৰু কিজানি ভুশ মাইল দূৰত গুৱাহাটীৰ নিজৰ পকিঘৰৰ খোঁটালিত বহিও সেই সৰগৰ বতৰা শুনে। নহলে নো দিন খেণ মুগুণাকৈ, কাকো ওঁ তৎসৎ একো ফুট নিদিয়াকৈ ঘপহ কৰে আজিও চাৰিঙলৈ লৰ ধৰে কিহৰ টানত?

নিজৰ পুৰণি ওপজা ঠাইকণলৈ এনে আহুদি কৰা মোহ কেইজনৰ থাকে? বি, এ মহলাত উঠিলেই নিজৰ গাওঁখনৰ নাম-ঠিকনা ওচৰৰ নগৰখনৰ বুকুত জাহ যায়। ঢেকিয়ালত ঘৰ হলে গোলাঘাট বুলি কোৱা, চামতাত ঘৰ হলে নলবাৰী বুলি মুখ লুকোৱা, মেলেং হলেই যোৰহাট হোৱা আমি বহুত লগ পাইছোঁ। চাকৰি লৈ বিয়া-বাৰু কৰাই গাৱঁৰ ঘৰৰ লগত, গাৱঁৰ পুৰণি গঞা-কুটুম্বৰ লগত পাছৰণিৰ চোকা কটাৰীৰে সম্বন্ধ ছিঙা দৃষ্টান্ত পাক এটা মাৰিলেই বহুত লেখা দিব পৰা হব। অলপ টুকুৰিয়াই বজাই চাব, দেখিব, সেইবোৰ মানুহৰ অন্তৰত দেশপ্ৰেমৰ জুই হে নালাগে ফিৰিঙটি এটাও নাই। কেতিয়াবা ক'ৰবাত ঘঁহনি খাই 'হুজুগত' দেশপ্ৰেমী 'ছাপ' এটা লৈছিল যদিও সেই দেশপ্ৰেমৰ উমাজাল পিছৰ কালৰ ছাই মাকতিয়ে হেঁচি নোহোৱা কৰিলে। শৰ্মা ডাঙৰীয়াৰ ক্ষেত্ৰত সেই জুইকুৰা জ্বলিয়ে থাকিল। তেখেতে বুৰঞ্জী-পুথি বিচাৰি খোঁৱাচাংবোৰ চ'লাথ কৰা নাছিল—অসমক জানিবলৈ, অসমীয়া মানুহৰ স্বৰূপ কি তাক উপলব্ধি কৰিবলৈ হে—ঘৰ-সংসাৰলৈকো সময়ে সময়ে পিঠি দি বনৰীয়া চৰাইৰ দৰে উৰি ফুৰিছিল। বনৰীয়া

চৰাইৰ পটন্তৰ দিছোঁ যদিও, যেই সেই বনৰীয়া চৰাই নহয়—দেওবাজহাঁহ। দেওবাজহাঁহ আকাশত উৰি ফুৰে, ঘূৰি ঘূৰি গৈ বোলে মানস সৰোবৰত হে মৃণাল উভজে। অসমৰ পুৰাবৃত্তই শৰ্ম্মা ডাঙৰীয়াৰ মানত মানস-সৰোবৰ।

চাৰিং, বুৰঞ্জীত বৰণীৰ পাব পৰা ঠাই। ইয়াৰ মণিৰামে এদিন "বুৰঞ্জী বিবেকৰত্ন" লিখি আপুকগীয়া নজনা কথা জনাৰ ভঁড়াল এৰি থৈ গৈছে। ইয়াৰ নগা আলি, শূলপাণি-ছিগাৰ বণ, মাছখোৱা গড়, গৌৰীসাগৰ, সকলোতে, আন কি, পৰিয়ালবিলাকৰ ইতিবৃত্ততো দেশখনৰ কথা খুন্দ খাই আছে; চকু মেলি কবিধৰনা লোকৰ মনত সেইবোৰে খুন্দিয়াখুন্দি কৰিবই। শৰ্ম্মা ডাঙৰীয়াৰ অন্তৰতো বুৰঞ্জীবিজাই কোঁহ মেলিবলৈ সুবিধা পালে চাৰিঙৰ পুৰণি মাদকতা থকা সোৰ্বৰণবোৰৰ বা-বতাহ পাই। একোজন সাহিত্যিকক এখন ঠাইৰ মহিমাই কেনেকৈ মুহি থয় তাৰ প্ৰমাণ দিয়ে 'মণিৰাম দেৱান' আৰু 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' এই ছুখন বিখ্যাত গ্ৰন্থই। শেক্সপীয়েৰৰ নাটক বোৰত 'England is the Hero' বুলি কোৱাৰ দৰে বুৰঞ্জীবিদ্ বেণুধৰ শৰ্ম্মাৰ সকলো গ্ৰন্থতে লুকাই-চুৰকৈ হলেও চাৰিঙেই নায়করূপে অলক্ষিতে ভূমিকা গ্ৰহণ কৰি আছে।

অসমীয়া সাহিত্যৰ ইতিহাসত এনে ধৰণৰ স্থানমাহাত্ম্য প্ৰকট হোৱা দৃষ্টান্ত অতি বিৰল। পৃথিবীৰ অন্য সাহিত্যত সাহিত্য-কৰ্ম্মৰ মূলাধাৰ ৰূপে প্ৰকট হোৱা স্থানীয় সম্বল আৰু প্ৰভাৱৰ বহুত দৃষ্টান্ত আছে; কিন্তু অসমীয়া সাহিত্যত বেজবৰুৱা আৰু বেণুধৰ শৰ্ম্মা এই ছুজনৰ সাহিত্য কৰ্ম্মত হে এই বৈচিত্ৰ্য আপোন মহিমাৰে উজ্জ্বল হৈ আছে।

— ——— —

# বেণুধৰ শৰ্ম্মালৈ শ্ৰদ্ধাঞ্জলি

শ্ৰীমুনীন বৰকটকী

[illegible] শ্ৰীবেণুধৰ শৰ্ম্মাই যোৱা ১৬ নবেম্বৰৰ দিনা তিনি কুৰি পোন্ধৰ বছৰত ভৰি দিলে। সাংবাদিক, সাহিত্যিক, বুৰঞ্জীবিদ, অনন্ত-যৌৱনাধিকাৰী, অসমীয়া ঐতিহ্যৰ বাহক, নিভাঁজ অসমীয়া মাতকথা, প্ৰবাদ-প্ৰবচন আৰু সংস্কৃতি বৈশিষ্ট্যৰ প্ৰতিমূৰ্ত্তি, নিৰ্ভীক জাতীয়তাবাদী, অসমৰ বীৰত্ব, শৌৰ্য্য আৰু সণ্টালনি যশ-কীৰ্ত্তিৰ আজীৱন উপাসক আৰু প্ৰচাৰক, লাচিত-মণিৰাম-ঢেঁকিয়াল ফুকন—তৰুণফুকনৰ গৌৰৱগাথা গায়ক বীৰ পূজাৰী শৰ্ম্মাদেৱক কৰ্মতৎপৰ সৰবৰহী ৰূপত আমাৰ মাজত পাই আমি গৌৰৱান্বিত।

বেণু শৰ্ম্মা মুখ্যতঃ পৰিপক্ক অভিজ্ঞতা আৰু বিশিষ্ট কৃতিত্বৰ অধিকাৰী, অতীত আৰু বৰ্ত্তমানৰ সংযোগসাধক এজন কৰ্ম্মবীৰ সাহিত্য-সেৱী। অসমৰ প্ৰথম ( 'অসমীয়া' অলপ দিনৰ বাবে দৈনিক আকাৰত ওলোৱা কথা নধৰিলে ) অসমীয়া দৈনিক যোৰহাটৰ 'বাতৰি'ত অসমৰ অন্যতম বয়োবৃদ্ধ সাংবাদিক-সাহিত্যিক আৰু ৰাজনীতিবিদৰ সোঁহাত স্বৰূপ হৈ সাংবাদিকতা কৰাৰ উপৰিও ডিব্ৰুগড়ৰ 'তৰুণ অসম' সম্পাদনা কৰা, তাহানিৰ 'অসমীয়া'ৰ লগতে ঘনিষ্ঠভাবে জড়িত থকা শ্ৰীবেণুধৰ শৰ্ম্মা ডাঙৰীয়া স্বাধিকাৰৰ বলতে প্ৰথম শ্ৰেণীৰ এজন সাংবাদিক হলেও তেওঁক মানুহে সাহিত্যিক আৰু বুৰঞ্জীবিদ্ বুলিহে জানে। [ এই প্ৰসঙ্গত জানিবৰ মন যায়,—বেণু শৰ্ম্মাই কেতিয়াবা কবিতা লিখিছিল নে নাই, কাৰণ আমাৰ সাহিত্যত ভুলে-চুকেও এটা কবিতা নিলিখাকৈ সাহিতিকৰ সম্মান পোৱা লিখকৰ সংখ্যা নাই বুলিলেই হয় যেন পাওঁ। ]

সাংবাদিক বেণুধৰ শৰ্ম্মা আপাততঃ আমাৰ আলোচ্য নহয় যেতিয়া এইজনা লোকৰ বিষয়ে লিখিবলৈ ললেই পোন প্ৰথমে প্ৰশ্ন উঠে বেণু শৰ্ম্মা প্ৰকৃততে কি—সাহিত্যিক নে বুৰঞ্জীবিদ ? ( কোনোবা এঠাইত দেখিছোঁ তেখেতক প্ৰত্নতাত্বিক বুলিও বৰ্ণোৱা হৈছে, সেইটো নিশ্চয় একপ্ৰকাৰ ব্যাকৰণগত নহয় অৰ্থগত "আৰ্ষ প্ৰয়োগ"হে )। শৰ্ম্মাই অসমীয়া সাহিত্যৰ 'একাডেমী' পদবাচ্য অসম সাহিত্য সভাৰ সভাপতিত্ব কৰাৰ সম্মান পাইছে যেতিয়া তেখেত নিৰ্ব্বিবাদে সাহিত্যিক—সাহিত্যিক Par excellence. আমাৰ সাহিত্যসেৱী সকলৰ সম্পৰ্কত, বিশেষকৈ যোৱা শতিকাৰ সামৰণি আৰু বৰ্ত্তমান শতিকাৰ আৰম্ভণি কালছোৱাৰ সাহিত্যিক সকলৰ সম্পৰ্কত একটো এটা অতিশয় অনুধাবন-যোগ্য কথা যে তেওঁবিলাকৰ ঘাই ঘাই সকলোৱেই একাধাৰে সাহিত্যিকো বুৰঞ্জীবিদো। ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা নাইবা হেমচন্দ্ৰ বৰুৱাৰ কথা এৰিলেও পদ্মনাথ গোহাঞি বৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, বেণুধৰ ৰাজখোৱা, ৰজনীকান্ত বৰদলৈ, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, বাণীকান্ত কাকতি, সূৰ্য্যকুমাৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, বিৰিঞ্চিকুমাৰ বৰুৱা -সাউত কৰে মনত পৰা কেইজনমান প্ৰথমশাৰীৰ সাহিত্যিকলৈ মন কৰিলেই উপলব্ধি কৰা যায় কেনেকৈ সাহিত্য আৰু বুৰঞ্জী এই দুটা পৃথক 'ডিচিপ্লিনৰ' লোক পৰিচয়ত একাকাৰ হৈ গৈছে। বস্তুতঃ অসম সাহিত্য সভাৰ প্ৰায় কিজন খ্যাতনামা সভাপতিয়েই Historian and Litterateur rolled into one. এই উত্তৰাধিকাৰৰে শেহতীয়া বাহক বেণুধৰ শৰ্ম্মাও যুগপৎ দুয়োটা হোৱাটোত আচৰিত হবলগীয়া একো নাই।

হয়তো এইটো আমাৰ জাতীয় ঐতিহ্য নাইবা পৰম্পৰাৰে এটা অনিবাৰ্য্য ফলশ্ৰুতি। যিখন প্ৰদেশৰ সৰ্ব্বত্ৰ ইতিহাসৰ সনাতন স্বাক্ষৰ বিৰাজমান, যিখন প্ৰদেশৰ বুৰঞ্জী ৰচনাৰ ঐতিহ্য সমগ্ৰ দেশৰ সাংস্কৃতিক আৰু বৌদ্ধিক জীৱনৰে এটা মহান সম্পদ, আহোম সকলৰ বুৰঞ্জী চেতনা আৰু চৰ্চ্চাই যিখন প্ৰদেশক এই ক্ষেত্ৰত সকলো প্ৰান্তৰ ভিতৰতে

বিশিষ্ট সন্মান আৰু গৌৰৱৰ অধিকাৰী কৰিছে, সেই ৰাজ্যৰ সাহিত্য আৰু বুৰঞ্জী, সাহিত্যিক আৰু বুৰঞ্জীবিদৰ মাজৰ সীমাৰেখাডাল নিচেই মনিব নোৱৰা ধৰণৰ হ'বই। হৰকান্ত সদৰামীন, কাশীনাথ তামুলীফুকন, হলিৰাম ঢেকীয়াল ফুকন, যাদুৰাম ডেকাবৰুৱা, নাইবা বুৰঞ্জী বিবেকৰত্নৰ গ্ৰন্থকাৰ মণিৰাম বৰভাণ্ডাৰ বৰুৱা দেৱানৰ বুৰঞ্জী-মূলক ৰচনাত সাহিত্যৰ উপাদানৰ বেচ-কম হ'ব পাৰে, আৰু ওপৰত উল্লেখ কৰা আধুনিক যুগৰ অসমীয়া বুৰঞ্জীবিদ, সাহিত্যিকসকলৰ সাহিত্যত ঠিক বুৰঞ্জীৰ পৰিমাণ সুস্পষ্ট নহব পাৰে,—তথাপিও অসমত সাহিত্যচৰ্চ্চা কৰাজনে,—বিশেষকৈ শতিকাৰ প্ৰথমাৰ্দ্ধত,—অসমৰ বুৰঞ্জীলৈ পিঠি দি সৃজন কৰ্ম্মত নিয়ত হোৱা এক প্ৰকাৰ অসাধ্য সাধন কৰাৰ লেখীয়া। সাহিত্যিকে এৰিব খুজিলেও বুৰঞ্জীয়ে সাহিত্যিকক নেৰে। আমাৰ সাহিত্যৰ ওপৰত বুৰঞ্জীৰ প্ৰভাৱ পৰা অথবা বুৰঞ্জীমূলক দৃষ্টিভঙ্গীয়ে ছাপ বহুউৱাটো আমাৰ পৰিবেশ, পৰম্পৰা আৰু জলবায়ুৰ বাবেই অনিবাৰ্য্য যেন লাগে।

বেণুধৰ শৰ্ম্মা বুৰঞ্জীবিদ; বুৰঞ্জীৰ বহুতো তথ্য তেওঁ জানে, অসম বুৰঞ্জীৰ চুক-কোণ-খলা-বমা, আৰু ভিতৰুৱা ৰহস্য তেওঁৰ নখদৰ্পণত। আৰু তেওঁৰ সাহিত্যকৰ্ম্ম প্ৰধানকৈ ঐতিহাসিক বিষয়বস্তু, বিশেষকৈ জাতীয় গৌৰৱসূচক আৰু দেশাত্মবোধক অতীতৰ বুৰঞ্জীভিত্তিক তথ্য আৰু কাহিনীৰ ওপৰত প্ৰতিষ্ঠিত। তথাপি তেওঁ প্ৰকৃততে সাহিত্যিক হে, বুৰঞ্জী প্ৰণেতা ঐতিহাসিক, ইংৰাজীৰ হিষ্টৰিয়ান নহয়। বুৰঞ্জীৰপৰা উপাদান সংগ্ৰহ কৰি, বুৰঞ্জীত ঠাই পোৱা কেইটিমান মহান চৰিত্ৰক, জাতীয় বীৰক তেওঁ সাহিত্যৰ মাধ্যমেদি স্মৰণীয়ভাবে আমাক উপহাৰ দিছে। কাৰ্লাইলক আমি 'হিষ্টৰিয়ান' নোবোলোঁ-যদিও, তেওঁৰ আচল কেইখন বাহুকবনীয়া পুথিয়েই যাইকৈ বুৰঞ্জীমূলক। অবক্ষয়মুখী ৰোমান সাম্ৰাজ্যৰ বেলিয়াৰক বাউতিবুগীয়া সাহিত্যৰূপত বান্ধি থোৱা গিবন যিমান বেছি বুৰঞ্জীকাৰ তাতোকৈ বেছি সাহিত্যিক বুৰঞ্জী লিখক। ইংৰাজ বুৰঞ্জী লিখক গিবন, মেকলে নাইবা ট্ৰিভিলায়েন, চাৰ্চিল নাইবা ফিলিপ গুৱেদেলা, আৰু

বুৰঞ্জীকাৰৰ কাষে কাষে যোৱা জীৱনীকাৰ এমিল লাডুইগ, তাঁৰেই মতে, লীটন ষ্ট্ৰেচীত আমি ঘটনাতকৈ বেছি পাওঁ ভাব আৰু ব্যক্তিত্বৰ বিশ্লেষণ কিম্বা উদ্‌ঘাটন।

সাহিত্যগন্ধী বুৰঞ্জীবিদ বুলিব লাগিলে বেণুধৰ শৰ্ম্মাক সম্ভৱতঃ এই শ্ৰেণীৰ বুৰঞ্জীবিদও বুলিব পাৰি যি বুৰঞ্জীবিদৰ বাবে ঐতিহাসিক তথ্যাতকৈ ব্যক্তিত্বৰ মৰ্ম্ম আৰু ধৰ্ম্ম বেছি অনুধাবনযোগ্য। আন কি সূৰ্য্যকুমাৰ ভূঞাৰ লগৰ বুৰঞ্জীবিদ্ বুলিও বেণুধৰ শৰ্ম্মাক ঠিক কৰ নোৱাৰি। শৰ্ম্মাৰ কিতাপৰ ইংৰাজী-অনুবাদক সদানন্দ চলিহাই কৰিবলৈ প্ৰয়াস কৰাৰ দৰে তেওঁক ফৰাচী, জাৰ্ম্মাণ ইতিহাসবেত্তাৰ লগলৈ আঁজুৰি অযাচিত শ্ৰেষ্ঠত্ব দিবলৈ যোৱাতকৈ বেণু শৰ্ম্মাক সাহিত্যিক হিচাপে চাবলৈ চেষ্টা কৰা হে সুবিচাৰৰ কাম হব যেন লাগে। স্বৰ্গীয় যদুনাথ চৰকাৰ, সাৰদেশাই, নাইবা কে-এম-পাণিক্কৰ কৌশাম্বীৰ বুৰঞ্জী বিষয়ক ৰচনাৱলীতো ঠায়ে ঠায়ে বিতোপন সাহিত্য সৌষ্ঠৱ সম্পন্ন অংশ আছে আৰু তেওঁলোকক বহল অৰ্থত সাহিত্যিক বুলি কলেও হয়তো জাওৰ ভুল কৰা নহব। তথাচ আমি তেওঁলোকক ভাৰতৰ স্বনামধন্য বুৰঞ্জীবিদ বুলিহে সম্মান আৰু স্মৰণ কৰোঁ—সাহিত্যিক বুলি নহয়। সেইদৰে বেণুধৰ শৰ্ম্মাৰ ভেৰ-ভুকুৰিবো ওপৰ লিখাৰ সৰহভাগেই বুৰঞ্জীমূলক নাইবা বুৰঞ্জী-প্ৰধান হলেও বুৰঞ্জীবিদ্ হিচাপে নহয় সাহিত্যিক স্বৰূপে হে আমি তেওঁক ঠাই দিয়া, শলগা আৰু অভিনন্দন জনোৱাৰ প্ৰয়োজন। কিন্তু সেই দৃষ্টিৰে বিচাৰ কৰাৰ অৰ্থ তেওঁক তেওঁৰ প্ৰাপ্য মৰ্য্যাদাৰপৰা বঞ্চিত কৰাৰ অৰ্থ নহয়, নাইবা তেওঁৰ ঐতিহাসিক অনুসন্ধিৎসা চেতনা আৰু পুথি-পাঁজি ঘাটি বুৰঞ্জীমূলক তথ্যানুসংগ্ৰহ আৰু বিজ্ঞান সম্মত আলোচনাক উচিত মূল্য নিদিয়া নহয়।

পয়সত্তৰ বছৰৰ দুৱাৰ ডলিত ভৰি দিয়া শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্ম্মালৈ জন্মদিনৰ শ্ৰদ্ধাঞ্জলি আগ বঢ়াবলৈ গৈ মুখৰ হোৱাতে তেখেত বুৰঞ্জীবিদ্ হয়নে নহয় সেই বিষয়ে সন্দেহ-সংশয়ৰ অৱতাৰণা কৰিবলৈ ধৰা দেখি সেইখিনি পঢ়া অনেকে হয়তো ভাবিব মোৰ আচল "মতলবটো" কি?

শ্ৰদ্ধা জনোৱাৰ ছলেৰে “ডিবাংক” বা “ডেনিগ্ৰেট” কৰা নহয় তো ? মুঠেই নহয়। সময়ে সময়ে সাহিত্যিক বিচাৰ তথা অন্যজাতীয় সমীক্ষাৰ ক্ষেত্ৰতো প্ৰথমে বাদ দি যোৱা অৰ্থত process of elimination এৰে আগ বাঢ়িলে মূল্যায়ণত বিষয়টো অধিক প্ৰতীতিপূৰ্ণ আৰু নিৰ্ভৰযোগ্য হৈ উঠিব পৰাৰ অৱকাশ থাকে। তদুপৰি মুখ্যতঃ ‘হিৰো ৱৰ্ছিপাৰ’ অৰ্থাৎ বীৰপূজক শৰ্ম্মা ডাঙৰীয়াৰ সামগ্ৰিক কৃতিত্বৰ বুজ লবলৈ যাওঁতে একান্ত অনুৰক্ত ভক্তবৃন্দৰ O altitude ! হে মহান ! ভাবলৈ কামত ধৰিলে বহুত সময়ত চূড়ান্ত মূল্যাঙ্কণক ভ্ৰম-প্ৰমাদ নাইবা পক্ষপাতৰ দোষে ছুব পাৰে বুলি হে মোৰ আশঙ্কা হয়। এইটো ধ্ৰুপ যে বুৰঞ্জীবিদ্ হিচাপেও বেণুধৰ শৰ্ম্মা কোনোপধ্যে উপেক্ষণীয় নহয়। আৰু মনিষী কাৰ্লাইলে কোৱাদি যদি—“history is the essence of innumerable biographies”—বুৰঞ্জী অসংখ্য জীৱনীৰ সাৰবস্তু বুলি লোৱা যায়, শৰ্ম্মাই আধুনিক অসমীয়া সাহিত্যত এই ধৰণৰ বুৰঞ্জী-বিদৰ ভিতৰত নিশ্চয়কৈ এককত্বৰে দাবী কৰিব পাৰে। কিন্তু মোৰ দৃষ্টিত বেণুধৰ শৰ্ম্মাৰ ক্ষেত্ৰত বুৰঞ্জী গৌণ, মুখ্য সাহিত্য হে। আৰু সেই দেখি মোৰ বোধেৰে তেওঁৰ সাহিত্য সৃষ্টিৰ ওপৰত বিহঙ্গম-দৃষ্টি হলেও একেৰা দিয়াৰ পাছত হে তেওঁৰ বুৰঞ্জী বেত্তাৰ দিশটোলৈ লক্ষ্য কৰা সমীচীন।

বেণুধৰ শৰ্ম্মাৰ Magnum Opus—মহাগ্ৰন্থ নে কীৰ্ত্তিস্তম্ভ ? —কোনখন ? যিখন কিতাপৰ বাবে শৰ্ম্মাই ৰজাঘৰীয়া স্বীকৃতি আৰু পুৰস্কাৰ পাইছিল সেই “কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত” নে ‘মণিৰাম দেৱান’ ? —মোৰ বিবেচনাৰে পিচৰ খন। সেই পুথিৰ শেহভাগত থকা পুথিৰ ‘ফিনালে’ বা উপসংহাৰ স্বৰূপ পঞ্চদশ অধ্যায়লৈ যাওঁ :

“চালত মলভিলে চালে দৈ কোমোৰা
টেকেলিত মলভিল লোণ
মাটিত মলভিলে মণিৰাম দেৱান ঐ”
নেকান্দি থাকিব কোন ?

"বসন্তৰ আগমনত ৰবিৰ কিৰণে যেন মৰকত গিৰি' হৈ থকা অসম দেশখন মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ ফাঁচীত জিলী-যা কোৱা-কা হৈ পৰিল। ঘৰে ঘৰে শোক উথলোৱা ৰাগিনী বিস্তাৰ হ'ল। শিপিনীৰ যতঁৰত শলা মুযুৰা হ'ল। ক্ৰমান্বয়ে অদ্ভুত-অমঙ্গলে দেখা দিবলৈ ধৰিলে। উত্তৰ লক্ষীমপুৰৰ ৰঙানৈৰ পাৰত সাদিন সাতৰাতি একেৰাহে জুই লাগিবলৈ ধৰিলে। আকাশত নেজাল তৰা ওলাল। 'কুকুৰে চাং বগাবলৈ ধৰিলে।' কাকতী-ফৰিঙে দেশ ছানি পেলালে। ৰঙা টুপীৰ ( গোৰা চিপাহী ) অত্যাচাৰত যোৰহাট জুইহাট হ'ল। শোক বেজাৰ আৰু পাশৱিক অত্যাচাৰত দেশ জৰমাৰ দিলে। তথাপি, মণিৰামৰ গীত এফাঁকি গাই অসমীয়া মানুহে প্ৰাণত সান্তনা লাভ কৰিবলৈ ধৰিলে। শৰৎ পূৰ্ণিমাত চিকাৰলৈ যাওঁতে শ্বেতাঙ্গ চাহাবেও মিৰি-নাৰবীয়াৰ লগত সেই সমবেদনাত উজান দিলে। সেই গীতেই আজিও ৰামাৰলীৰ দৰে অসমৰ আকাশ-পাতাল গুমগুমাই আছে।

'জিলীয়ে কৰিবৰ যা মোৰ দেউতা
কাউৰীয়ে কৰিবৰ কা
তিনি আলি মূৰতে মণিৰামক মাৰিলে
উভতি বলিলে বা।"........

নাইবা 'মণিৰাম দেৱান' খনৰ মুখৰ পাতটো লুটিয়ালেই পোৱা তেওঁৰ 'ব্যক্তিত্বৰ স্বৰূপ' শীৰ্ষক কথাখিনি :

"মণিৰাম দেৱান,—এই নামটো শুনিলেই বিজুলি চমকে দেখা দিয়েহি ইংৰাজ আমোলৰ একেজন ৰাজনীতি বিশাৰদ বিদ্ৰোহী অমৰ পুৰুষৰ আলেখ্যই—যাৰ ওপৰত কত কুৰি বছৰ পাৰ হৈ গ'ল, দুৰ্দান্ত কালৰ কুটিল গতিয়েও আজিলৈকে মৰিচা পেলাব পৰা নাই। তাৰ পিচত আছে সেইজন মানুহৰে ফাঁচী যোৱা কথা যাৰ তনুত্যাগে ৰাজনীতিত সোমাব নোৱৰা পৰাধীন জাতিলৈ ভৱিষ্যতৰ নিমিত্তে দেশোদ্ধাৰৰ বীজ বপন কৰি থৈ গ'ল। জীৱনৰ আদি হোৱাত যিজনে এখোজ আগলৈ, এখোজ

পিচলৈ দি বৃটিছৰ সাৰথি হৈছিল, বৃটিছৰপৰাই সাগৰসদৃশ ৰাষ্ট্ৰজ্ঞান ৰাষ্ট্ৰতন্ত্ৰ আৰু চাণক্য সদৃশ সলিশিয়ান কৌশল আয়ত্ত কৰিছিল, মণিৰাম দেৱান বুলিলে সেই জনলৈকে মনত পৰে। ······ডেৰকুৰি বছৰমান বৃটিছৰ লগত আন্তৰিকতাৰে সহযোগ কৰি এনে অমোঘ বাক্যৰ অনুৱৰ্ত্তী হৈ ( নেপে লিয়নৰ বাক্য ) বৃটিছতে শিকি বৃটিছকে "বিকিবলৈ" যিজনে সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবলৈ গৈছিল, সেইজনৰ স্মৃতিৰ কথা এই মণিৰাম দেৱানতে উদয় হয়হি। যিজনে শাসক আৰু শাসিতৰ কল্পনা আৰু কাৰ্য্য তুল-তৰ্জ্জ্য ৰূপে আউটিব আৰু সম্পাদন কৰিব পাৰিছিল সেইজনো এই মণিৰাম দেৱানেই। "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্ম ভয়াবহ"—এই মেটমৰা নীতিৰ প্ৰতি যদি ৰাজনীতিক্ষেত্ৰত কাৰোবাৰ প্ৰগাঢ় ভক্তি আছিল তেন্তে তেওঁ সেই মণিৰাম দেৱানেই। ···মণিৰাম দেৱান বুলি উচ্চাৰণ কৰিলেই এনে আদৰ্শকে এৰি থৈ যোৱা অৰ্থনীতিবিদ পুৰুষ জনলৈকে মনত পৰে।······এনেৰূপে একাধাৰে স্বভাৱজ চৌকস বুদ্ধি, দেখি শিকি ঠেকি লাভ কৰা জ্ঞান বিভূতি আৰু, অনাহুত শ্ৰদ্ধাভক্তিৰে চিৰজীৱী হৈ থকা পুৰুষজনৰ ব্যক্তিত্ব ভূমিকাত দৃষ্টি পেলাওঁতেই ভুমুকি মাৰেহি······।"

নাইবা এই এটি অংশ "বলৰন্ত কালচক্ৰৰ" লগতে বৃটিছৰ দমন-চক্ৰই আগৰণুৱা কেইজনৰ আগ চেষ্টা ফাঁচী কাঠত পিহি পেলালে। নল মৰি ওলোৱা গজালিলৈ সেই অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰিবলৈ পৰি থাকিল। শস্য শ্যামলা অসম ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ সম্পদৰ অনন্ত আকৰ তন্দ্ৰাৱস্থাত তল পৰি আছে। পূৰ্ণ স্বাধীনতাৰ অতৃপ্ত বাসনাত ডেই পুৰি থকা আমাৰ ডেকা শক্তিয়ে সেই সম্পদৰ সঁজাল ধৰাবই ধৰাব। ১৮৫৭ চনৰপৰা জগতত হেজাৰ-বিজাৰ বৃন্দাবন পুৰি ছাই হ'ল, হেজাৰে বিজাৰে হাঁহিলে-মাতিলে, হেজাৰ বিজাৰ নৰনাৰী চিৰকালৰ নিমিত্তে প্ৰলয়প্ৰাপ্ত হ'ল। অৱশেষত পাপৰ প্ৰায়শ্চিত স্বৰূপে জাতিৰ হৈ লৰ্ড মাউণ্টবেটেনে কাতুৰ্ব্বাদে মিনতি কৰিলেহি অতীতক পাহৰি পেলোৱাঁ। অত্যাচাৰ পাহৰিব পাৰি। সন্তাপ

কিন্তু কলৈ যায়? ('পোন প্ৰথম স্বাধীনতা যুদ্ধ'। দুৰবীণ ৯৯)

আৰু অলপ একেবাৰে স্বকীয়া ভিনটেজৰ বা সোৱাদ লিখাৰ জুতি লোৱা যাওক:—"তেতিয়া বেজবৰুৱাৰ জীৱন-সন্ধিয়া ভাঠি হৈ আহিছে আৰু মই কৈশোৰ-যৌৱনৰ দুৱাৰ-ডলিত ভৰি দিছো (১৯১৫), ঠিক এনে সময়তে (শিক্ষাবিদ ৺গোবিন্দ) বেজবৰুৱালৈসেতে মোৰ প্ৰথম দেখাদেখি। প্ৰৱেশিকা পৰীক্ষা দি পদূলি-মুখৰ শাৰীত নাম লগাই এনেয়ে বহি আছো, এনেতে, (মোক) অলপ দিনৰ নিমিত্তে সংস্কৃত-পণ্ডিতৰ কাম এটা দিলে। মোৰ কিন্তু কি দুৰ্ব্বাসনা!.....মই নো বেজবৰুৱাৰ স্কুলত পণ্ডিত কাম কৰিম নে? মেট্ৰিকুলেচন পৰীক্ষা দি সংস্কৃত পঢ়ুৱাবলৈ যোৱাটো কিমান লাজৰ কথা! পৰীক্ষাত পাছ হলো যদি ভালেই, নহলেও তেও "মেটি কুলেচন" পৰীক্ষাটো দিলোঁ হে! পাছ হলে যে কথাই নাই আৰু তিনিমাহমানৰ মূৰতে কলেজৰ ছাত্ৰ হৈ ভদ্ৰলোকৰ শাৰী পূৰামগৈ। এইদৰে নৱক্ষিৰৰ কল্যাই ওঁঠৰটা মূৰ্ত্তি ধৰাদি গেলা-গপত ওফন্দি মইও কিবা এটা মূৰ্ত্তি ধৰি দিলো লেখি, (চিঠি এখন বেজবৰুৱালৈ) তাকো আকৌ ডাক-পখিলীত।....তাৰ পৰা সকলো নিমাত। ('অৰ্ঘ্যাৱলী ২')

'হেৰি' মাতষাৰ বা সম্বোধনটো অসমীয়াৰ বাপতিসাহোন। অসমৰ মাটিত থলুৱা হোৱা বা অসমীয়াৰ জাকত জীন যোৱা মানুহ মাত্ৰেই সকলোৱে মুখত দিনটোত এবাৰ নহয় এবাৰ 'হেৰি' মাতষাৰ ওলাবই ওলাব। "হেৰিয়ে" জাত, কুল, ধৰ্ম্ম, সম্প্ৰদায় একো নেমানে। এবাৰ গুণাভিৰাম বৰুৱা কাশীলৈ গৈছিল। তীৰ্থযাত্ৰীৰ হিঁচহিঁচৰ মাজতে ৰায়বাহাদুৰে নলবাৰী ফালৰ এগৰাকী বিধৱা তীৰ্থযাত্ৰিনীয়ে আন এগৰাকী যাত্ৰিনীক "হেৰা বাই, হেৰা বাই" বুলি চিঞৰি-চিঞৰি মতা মাত এবাৰ শুনিলে। যেই শুনিলে সেই নগাঁৱত সাদিন থাপ-দিও লগ পাব নোৱৰা, গহীন গম্ভীৰ পুৰুষ ৰায়বাহাদুৰ গুণাভিৰামে খেদা মাৰি গৈ মানুহজনীক সাৱট মাৰি ধৰিলেগৈ।..... (কলে) "মোক হেৰি

প্ৰেমে বলিয়া কৰিলে।” সেই হে এই হেন হেৰি প্ৰেমৰ ৰাগীত পৰা গুণাভিৰামৰ পুত্ৰ জ্ঞানদাভিৰামে ভঁজুৰা অসমীয়া সমাজত কৰবাত কেনেবাকৈ এচাঁহীমান নিভাঁজ অসমীয়াত্ব দেখিলে আপোন-পাহৰা হৈছিল।” (একে ১৬১) বাহুল্যৰ ভয়ত ইমানতে থোৱাই ভাল হ'ব।

এতিয়া এইদৰে এনেকুৱা ভাষাত এনেকুৱা গদ্য লিখা লিখকজনক আমি বুৰঞ্জীবিদ্ বুলিম নে সাহিত্যিক বুলিম? বুৰঞ্জীবিদৰ বাবে আৱশ্যকীয় প্ৰসাদগুণ, প্ৰাঞ্জলতা, শব্দ ব্যৱহাৰত মিতব্যয়িতা এই গদ্যত আছে বুলি কোৱা টান। কিন্তু বুৰঞ্জী লিখাৰ বাবে নলগা এনে সুবিন্যস্ত ভাব-ভাষাৰ সমন্বয় প্ৰকাশভঙ্গীৰ এনে বলিষ্ঠতা বচন-ভঙ্গীৰ 'এফেক্ট' বা প্ৰভাৱৰ প্ৰতি সততে চকু ৰাখি লিখা এনে ওজঃগুণসমৃদ্ধ গদ্যৰ জোৰ আমাৰ আন কেইজনৰ গদ্যই পায়?

আজিকালিৰ পাঠকৰ হয়তো এই গদ্য পঢ়ি বাৰ্কলৈ (Burke) মনত পৰিব পাৰে, ভিক্টোৰিয়া যুগৰ অগ্ৰগণ্য গদ্য শিল্পীসকলৰ বাগাড়ম্বৰলৈ মন উলটি যাব—সেই যুগৰ ওজস্বিনী গদ্যৰ rolling periods বোৰ ভাব-ভাষাৰ উঠা-নমাৰ গুমগুমণিৰ কথা সুঁৱৰিব লাগিব। বহুতে হয়তো কবলৈ উদ্যত হ'ব এনেকুৱা শব্দবহুল অলঙ্কাৰপূৰ্ণ গদ্য আজিৰ ব্যস্ত যুগত অচল। আৰু এশ বছৰৰ আগতে এনে গদ্যৰ কিবা মোল থাকিলেহেতেন যদি থাকিব পাৰে, এতিয়া নাই। কথাষাৰ প্ৰণিধানযোগ্য হ'লহেঁতেন।

এইটো হয়তো একপ্ৰকাৰ অনস্বীকাৰ্য্যই যে মনোভঙ্গী, বিষয় নিৰ্ব্বাচন, কথাশৈলী প্ৰায় সকলোতে বেণুধৰ শৰ্ম্মা সময়ৰ ফালৰপৰা আমাৰ সমসাময়িক হলেও, আন হিচাপে আগৰ যুগৰ, অসমৰ ৰাজনৈতিক-সাংস্কৃতিক ইতিহাসৰ যিটো যুগক তেওঁৰ ৰচনাত যাউতিযুগীয়া মহিমাৰে মণ্ডিত কৰিছে সেই উনবিংশ শতিকাৰ শেষ আৰু কুৰিৰ আদিৰ যুগটো—সেইযুগৰ মানুহ।

কিন্তু সেয়ে যদি হয়ও, সি তেওঁৰ সাহিত্যৰ মূল্য হ্ৰাস কৰিব পাৰিব

জানো ? অতিশয়োক্তি থাকিব পাৰে, effect বিচাৰি কষ্টকল্পিত ৰীতি অৱলম্বনৰ দোষত তেওঁ দোষী হ'ব পাৰে, ভাষাৰ মেটমৰা আ-অলঙ্কাৰৰ ভাব আৰু শব্দ ব্যৱহাৰৰ বিলাসীতাই তেওঁৰ অৰ্থ বা লক্ষ্য বহুতো সময়ত হেঁচামাৰি ধৰা যেন লাগিব পাৰে, হকে-বিহকে অপ্ৰচলিত পুৰণি নাইবা নিজে সাঁচত গঢ় দি লোৱা নতুন শব্দৰ প্ৰতি, আচহুৱা আৰু অপভ্ৰংশ 'কলকুৱালিজম'ৰ প্ৰতি তেওঁৰ অত্যধিক মোহ থাকিব পাৰে, কিন্তু বেণুধৰ শৰ্ম্মাৰ সমকক্ষ, মৌলিক, নিভাঁজ, তেজী, ইমপ্ৰেচনিষ্টিক গদ্য সাহিত্যিক অসমীয়াত একাধিক আছে বুলি ডাঠি কব নোৱাৰোঁ। এনে স্পন্দিত প্ৰাণৱন্ত বৰ্ণনাত্মক গদ্য অসমীয়া সাহিত্যত বিৰল।

সাহিত্যিক কথাশিল্পী ( ? ) বেণুধৰ শৰ্ম্মাৰ প্ৰসঙ্গলৈ আহিছে মনত পৰিছে, ইমানখিনিলৈকে নিভাঁজ, থলুৱা, জতুৱা অসমীয়াৰ অপ্ৰতিদ্বন্দ্বী ওজা এজনৰ ভাষাশৈলী বিশ্লেষণ কৰিবলৈ মই যি ভাষা, যি ধৰণৰ শব্দ, বাক্য আৰু লিখা ৰীতিৰ আশ্ৰয় লৈছো, সেইটোৱেই অক্ষমনীয় ভাবে অ-বেণুধৰ শৰ্ম্মা-সুলভ Un-Benudhar Sharma like হৈছে। ভাষাৰ ক্ষেত্ৰত শৰ্ম্মা ডাঙৰীয়াক "পিউৰিষ্ট" অৰ্থাৎ ধুতিনীতি বা শুচিবায়ুগ্ৰস্ত বুলি যুক্তিযুক্তি ভাবে কব পাৰিনে নোৱাৰি সেই সম্পৰ্কে মোৰ নিজৰ মনৰে খুকুৰি মৰা নাই যদিও, সম্পূৰ্ণ বিজতৰীয়া আভঁজা মোৰ নিচিনা খিচিৰি ভাষাৰে তেওঁৰ সাহিত্য শিল্পৰ চৰ্চ্চা কৰিবলৈ যোৱা কোনোমতে সমৰ্থন যোগ্য হ'ব নোৱাৰে। সেই দেখি আৰু সৰহ আগবঢ়াৰ আগতে তেখেতৰ ওচৰত ক্ষমা প্ৰাৰ্থনাৰে বাট বুলিব লাগিব।

কেৱল সাহিত্যৰসিক নাইবা ভাষাৰ কাৰিকৰৰ বাবেই নহয়, সাহিত্যৰলৈতে বৰ বেছি লেনদেন নথকা অসমীয়াৰ বাবেও বোধকৰোঁ বেণুধৰ শৰ্ম্মাৰ সৰ্ব্বাধিক প্ৰবল স্বৰূপ বা ইমেজটো হ'ল নিভাজ, থলুৱা, ঘৰুৱা, গোপন দেশৰ মাটিৰ গোন্ধ থকা অসমীয়া লিখা মানুহ এজনৰ মানসমূৰ্ত্তিটোৱেই। সৰহ ভাগেই আমাৰ বুৰঞ্জী, লোকমুখ প্ৰচলিত প্ৰবচন,

গল্প আৰু চহা কথা-বতৰাৰপৰা আহৰণ কৰা, আৰু বৃহৎ পৰিমাণৰ আন একাংশ তেওঁৰ নিজৰ শব্দ-বাক্যশালত নিজে খুন্দি-গঢ়ি লোৱা, আচহুৱা অথচ জতুৱা শব্দ, বাক্য আৰু ইডিয়ম প্ৰয়োগৰ exemplar বা আৰ্হি স্বৰূপ বেণুধৰ শৰ্ম্মাজনকে আমি আটায়ে শ্ৰেণী-বৰ্গ নিৰ্ব্বিশেষে পোনতে মনত পেলাওঁ। আৰু আগছোৱাত উদ্ধৃতি দিয়া শৰ্ম্মাৰ গদ্য সাহিত্যৰ নিদৰ্শনী খণ্ডবাক্যবোৰত এবাৰ চকু ফুৰালেই এই সুপ্ৰচলিত সৰবৰহী মূল্যাঙ্কণটো যে কিমান সবল, ভিত্তিপূৰ্ণ আৰু যুক্তিযুক্ত তাক উপলব্ধি কৰিব পাৰি। "সলিসিয়ান" "তুল-তৰ্জ্জ ৰূপে" "জিলী-যা কোৱা-কা," "ষণ্ডা টুনী," 'হেৰি', 'বাপতি-সাহোন', 'সজাল ধৰা', 'আগ চেষ্টা', পদূলি, 'চৌকস বুদ্ধি', আদি শব্দ আৰু সমাস; "আকাশত নেজাল তৰা ওলাল" "শিপিনীৰ যতৰত শলা মুঘুৰা হ'ল", "দেখি, শিকি, ঠেকি লাভ কৰা, "কাতুৰ্ব্বাদে মিনতি কৰা", "নবখ্ৰিবৰ কন্যাই ওঠৰটা মূৰ্ত্তি ধৰাৰ" নিচিনা 'টিপিকেলি' জাতেপাতে অসমীয়া যোজনা ফঁকৰা আৰু খণ্ড বাক্যেৰে ঠাহ খাই থকা এনে ভাষা একমাত্ৰ বেণুধৰ শৰ্ম্মাৰ বাহিৰে আন কোনোবাই অসমীয়াত লিখিব পাৰে বুলি বা লিখে বুলি মোৰ জনা নাই। ইংৰাজীৰ King's বা Queen's English বুলি আমাৰ ভাষাটোকো যদি গণ্য কৰা যায় তেনেহলে, স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাৰ আত্মা-হীন দেহায়ো-তাক যদি খৰি নিদি কবৰ দিয়া হ'লহেতেন-তেতিয়া কবৰৰ ভিতৰতে বেণুধৰ শৰ্ম্মাৰদ্বাৰা অসমীয়া ভাষাৰ ব্যৱহাৰ দেখি অপাৰ বিষয়ত কাটিকুটা কৰিবলৈ বাধ্য হ'লহেঁতেন। আমাৰে জাতীয় দুৰ্ভাগ্য যে আমাৰ খাৰখোৱা অসমীয়া ভাষাটোক ৰজা ৰাণীৰ ইংৰাজীৰ পৰ্য্যায়লৈ তোলোঁ ছাৰি, সীমাবদ্ধ অঞ্চল এটাৰ ৰাজ্য ভাষা কৰি লোৱা কামটোৱেই এতিয়ালৈকে আধৰুৱা হৈ আছে।

বেণুধৰ শৰ্ম্মা যে আমাৰ মাতৃভাষাত কাপ চলাওঁতাসকলৰ ভিতৰত বিতৰ্কাতীত ওজা সেই কথা বৰ বেছিকৈ সাক্ষী প্ৰমাণ উপস্থিত নকৰাকৈয়ো সাব্যস্ত কৰিব পাৰি। অসম প্ৰকাশন পৰিষদৰ এজন প্ৰাক্তন সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীয়ে শ্ৰীশৰ্ম্মাৰ কোনোবা এখন

কিতাপৰ চিনাকি দিবলৈ গৈ কৈছিল, "বেণুধৰ শৰ্ম্মাৰ ভাষাত এটা কালিকা আছে।" ভাষাৰ এই কালিকাই হ'ল মোৰ বোধেৰে সাহিত্যিক বেণুধৰ শৰ্ম্মাৰ সৰ্ব্বপ্ৰধান বৈশিষ্ট্য আৰু কালিকালগা ভাষা আৰু অনন্তু-কৰণীয় স্বকীয় শৈলী, আঙ্গিক আৰু ভঙ্গীৰে লিখা গদ্যই শৰ্ম্মাৰ অসমীয়া সাহিত্যলৈ আটাইতকৈ মূল্যবান অৱদান। কুলীন অসমীয়া ভাষা বহুতো পণ্ডিত লোকে লিখিছে, অসমীয়া গদ্যত বহুতে বিভিন্ন ঠাঁচ লিখাৰ গুৰি ধৰিছে কিন্তু বেণুধৰ শৰ্ম্মাৰ লেখিয়াকৈ অসমীয়া শব্দ-বাক্যৰ নিগূঢ় nuances-বোৰ—একেবাৰে নিজা অৰ্থ বৈশিষ্ট্যসমূহ এনে উৎকৃষ্টভাৱে exploit কৰি তাৰপৰা পাৰ্শ্বমানে অৰ্থ চেপি উলিয়াব পৰা ক্ষমতাৰন্ত গদ্য লিখকৰ নজীৰ অন্ততঃ মই দিব নোৱাৰো। শৰ্ম্মাৰ বাবে শব্দ যেন শব্দই নহয়, একো একোপাট অব্যৰ্থ অস্ত্ৰ, যাৰ সহায়েৰে তেওঁ অসমীয়া সাহিত্যত আপুৰুগীয়া এবিধ অদ্ভুত শক্তিশালী, পৌৰুষ দীপ্ত, আটিল ধ্ৰুপদী গদ্যৰ নতুন দিগন্ত মুকলি কৰিছে আৰু আৱেগ সঞ্চাৰী, ৰঙ্গ মৰ্ম্মস্পৰ্শী চিত্তউদ্দীপক কথা-সাহিত্যৰ সৃষ্টি কৰিছে।

কথা-সাহিত্য শব্দটো মোৰ বোধেৰে পছিমীয়া belles lettres 'বেললটাৰ' শব্দৰ দেশীয় প্ৰতিশব্দ। তেনেস্থলত কথা-সাহিত্যিক বুলিলে আমি কিয় কেৱল ঔপন্যাসিক নাইবা গাল্পিককে ধৰোঁ মই বুজি নেপাওঁ। জীৱনী, ৰম্য ৰচনা, ভ্ৰমণ, কাহিনী, এইবোৰো জানো কথা-সাহিত্য নহয়? মোৰ ধাৰণা নিবন্ধকাৰ, জীৱনী আৰু চৰিত-লিখক, স্মৃতিৰ লেছেৰী বোটলা মেময়াৰ প্ৰণেতা প্ৰথম শাৰীৰ গদ্য সাহিত্যিক বেণুধৰ শৰ্ম্মা প্ৰকৃততে আমাৰ এজন শ্ৰেষ্ঠ কথা সাহিত্যক। তেওঁৰ গদ্যৰ পৃথক চৰিত্ৰই তেওঁৰ কথা-সাহিত্যক আমাৰ আন সকলো গদ্য লিখকৰ সৃষ্টিৰপৰা সুকীয়া এটি বিশিষ্ট স্থান দিছে। এই গদ্যত হয়তো কাব্যিক গীতিমুখৰ লয়লাস নাই, সুকোমল মৃদুতা বা কমনীয়তাৰ ইয়াত অভাৱ, তাত বুদ্ধিদীপ্ত বিশ্লেষণী অথবা যুক্তিগধুৰ বিচাৰমুখী প্ৰতিভাৰ স্বাক্ষৰ নাই, আন কি কিজানি সৰহ ভাগ inspired প্ৰেৰণালব্ধ গদ্য লিখকৰে থকা prophetic vision ভৱিষ্যদৰ্শী অন্তদৃষ্টিৰো প্ৰাচুৰ্য্যৰ

তেওঁৰ ৰচনাত তেনেকৈ অনুভৱ কৰিব নোৱাৰি। তথাপি নীৰস ঐতিহাসিক তথ্য আৰু শুকান হাড়ছাল ঘটনা পঞ্জিক কুলীন মৰ্য্যাদাময় সাৱলীল ভাব-সঞ্চাৰক চেতনা-উদ্দীপক গদ্যৰ মাধ্যমেৰে যিজনে ৰসোত্তীৰ্ণ সাহিত্যৰ পৰ্য্যায়লৈ উন্নীত কৰিছে সেই গদ্যলিখকজনক master of prose গদ্যৰ গৰাকী বা ওজা বুলিবলৈ কেঁৰোঘেঁহো কৰাৰ কোনো থল নাই।

কেৱল পৌৰুষ বা গাম্ভীৰ্য্য বা ভাৰসাম্য বা নিতান্ত অসমীয়া চৰিত্ৰ ব্যঞ্জক যেই সেই কিবা এটা সংজ্ঞা দিব নোৱৰা, উচ্ছ্বাসবৰ্জিত Practical কিন্তু বজৰুৱা Vulgar নোহোৱা সংযত মাৰ্জিত ৰুচিৰ "অসমীয়াত্বৰ" বাবেই নহয়, বেণুধৰ শৰ্ম্মাৰ কিতাপৰ পাতে পাতে সিঁচৰতি খুহুটীয়া কথা, হাস্য, সাধু কথা ইংৰাজীত যাক এনেকদ'ট বোলে সেই anecdote, শ্লেষ, সূক্ষ্ম, কটাক্ষ, ব্যঙ্গ, বক্রোক্তি ইত্যাদি অশেষ সম্পদৰ বাবেও বেণুধৰী গদ্য ভৱিষ্যতলৈকো একপ্ৰকাৰ একক আৰু অপ্ৰতিদ্বন্দ্বী হৈ থাকিব বুলি মোৰ বিশ্বাস।

যিকিটি গদ্যৰ উদ্ধৃতি দিছিলোঁ তাত যে অকল বহুবিখ্যাত purple patches ধুনীয়া গদ্যাংশৰ উৎকৃষ্ট উদাহৰণ আছে সেয়ে নহয়, নাইবা সেইবিলাক যে কেৱল ওজঃগুণসম্পন্ন নিভাঁজ ধ্ৰুপদী ভাষা প্ৰয়োগৰে উত্তম নিদৰ্শনমাত্ৰ সিও নহয়; তেওঁৰ মানসিক দৃষ্টিভঙ্গী আৰু প্ৰৱণতাৰো প্ৰকৃষ্ট পৰিচয় তাৰ মাজত বিচাৰি চালে ফটফটীয়াকৈ ধৰা পেলাব পৰা যায়।

"কংগ্ৰেছৰ কাঁচিয়লি ৰদ'ত"ত যদিও বা শৰ্ম্মাই আমাৰ ৰাজনৈতিক বৰ্ত্তমানৰ ওপৰত দৃষ্টিপাত কৰি দলীয় মঞ্চৰ প্ৰধান—অপ্ৰধান ভাৱৰীয়া সকলৰ মূল্যাঙ্কণ কৰিবলৈ আগ বাঢ়িছে তথাপি তেওঁৰ দৃষ্টি মূলতঃ অতীতৰ ওপৰত হে নিবদ্ধ। বেণুধৰ শৰ্ম্মাই ভৱিষ্যদ্বক্তাৰ ভূমিকা লৈ জাতি বা সাহিত্যৰ ভৱিষ্যতৰ বিষয়ে চিন্তা কৰাতকৈ আমাৰ গৌৰৱময় সোণোৱালী অতীতৰ পুল বা হেঁচোকটো সদায় বহুগুণে বেছিকৈ অনুভৱ কৰে— অতীতৰ প্ৰিজম্ বা ৰচুৱৱা কাঁচৰ মাজেদি হে তেওঁ বৰ্ত্তমানলৈ দৃষ্টি

নিক্ষেপ কৰে। আপাত আৰু আশুৰ খামখুমীয়াত আমি পাহৰি যাব খোজা অদূৰ ওচৰ অতীতৰ বীৰ আৰু গুৰিয়ালসকল আমাৰ বাবে যি সময়ত মাথোন একোটা নাম লৈ পৰ্য্যবসিত হৈছে তেনে এটা সময়তে সিবিলাকে তেওঁৰ ইতিহাস সচেতন দৃষ্টিত একো, একোজন তেজ-মঙহৰ জীৱন্ত মানুহ হৈ ধৰা দিছে।

সলিসিয়ান দূৰদৰ্শী ৰাজনীতিজ্ঞ মণিৰাম দেৱান, সততে ভুল বুজা বহু নিন্দিত much maligned বদন বৰফুকন, বঙাল বৈৰী লাচিত বৰফুকন, কচাৰী বীৰ তুলাৰাম সেনাপতিৰ লেখীয়া অসম-বুৰঞ্জীৰ অমৰ বীৰবৃন্দক তেওঁ যেনেকৈ বুৰঞ্জীৰ পাতৰপৰা আমাৰ মাজত সোঁ শৰীৰেৰে আনি উপস্থিত কৰিছে, উচ্ছ্বাসময় উদ্দীপ্ত ভাষাত বীৰ বন্দনা কৰিছে,— একেদৰে আমাৰ মাতৃভূমিৰ আধুনিক বুৰঞ্জীৰ এটা extra-ordinary efflorescence অৰ্থাৎ অভূতপূৰ্ব্ব স্ফুৰণৰ সাক্ষীস্বৰূপ পুৰুষসকলক পোহৰলৈ আনি দেশৰ বৃহত্তৰ ঐতিহ্যৰ মানচিত্ৰত আমাৰখন প্ৰদেশকো মহিমান্বিত প্ৰতিষ্ঠাৰ প্ৰয়াস কৰিছে। আভিধানিক জাদুৰাম বৰুৱা, সাংবাদিক কৃষ্ণকান্ত ভট্টাচাৰ্য্য, গ্ৰন্থৰক্ষক যাদৱচন্দ্ৰ বৰুৱা, স্বাধীনতাৰ ফিৰিঙতি চন্দ্ৰনাথ শৰ্ম্মা, দেশসেৱক ৰোহিণীকান্ত হাতীবৰুৱা, শিক্ষাবিদ উপেন্দ্ৰনাথ বৰুৱা—সেই সিদিনাৰ অসম মাতৃৰ মুখ উজ্জলোৱা সুসন্তান সকলৰ বিষয়ে বেণুধৰ শৰ্ম্মাই নিলিখাহেঁতেন আমি কিমানে জানিলোহেঁতেন বা জানিবলৈ চেষ্টা কৰিলোহেঁতেন? গঙ্গাগোবিন্দ ফুকন, গোবিন্দ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, সৰ্ব্বেশ্বৰ কটকীৰ দৰে অপেক্ষাকৃত অল্প পৰিচিত গুণী লোকৰ সৈতে আমাৰ চিনাকি কৰি দিবলৈ তেওঁ সদায় যিদৰে অহোপুৰুষাৰ্থ কৰি আহিছে তাকো আমি আওকাণ কৰিব নোৱাৰোঁ। "আমি অসমীয়া নহওঁ দুখীয়া কিহৰ দুখীয়া হম—সকলো আছিল, সকলো আছে, মুগুণো নলওঁ গম"—এইষাৰ কথা মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰি আমাৰ ঘৰৰ আৰু নিজৰ থকাখিনিৰ প্ৰতি সকীয়াই দিয়াত বেণুধৰ শৰ্ম্মাতকৈ আন কোন জন অসমীয়া লিখকে বেছি কৰিছে উপৰাই কোৱা টান।

বেণুধৰ শৰ্ম্মাই অসমৰ আধুনিক বুৰঞ্জীৰ অখ্যাত অথচ গৌৰৱোজ্জ্বল এটা অধ্যায়ৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰি যিখিনি মহৎ বৰঙনি যোগাইছে, মোৰ বিশ্বাস অকল তাৰ বাবেই অসমীয়াভাষী অসমবাসী আমি সকলো তেওঁৰ ওচৰত কৃতজ্ঞ থাকিব লাগিব। আমি ভাৰতৰ ঊনৈশ শতিকাৰ শেহছোৱাৰ নৱোন্মেষ বা সাংস্কৃতিক ৰেনেচাঁচৰ কথা কওঁ হয় কিন্তু আমাৰ ইয়াতে জনম লৈ যিসকল সিৰফুটা লোকে জ্ঞান-বিজ্ঞানৰ জেউতি চৰোৱা আপুৰুগীয়া অৰিহণাৰে ভাৰতৰ ভিতৰতে অসমক সম্মানৰ ঠাই দিছিল সেইসকললৈ আমি পাহৰিলোঁ। আনন্দৰাম বৰুৱা, কৰ্ণেল শিবৰাম বৰা, বলিনাৰায়ণ বৰা, ৰাধিকাৰাম ঢেকিয়াল ফুকন, লক্ষ্মীৰাম বৰুৱা, জালনুৰ আলি, অব্দুল মজিদ, ভোলানাথ বৰুৱা মথুৰামোহন বৰুৱা, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য ঃ এই সকল জাকত জিলিকা অসমীয়া ভাৰতীয়ৰ কথা আমি কিমান মনত পেলাওঁ,—সেই-সকলক যোগ্য ঠাইত প্ৰতিষ্ঠিত কৰিবলৈ আমি কিটো কৰিছো ? বেণুধৰ শৰ্ম্মাই parochial আখ্যা পোৱাৰ নিন্দাবাদলৈ কেৰেপ নকৰি এখেত সকলৰ কথা আমাক সোঁৱৰাই দিছে ঃ যি কাম আন কোনেও তেওঁৰ নিচিনাকৈ একাগ্ৰতাৰে কৰা নাই। মোৰ বোধেৰে অসমৰ ঊনবিংশ শতিকাৰ শেষৰ দশক কেইটা আৰু এই শতিকাৰ আদি পৰ্ব্বটো সাংস্কৃতিক বিৱৰ্ত্তনৰ ফালৰপৰা সৰ্ব্বভাৰতীয় 'ৰেনেচাঁচ' বা নৱাভ্যুদয়ৰ অংশ বিশেষ যেন লাগিলেও, দৰাচলতে অসমৰ সামাজিক-সাংস্কৃতিক ইতিহাসৰ পৰি-প্ৰেক্ষিতত সেইটো অভূতপূৰ্ব্ব "ফেনমেনন্" যিটোৰ ক্ৰমিক বা বুৰঞ্জী ভিত্তিক ব্যাখ্যা দিয়া কঠিন। হয়তো মহাপুৰুষীয়া জাগৃতিৰ পিচত এই ভাবধাৰাই স্বল্পাৰ্থত জাতীয় সংস্কৃতিৰ এটা বিশেষ সুঁতিয়েদি প্ৰবাহিত হৈছিল আৰু এচাম সমভাবাপন্ন লোকৰ সাধনা আৰু সিদ্ধিৰ যোগেদি মূৰ্ত্ত আৰু বাঙ্ময় হৈছিল। সুদীৰ্ঘ কেবা শতিকাৰো বিৰতিৰ অন্তত এই সময় ছোৱাতে অসমত এটা নতুন ধৰণৰ ব্যাপক পৰিসৰৰ বৌদ্ধিক আৰু সাংস্কৃতিক পুনৰুত্থান সংঘটিত হৈছিল। অলপ কঁহিয়াই চালে দেখা যায় তেওঁৰ ঐতিহাসিক আৰু সাহিত্যিক ৰচনাৱলীত বেণুধৰ

শৰ্ম্মাই আমাৰ বুৰঞ্জীৰ সুদূৰ storied past তকৈ, অপেক্ষাকৃতভাৱে অদূৰৱৰ্ত্তী আৰু আধুনিক এই নৱোন্মেষৰ ৰূপটোকে আমাৰ মনত অতুলনীয় কৃতিত্বৰে সন্চালনিকৈ প্ৰতিষ্ঠা কৰিলে আৰু আমাক আমাৰ হৃত আত্মসন্মান আৰু আত্মবিশ্বাস ঘূৰাই আনি দিলে। আমাৰ ভাবী বুৰঞ্জীকাৰ আৰু পৰ্য্যবেক্ষক সকলে আমাৰ সাংস্কৃতিক জীৱনৰ এই দীপ্তিমান অধ্যায়টোৰ বিষয়ে বিশদ চিন্তা-চৰ্চ্চা কৰিবলৈ শৰ্ম্মায়ে বাট মোকোলাই দিলে। বেণুধৰ শৰ্ম্মাৰ এই এটা উল্লেখনীয় কৃতিত্ব যে সূৰ্য্যকুমাৰ ভূঞাই আনন্দৰাম বৰুৱাৰ সৈতে বহিৰ্জগতত চিনাকি কৰি দিবলৈ কৰা প্ৰশংসনীয় "আগচেষ্টাৰ" পাছত, তেৱেঁই প্ৰথম গোট এটা যুগ আৰু যুগনায়ক সকলক পৰম শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে আমাৰ জাতীয় নেতৃত্বৰ আসনত পুনৰ প্ৰতিষ্ঠা কৰিলে। ৰাজনৈতিক দৃষ্টিকোণৰপৰা 'সাতাৰন ছালৰ' যিটো ঐতিহাসিক তাৎপৰ্য্য, সাংস্কৃতিক বিকাশৰ ফালৰ পৰা উনৈশ শতিকাৰ এই যুগটোৰো তেনেকুৱা তাৎপৰ্য্য বুলি মোৰ ধাৰণা।

মানসিক দিগন্তৰ বিশাল বিস্তৃতি জানো এক অৰ্থত ৰাজনৈতিক প্ৰতিদান Consolidation বা দৃঢ়ীকৰণতকৈও বেছি meaningful বা অৰ্থবহুল নহয় ?

অৱশ্যে এইটো ঠিক যে বাহ্যিক ৰূপ বা 'ফৰ্ম'ৰ ফালৰ পৰা চাই আৰু জাতিৰ প্ৰতি সেৱাৰ চিনৰ জোখত গুণ গ্ৰহণ কৰি বেণুধৰ শৰ্ম্মাৰ কৃতিত্বৰ শলাগ ললেও, ঐতিহাসিক বিষয়বস্তু নিৰ্ব্বাচন আৰু অভিব্যক্তিৰ ক্ষেত্ৰত আমি লিখকজনৰ মনোভঙ্গী আৰু চিন্তাধাৰালৈ পিঠি দিব নোৱাৰো। কোনোবাই কব পাৰে বেণুধৰ শৰ্ম্মাৰ দৃষ্টি পিচৰ পিনে, মৃত, অতীত মুখী— বৰ্ত্তমানৰ সমস্যা আৰু সঙ্কটৰ প্ৰতি তেওঁৰ সচেতনতা যথেষ্ট সক্ৰিয় নহয়। আন কি, ideologically বা ভাবাদৰ্শৰ ফালৰ পৰা তেওঁ কেৱল পশ্চাৎমুখীয়েই নহয়—সম্ভৱতঃ বহুখিনি reactionary বা প্ৰতিক্ৰিয়া-শীলেই। বৰ্ত্তমানৰ জ্বলন্ত সমস্যাৰ পৰা পিচ হুহকি পলৰীয়া মনোবৃত্তিৰে বেণুধৰ শৰ্ম্মাই যদি যোৱা অতীতৰ মৃত গৌৰৱৰ মকিশালিত জুৰাই

থাকিবলৈ বিচাৰে, অতীতক ৰোমাণ্টিক ভাৱে idealize কৰি তাৰ এন্ধাৰ ফালটোলৈ চকু মুদি থাকে।

আজিৰ যুগত এনে সমালোচনাৰ প্ৰাসঙ্গিকতা থাকিব। কিন্তু আমি এই প্ৰসঙ্গত মনত ৰখা ভাল যে কম-বেছি পৰিমাণে সকলো বুৰঞ্জী-ধৰ্মী সাহিত্যিকেই অতীত আশ্ৰয়ী আৰু অতীত অভিমুখী। যি কোনো সাংস্কৃতিক পুনৰ জাগৰণৰ সময়তে শিল্পী-কলাকাৰ, চিন্তাবিদ সকলৰ মন অতীতৰ ফালে ঢাল খায়, অতীতক পুনৰুদ্ধাৰ কৰি বৰ্ত্তমানৰ দৈন্য পৰিবহন কৰাৰ হেঁপাহ ওপজে। বেণুধৰ শৰ্ম্মাই অতীতত তেওঁৰ দৃষ্টি নিৱদ্ধ ৰাখিছে সচাঁ, কিন্তু সেই অতীত সুদূৰ অতীত নহয়, অদূৰ অতীত; আৰু অতীতত নিবদ্ধ হলেও তাতে তেওঁৰ সৃষ্টি চেতনা আবদ্ধ হৈ থকা নাই, অতীতৰ প্ৰেৰণাৰ সফুঁৰাৰে তেওঁ সদায় বৰ্ত্তমান পুৰুষক উদ্বুদ্ধ কৰিবলৈ বিচাৰিছে। সেয়ে, তেওঁৰ অতীত প্ৰীতি কিম্বা অতীত pre-occupation-ৰ সামাজিক আৰু আদৰ্শগত validity বা প্ৰতীতি। ঠিক প্ৰগেচিভ নহলেও এই দৃষ্টিভঙ্গীক প্ৰতিক্ৰিয়াশীল বুলিব নোৱাৰি।

অতৰ্কিতেই বেণুধৰ শৰ্ম্মাৰ ভাষাৰপৰা ভাব জগতলৈ আহি পৰিলো। গতিকে তেওঁৰ ভাব-সম্পদ ('কনটেণ্ট') আৰু বৌদ্ধিক মূল্য সম্পৰ্কে অকণমান আলোচনা কৰি ইমানতে এই প্ৰবন্ধৰ মোখনি মৰাই ভাল হব।

আগতেই ইঙ্গিত দি আহিছোঁ যে বক্তব্য, দৃষ্টিভঙ্গী আৰু ভাবগত affiliation বা অন্তৰ্ভুক্তিৰ ফালৰপৰা বেণুধৰ শৰ্ম্মাক আমাৰ পুৰুষৰ সমসাময়িক যেন নেলাগে। তেওঁ প্ৰকৃততে কুৰি শতিকালৈকে বৈ যোৱা ঊনবিংশ শতিকাৰ শেষাদ্ধৰ hangover বা অৱশেষ (?)। গতিকে আমাৰ শতাব্দীৰ—বিশেষ ভাৱে আমাৰ কেইটা দশকৰ,—সমাজতাত্ত্বিক, মনোবৈজ্ঞানিক অথবা নন্দনতাত্ত্বিক তুলাচনীৰে জুখি শৰ্ম্মাৰ বৌদ্ধিক দৈন্য নাইবা মানসিক সীমাবদ্ধতাৰ ওপৰত জোৰ দিবলৈ যোৱা অনৰ্থক আৰু অযৌক্তিক হব। বেজবৰুৱা শতবৰ্ষপূৰ্ত্তিৰ সাম্প্ৰতিক সময় হোৱাত আজিৰ

বিচাৰ-মানদণ্ডেৰে ৰসৰাজক পৰীক্ষা কৰি চাই কোনো কোনো আধুনিকতা-বাদী,—অৰ্থাৎ modern নহয় modernist,—সমালোচকে বেজবৰুৱাৰ সৃষ্টিত মহত্ব নাই বুলি উন্নাসিক ৰায় দান কৰিবলৈ প্ৰবৃত্ত হৈছে। কিন্তু আন কোনো কোনো সহিষ্ণু দূৰদৃষ্টি সম্পন্ন আধুনিক বেজবৰুৱা সমীক্ষকে দেশ—কাল—পাত্ৰৰ পৰিপ্ৰেক্ষিতত বেজবৰুৱাক প্ৰতিষ্ঠা কৰি সোঁৱৰাই দিছে যে বেজবৰুৱাৰ সাহিত্যিক মূল্য উলাই কৰিবলৈ যাওঁতে আমি তেওঁৰ সময়টোলৈকো লক্ষ্য কৰিব লাগিব,—উপলব্ধিও কৰিব লাগিব যে অসমীয়া ভাষাটোৰে অস্তিত্ব আৰু স্থিতিৰ বিৰুদ্ধে এশ এটা ভাবুকিৰে ভৰা এটা পৰিস্থিতিত বেজবৰুৱাই যি কৰিলে তাকে নকৰি যদি কেৱল সাহিত্যৰ বাবে সাহিত্যকে সৃষ্টি কৰিবলৈ তেওঁ মন মেলিলেহেঁতেন তেনেহলে তেওঁৰ প্ৰতি অন্যায় হে কৰা হ'লহেঁতেন ;—কৰ্ত্তব্যবিমুখ বুলি প্ৰতিভাত কৰিব পৰা নহলহেঁতেন। একে সময়তে অসমীয়া ভাষাটোৰ বাবে আৰু অসমীয়া মানুহৰ বাবে যুঁজিবাগি "সাহিত্য কৰিব" লগীয়া নোহোৱা হলে লক্ষ্মীনাথে ৰবীন্দ্ৰনাথ, শৰৎচন্দ্ৰ নাইবা ইকবাল—প্ৰেমচান্দৰ লেখীয়া সৃষ্টি কৰিব পাৰিলেহেঁতেন নে নোৱাৰিলেহেঁতেন সেইটো hypothetical কথা হলেও, সেইবিলাকৰ নাম-নাচ কিবা যে সৃষ্টি কৰিব নোৱাৰিলে হেঁতেন তাকেই বা কব পাৰি কেনেকৈ ! লক্ষ্মীনাথৰ বাবে যি পাট শৰ, সম্ভৱ বেণুধৰ শৰ্ম্মালৈকো সেই একেপাট শৰেই। অৱশ্যে, বেণুধৰ শৰ্ম্মাই কাল্পনিক সাহিত্য বা fiction সৃষ্টি কৰিবলৈ খুব কমেই গৈছে ; আৰু লক্ষ্মীনাথৰ যুগৰ ঐতিহাসিক পটভূমি বেণুধৰ শৰ্ম্মাৰ দিনত বৃহৎভাবেই পৰিবৰ্ত্তিত হৈছে। তথাপি স্থিতি আৰু সৃষ্টিৰ ইকুৱেশ্যনটোৰ—ভাষা সংৰক্ষণ আৰু সৃষ্টি বিনোদনমূলক সৃষ্টিৰ সংঘাতটোৰ আমূল পৰিবৰ্ত্তন সংঘটিত হোৱা নাই। বেণুধৰ শৰ্ম্মায়ো ৰাজহুৱা মানসিক জগতত ভাব-সতীৰ্থ লক্ষ্মীনাথ বেজবৰুৱাৰ দৰেই with back to the wall—মৰোঁ জীওঁ সৌ-আধিকৈ নিজৰ ভাষাটোৰ ৰাজনৈতিক শাসনতান্ত্ৰিক অস্তিত্ব বচাবলৈ সততে সক্ষম থাকিয়েই সৃষ্টি কৰ্মত আত্মনিয়োগ কৰিবলগীয়া হৈছে।

দৰাচলতে আনন্দৰাম ঢেকিয়াল ফুকনৰ দিনৰ পৰা আজিৰ বেণুধৰ শৰ্ম্মাৰ দিনলৈকে প্ৰত্যেকজন প্ৰখ্যাত অসমীয়া সাহিত্যসেৱীয়েই শুধু সাহিত্য সৃষ্টি কৰিবলৈ গৈ অনা-সাহিত্যিক extraneous ভাষাৰ অস্তিত্ব বা স্থিতি সম্পৰ্কীয় কথাত ভিডিলৈকে সোমাই পৰিবলগীয়া হৈছে। গতিকে সাহিত্যৰ বাবে সাহিত্য সৃষ্টিৰ আছুতীয়া কৰ্মক্ষেত্ৰৰপৰা আঁতৰলৈ আহি যেতিয়া সাহিত্যক জাতীয় সমস্যা সমাধানৰ "হাথিয়াৰ" নাইবা বৃহত্তৰ ৰাজনৈতিক, সামাজিক উদ্দেশ্য পূৰণৰ এটা উপায় ৰূপে লৈ কাম কৰিবলগীয়া হয় তেতিয়া সাহিত্যিকৰ সাহিত্য সৃষ্টিৰ মূল intrinsic মূল্য মোলান পৰাটো কোনো অভাৱনীয় পৰিণতি নহয়। আচলতে এই বুলি কলেও বোধ কৰোঁ অত্যুক্তি কৰা নহব যে আমাৰ সাহিত্যৰ বাটকটীয়াসকলৰ সৰহ ভাগেই যেনেকৈ সাহিত্য চৰ্চ্চাৰ লগে লগে অনিবাৰ্য্যৰূপেই বুৰঞ্জী চৰ্চ্চাতো মনোনিবেশ কৰিছিল, ঠিক সেইদৰেই যোৱা অৰ্দ্ধশতিকাৰ অসমীয়া লিখক-প্ৰচাৰক সকলেও সাহিত্য চৰ্চ্চ'ৰ লগে লগে ৰাজনৈতিক আত্মপ্ৰতিষ্ঠাৰ আন্দোলনতো ভাগ লব লগীয়া হৈছে—কোনেও নিজক ৰাজনীতি, সমাজচিন্তা, আৰু স্বদেশ প্ৰেমৰ পৰা মুক্ত কৰিব পৰা নাই।

অসম-সাহিত্য-সভাৰ সভাপতিসকলৰ অভিভাষণবোৰ পঢ়ি চালেই দেখা যাব কেনেকৈ প্ৰত্যেকজন অসমীয়া সাহিত্য দিকপালে অসমৰ জাতীয়তা আন্দোলনৰ সন্দৰ্ভত একোটা অনা-সাহিত্যিক ৰাজনৈতিক ঢং বা stance লব লগীয়া হৈছে। কিছু দিনৰ আগতে আমাৰ এজন অৰ্দ্ধ অসমীয়া দলীয় ৰাজনৈতিক নেতাই অসম সাহিত্য সভাক hands off politics বুলি সতৰ্ক কৰি দিয়া বহুতৰে মনত থাকিব পাৰে! আৰু ইও জানো এটা মুকলি গোপনীয়তা নহয় যে আমাৰ ৰাজনৈতিক দলীয় প্ৰভুসকলে অসম সাহিত্য সভাই তথা অসমৰ সাহিত্যিকে ৰাজনীতিৰ কথা even with a pair of tongs অৰ্থাৎ কাঠীৰে ছুবলৈ যোৱাটোও পছন্দ নকৰে? অসমীয়া সাহিত্যৰ এইটো এটা স্বচ্ছতাৰ চিন আৰু অসমীয়া সাহিত্যিকৰ সৎ সাহস আৰু আদৰ্শনিষ্ঠাৰ প্ৰমাণ

যে লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে আমাৰ মুখিয়াল সাহিত্য কৰ্ণধাৰসকলৰ কেতিয়াও ৰাজনৈতিক সময়সেৱা বা expediency-ৰ ওচৰত সাহিত্যক ভেটি দিবলৈ বা বলি দিবলৈ যোৱা নাই, সাহিত্য আৰু সাহিত্য বহিৰ্ভূত বাহিৰৰ জীৱনক পানী নসৰকা পৰস্পৰ বিৰোধী কোঠালিত সুমাই থব খোজা নাই, আৰু সাহিত্যক কেৱল ভিতৰুৱা ৰসভোগ আৰু ব্যক্তিকেন্দ্ৰিক আত্মপ্ৰকাশৰ এটা উপায়ত সীমাবদ্ধ কৰি জাতীয় জীৱনৰ বোঁৱতী সুঁতিৰ পৰা নিলগাই ৰোৱা নাই। বেণুধৰ শৰ্মা আমাৰ এই মহৎ ট্ৰেডিচনৰ পৰম্পৰাৰ এজন সাৰ্থক প্ৰতিভূ। সৃষ্টিৰ অভিনৱত্ব বা অনবদ্যতাতকৈ সৃষ্টিৰ বৃহত্তৰ প্ৰাসঙ্গিকতা বা wider relevance তেওঁৰ বাবে বেছি জৰুৰী, অধিক challenging। তেওঁ সেইসকল সাহিত্যিকৰ এজন, যাৰ কাৰণে সাহিত্য অকল সাহিত্যৰ বাবে সৃষ্টি নহয়, হয় এটা জাতিক জগাই তুলিবৰ বাবে আৰু জাতীয় গৰ্ব্ববোধৰ বীজমন্ত্ৰ দিবৰ বাবে।

জাতীয় দায়িত্ববোধ সম্পন্ন সাহিত্য সৃষ্টি আৰু স্বাদেশিকতা তথা দেশপ্ৰেম বৰ সৰহ খোজৰ দূৰত্ব নহয়। মানি লব পাৰি,—বেণুধৰ শৰ্ম্মাই সাহিত্যত বিশাল জীৱনবোধৰ গভীৰতা নাই, ওপৰ খাপৰ মননশীলতা বা আধুনিক মানসৰ জিজ্ঞাসা প্ৰৱণতা নাই, দেশকালৰ বন্ধনাতীত সত্য বা চিৰন্তনান্বেষণৰ মহতী সাধনা নাই, বৌদ্ধিক পূৰ্ণতা প্ৰাপ্তিৰ প্ৰতিশ্ৰুতি নাই; কিন্তু এই সকলো নথকাৰ তথাকথিত দুৰ্ব্বলতা কিম্বা গ্লানি বেণুধৰ শৰ্ম্মাৰ অনবদ্য ৰচনাৰ ছত্ৰে ছত্ৰে জিলিকি থকা প্ৰখৰ দেশাত্মবোধ আৰু উদ্দেশ্যৰ high seriousness-এ ধুই মচি নোহোৱা কৰিছে। কবলৈ গলে, প্ৰবন্ধৰ শাৰীয়ে শাৰীয়ে অনুৰঞ্জিত হোৱা অসম-প্ৰেমৰ আৰু আদৰ্শবাদে বেণুধৰ শৰ্ম্মাৰ সাহিত্যক এটা পৃথক মহত্ব dimension দিছে! আৰু এই গুণৰ বাবেই আঙ্গিক নাইবা বিষয়বস্তুৰ "সাধাৰণতা"ই তেওঁৰ সাহিত্য কৰ্ম্মৰ সামগ্ৰিক মূল্য টুটাব পৰা নাই। দেশভক্ত ভকতৰাম ফুকনৰ "মৰিলে স্বৰ্গ তৰিলে দেশ" এই বাণী যেন বেণুধৰ শৰ্ম্মাৰ কাণত বাজি থাকে আৰু এইখন চিকুণী লাৱণী অসম স্বদেশ আৰু অসমীয়া

স্বজাতিৰ উন্নতি আৰু মঙ্গলকে মানস কৰিয়েই বেণুধৰ শৰ্ম্মাই মাতৃ ভাষাৰ মন্দিৰৰ সিংহদুৱাৰ প্ৰবেশ কৰে।

মাতৃভূমিৰ সোণোৱালী মন্দিৰত পূজা আগ বঢ়াই কাঁচি কাঠত ওলমিছিল বুলিয়েই বিদ্ৰোহী মণিৰাম, পিয়ালীৰ প্ৰতি বেণুধৰ শৰ্ম্মাৰ ইমান অনুৰাগ আৰু অসমক মহীয়ান কৰাই তেওঁৰ সাধনা বাবেই এটা শতাব্দীৰ ভোটা তৰাবিলাকৰ জীৱন কৰ্ম্ম চৰ্চ্চা কৰি তেওঁৰ কোনো দিন হেঁপাহ পলোৱা নাই।

"একাল আছিল, যেতিয়া অসমীয়াই আনক সেও কৰাইছিল; একাল আছিল যেতিয়া অসমীয়াই নিজৰ জোৰৰ পোহৰেৰে অন্যান্য জাতিৰ বস্তিৰ পোহৰখিনি নিষ্প্ৰভ কৰি পেলাইছিল আৰু একাল আছিল যেতিয়া অসমীয়া জাতিৰ আগত অন্য জাতিৰ সত্ত্বা আপোনা-আপুনি লীন হৈ গৈছিল। প্ৰতিধ্বনিয়ে সুধিছে, বুৰঞ্জীৰ তুলাপাতে সুধিছে, স্বদেশপ্ৰেমৰ প্ৰেৰণাই সুধিছে, 'ফিৰিঙি বঙালক ডাকু দিয়া কালটো অসমলৈ আকৌ কেতিয়াবাকৈ ঘূৰি আহিব নে? :—( দূৰবীণ ৮২ )।"

এনে ভাষাৰ উক্তি কৰিব পৰা সাহিত্যিক বেণুধৰ শৰ্ম্মাৰ জীৱনৰ যে স্বদেশপ্ৰেম অৰ্থাৎ অসম প্ৰেমেই আটাইতকৈ প্ৰবল প্ৰেৰণা বা passion নহয় নে? আৰু এনে একোটা মহতী প্ৰেৰণা বা 'পেশ্যনৰ' বাহিৰে আৰু কিহে 'নিছক' সাহিত্য সৃষ্টিক দেশ সেৱা আৰু ভূমাস্পৃহাৰ উচ্চ স্তৰলৈ উন্নীত কৰিব পাৰে? পয়সত্তৰ বছৰীয়া কৰ্ম্মময় আদৰ্শ-উদ্ভাসিত জীৱনকাল বেণুধৰ শৰ্ম্মাই এহাগুধীয়া ভাবে মাতৃভূমি আৰু মাতৃভাষাৰ সেৱাৰ নিবেদন কৰি এইকালৰ প্ৰতিজন অসমীয়াৰ চেনেহ আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈছে। তেওঁ নিজে যেনেকৈ মণিৰাম দেৱান বুলিলেই মনৰ চকুত ভাহি উঠা মহান পুৰুষজনৰ প্ৰতিকৃতি এখন আঁকিছে; তেনেকৈয়ে চাগে ভৱিষ্যত কালেও বেণুধৰ শৰ্ম্মা বুলিলেই মনত পেলাব মৰমী অসমী আই আৰু সুৱদি অসমীয়া ভাষাক মনে-প্ৰাণে নিবিড় ভাবে ভালপোৱা এজন আপোন পাহৰা সাহিত্যিকক।

বেণুধৰ শৰ্ম্মা শতায়ু হওক। 'জীৱিতং শাৰদং শতং'। যুৱৰ

চলিব সমান, আয়ুস পাই তেওঁ আমাক অসম আৰু অসমীয়াৰ বাবে সকীয়াই থাকিবলৈ মূৰ দাঙি থিয় হৈ থাওক আৰু অনন্য কলমৰ আখৰেৰে আমাৰ সাহিত্যৰ জেউতি চৰাওক !

---

# বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মা

শ্ৰীসদানন্দ চলিহা

বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মাৰ লগত মোৰ প্ৰথম পৰিচয় ঘটে এখন ইংৰাজী কিতাপৰ যোগেদি। সেই কিতাপখন হল "এন একাউণ্ট অব আসাম"; ডাঃ জন পিটাৰ ৱেডৰ বিৰচিত। শৰ্ম্মা ডাঙৰীয়াই এই কিতাপখন বহু কষ্টেৰে সংগ্ৰহ কৰি ১৯২৭ চনত প্ৰথম ছপা কৰি উলিয়ায়। ৱেডৰ বুৰঞ্জীখন ছাৰ এডৱাৰ্ড গেইটৰ বুৰঞ্জীৰ তালযুৰীয়া হব নোৱাৰিলে যদিও, ই পুৰণি কালৰ ইতিকথাৰ কেইটামান অলিখিত বিষয়ৰ ওপৰত আলোকপাত কৰিছে। গেইটৰ বুৰঞ্জীৰ দ্বিতীয় তাঙৰণ ওলায় ১৯২৬ চনত। তাৰ পিচৰ বছৰতে শৰ্ম্মাদেৱে বুৰঞ্জীখন পোহৰলৈ আনি আমাৰ বিদ্বজ্জনসকলৰ মাজত কৌতুক আৰু বিস্ময়ৰ সৃষ্টি কৰিলে। ৱেড বুলি যে এজন লিখক আছিল আৰু তেৱোঁ যে অসমৰ বুৰঞ্জী এখন লিখি থৈ গৈছে সেইটো তেতিয়ালৈকে আমি কোনেও গম পোৱা নাছিলো।

১৯২৭ চনত অৰম্ভে ৱেডৰ একাউণ্টৰ জনপ্ৰিয়তা গেইটৰ বুৰঞ্জীতকৈও বেছি হে হৈছিল। সেই কালত ইউৰোপীয় চাহ-খেতিয়ক সকলৰ কেইখন মান আলোচনী হাফলং আৰু কলিকতাৰপৰা প্ৰকাশিত হৈছিল। এখন হল "আসাম ৰিভিউ" আৰু আনখন হল "প্লেণ্টাৰ্ছ জাৰ্ণেল।" দুয়ো খনৰ ছপা-বন্ধা অতিশয় বিতোপন আছিল। 'আসাম ৰিভিউ'ত ৱেড-বুৰঞ্জীৰ সহানুভূতিপূৰ্ণ সমালোচনা এটা ওলাইছিল আৰু সেইটো পঢ়ি বহুতো চাহ খেতিয়ক ৱেড-বুৰঞ্জীৰ গ্ৰাহক হৈছিল। বুৰঞ্জীখনৰ প্ৰকাশক জনো আছিল চাহখেতিয়কেই। সেই হিচাপেও এই গ্ৰন্থই চাহখেতিয়ক সকলৰপৰা যথেষ্ট সমাদৰ পাইছিল।

"আসাম ৰিভিউ" পটোতাসকলৰ ওচৰত শৰ্ম্মাদেৱ সুপৰিচিত আছিল যেন বোধ হয়। আমাৰ সৰ্ব্বসাধাৰণৰ ধাৰণা যে জগন্নাথ বৰুৱা—সুপ্ৰসিদ্ধ "বি-এ" জগন্নাথ—প্ৰথম অসমীয়া চাহ-খেতিয়ক। কিন্তু এই ধাৰণা যে অমূলক আৰু মণিৰাম দেৱান হে যে প্ৰথম অসমীয়া চাহ-খেতিয়ক আছিল সেইটো প্ৰথম শৰ্ম্মাদেৱেই আমাৰ ওচৰত বেকত কৰিলে। মণিৰাম দেৱানে খোলা চাহ বাগিচা দুখন -চেংলুং আৰু চেনিমৰা ১৮৫৮ চনত বাজেয়াপ্ত কৰা হল। নামান্তৰ ঘটিছে যদিও এই দুয়োখন বাগিচা এতিয়াও বিদ্যমান। মণিৰাম দেৱানৰ খাতিৰতে হওক বা অসমৰ মাটি পানীত ঠন্ ধৰি উঠা গছ বুলিয়েই হওক, চাহ খেতিৰ প্ৰতি শৰ্ম্মাদেৱৰ কিবা এটা আবেগিক আকৰ্ষণ আছে। তেওঁৰ দুখন সুবৃহৎ গ্ৰন্থ ৰেডৰ "এন একাউন্ট অব আসাম" (১৯২৭) আৰু 'মণিৰাম দেৱান' (১৯৪৮)—প্ৰকাশ কৰাৰো সম্ভৱপৰ হৈ উঠিছিল দুজন উদাৰ চিতীয়া চাহ খেতিয়কৰ আৰ্থিক সাহায্যৰ বাবেই।

অসমীয়া সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত শৰ্ম্মাদেৱে অৰিহণা যোগাইছে। অৱশ্যে সৰ্ব্বসাধাৰণে তেওঁক বুৰঞ্জীবিদ বুলিয়েই জানে। কেনে ধৰণৰ বুৰঞ্জীবিদ সেইটো ব্যাখ্যা কৰা টান তেওঁৰ বুৰঞ্জীমূলক কোনো খন কিতাপকে যথাৰ্থ 'বুৰঞ্জী' বুলিব নোৱাৰি। 'সাতাৱন ছাল' (১৯৪৬), 'গঙ্গাগোবিন্দ ফুকন' (১৯৫০), 'দূৰবীণ' (১৯৫১), 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' (১৯৫৯), 'দক্ষিণপাট সত্ৰ' (১৯৬৬) আদি কৰি কেইবাখনো বহুমূলীয়া বুৰঞ্জীমূলক গ্ৰন্থ তেওঁৰ কাপৰপৰা ওলাইছে। 'ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী', 'চলিহা জাতিৰ ইতিবৃত্ত'কে আদি কৰি কেইবাখনো গ্ৰন্থ অসমাপ্ত অপ্ৰকাশিত অৱস্থাত আছে। বুৰঞ্জীমূলক অপাৰ প্ৰবন্ধ নানান আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। সমাজৰ ওচৰত জনপ্ৰিয়তা লাভ কৰা বুৰঞ্জীমূলক প্ৰবন্ধবোৰৰ ভিতৰত উল্লেখযোগ্য হল "দেশদ্ৰোহী কোন -"বদন নে পূৰ্ণানন্দ ?" আৰু 'বঙাল বৈৰী লাচিত বৰফুকন'। প্ৰথমটো প্ৰবন্ধ বি-এ মহলাত আমাৰ পাঠ্য আছিল। অধ্যাপকে পঢ়ুৱাই থাকোঁতে আমি প্ৰায় বদন পন্থী হৈ পৰিছিলোঁহক।

সেই সময়ত পূর্ণানন্দ বুঢ়াগোহাঁইক পোৱা হলে কিজানি ঘেৰাও কৰি পেলালোঁহেতেন, কি ঠিক ? আই-এ মহলাত অনুৰূপ ইংৰাজী প্ৰবন্ধ এটাও পঢ়া মনত পৰে—'মাৰ্ডাৰ অব টমাছ বেকেট' ( টমাছ বেকেটৰ হত্যা ) এই প্ৰবন্ধটো গাৰ্ডিনাৰে লিখা। গাৰ্ডিনাৰেও ৰজা হেন্‌ৰীক নিৰ্দ্দোষী প্ৰমাণিত কৰাৰ প্ৰয়াস কৰিছে আৰু বেকেটক তুৰাকাঙ্ক্ষী উচ্চাভিলাযী আৰু ৰাষ্ট্ৰদ্ৰোহী আখ্যা দিছে। গাৰ্ডিনাৰৰ গদ্যৰীতিৰ লগত শৰ্ম্মাৰ গদ্যৰীতিৰ যথেষ্ট সাদৃশ্য আছে ; অত্যন্ত সতেজ বৰ্ণনা —বুৰঞ্জীয়ে অবিচাৰ কৰা এজন লোকৰ দৃষ্টিভঙ্গীৰ সহানুভূতিপূৰ্ণ সমীক্ষা।

শৰ্ম্মা হল গাৰ্ডিনাৰ, গিবন বা মেকলেৰ শাৰীৰ বুৰঞ্জীবিদ। তেওঁৰ নায়ক-নায়িকা ঠিক ষ্টেজৰ নায়ক-নায়িকাৰ দৰে। সেই কালৰ বেশ-ভূষাত সজাই পৰাই তুলি সেই কালৰ বচন-ভঙ্গী কণ্ঠত দি শৰ্ম্মাই বুৰঞ্জীৰ মূৰ্ত্তক অভিনয় কৰিছে। আবেগ আৰু উত্তেজনাই অবাধ প্ৰশ্ৰয় পাইছে ; সেই বুলি ইতিহাস বিকৃত হোৱা নাই। তেওঁ যি থেছিছ মনতে ভাবি লৈছে, সেই থেছিছ প্ৰতিপাদন কৰি হে ক্ষান্ত হৈছে। শৰ্ম্মা তেনেই 'ছাবজেক্টিভ'। তেওঁ লিখা প্ৰথম কথাখিনি পঢ়ি লৈয়ে শেষৰ ফালে বক্তব্য তেওঁ কোন সিদ্ধান্তলৈ ঢাল খুৱাব, সেইটো কৈ দিব পাৰি। সময়ত, শিতানটোৱেই বক্তব্যখিনি বিবৃত কৰি পেলায়, যেনে 'বঙাল-বৈৰী লাচিত বৰফুকন'। লাচিত বৰফুকন শৰ্ম্মাৰ পৰম আৰাধ্য, কাৰণ তেওঁ "বঙাল-বৈৰী" আৰু তেওঁৰ প্ৰবন্ধটোতো লাচিত বৰফুকন ঠিক বঙালৰ বৈৰী ৰূপেই থিয় দিছে।

শৰ্ম্মাৰ অসমীয়াত্ব-বোধ বৰ উগ্ৰ ; তেওঁৰ স্বদেশ প্ৰেম হল জয়-জয়তে অসম-প্ৰেম, তাৰ পিচত হে অন্য কিবা। আধুনিক যুগত অসমীয়া মানুহৰ ৰাজনৈতিক চেতনাৰ তিনিটা স্তৰ পৰিলক্ষিত হয়। প্ৰথমটো হল ১৮৩৮ চনৰ পৰা ১৯২১ চনলৈকে, দ্বিতীয়টো হল ১৯২২ চনৰ পৰা ১৯৪৭ চনলৈকে, তৃতীয়টো ১৯৪৭ চনৰ পৰা আজি পৰ্য্যন্ত। পুৰন্দৰ সিংহৰ ৰাজ্যখণ্ড কোম্পানীয়ে নিজৰ হাতলৈ নিয়াৰপৰা অসমীয়া মানুহৰ একমাত্ৰ

ধ্যান আছিল "অসমীয়া" হিচাপে নিজকে আত্মপ্রতিষ্ঠা কৰা। ১৮৭২ চনত শিক্ষানুষ্ঠানবোৰত অসমীয়া ভাষা পুনৰ প্ৰবৰ্ত্তিত হোৱাত এওঁলোকৰ প্ৰথম জয় সূচিত হ'ল। "জোনাকী" যুগৰ সাহিত্যিক সকল আছিল গোড়া অসমীয়া। অসমীয়া মাত কথাত বঙলুৱা প্ৰভাৱ তেওঁলোকে কোনো প্ৰকাৰে পৰিবলৈ দিয়া নাছিল। আন কি তেওঁলোকৰ অগ্ৰজ "অৰুণোদই" যুগৰ আমেৰিকান বেপ্টিষ্ট মিছনেৰী সকলেও নিভাঁজ অসমীয়া মাত কথাত হে জোৰ দিছিল। শিৱসাগৰৰ গ্ৰামীক বা চহা ভাষাটোকে সাধুভাষাৰূপে তেওঁলোকেই প্ৰথম প্ৰৱৰ্ত্তন কৰি থৈ যায়। 'ক্ৰছ' সুবুলি তেওঁলোকে 'পেৰেঙ্গনি' (ফেৰেঙনি) বুলিছিল। 'বৰফ' শব্দটো ফাৰ্চী, সেইদেখি তেওঁলোকে নিভাঁজ অসমীয়া প্ৰতিশব্দ উলিয়াইছিল 'শিলপানী'। শিৱসাগৰীয়া ভাষাটো অসমৰ প্ৰায় চাৰিখন জিলাৰ কথিত ভাষা হোৱা হেতুকে বেপ্টিষ্ট মিছনেৰী সকল বিশেষ বাধাৰ সম্মুখীন হোৱা নাছিল। খাচ অসমীয়া শব্দৰ প্ৰতি তেওঁলোকৰ এই তীব্ৰ অনুৰক্তিৰ ভাবটোকে 'জোনাকী' যুগৰ সাহিত্যিক সকলে গাঢ়তৰ কৰিলে মাথোন। এনে কৰোঁতে সময়ত বহুতো ভাল ভাল সংস্কৃত, পাৰ্চী আৰু আৰবী শব্দ বঙালীত বহুত প্ৰচলিত হোৱা দেখি তেওঁলোকে সেইবোৰ বঙালী শব্দ বুলি ধৰি ল'লে আৰু অসমীয়াত ব্যৱহাৰ কৰিবলৈ এৰি দিলে। পিচৰ চামৰ সাহিত্যিক সকলে সেইবোৰ শব্দ আৰু ঘূৰাই লোকব্যৱহাৰলৈ আনিব নোৱাৰিলে। এনে ধৰণে বাদ পৰা শব্দবোৰৰ ভিতৰত উল্লেখযোগ্য হ'ল 'ও' আৰু 'চুপাবিছ'। 'ও' শব্দটো বঙালী বুলি ধৰি লৈ তেওঁলোকে তাৰ বদলি 'আৰু' লিখিবলৈ ল'লে। সময়ত একেলগে কেইবাটাও পদ 'আৰু'ৰে যুক্ত কৰি লৈ খণ্ডবাক্যবোৰো 'আৰু'ৰে যুক্ত কৰিব লগা হয়। ফলত গোটেই বাক্যটোৱেই বিশ্ৰী আৰু শ্ৰুতিকটু হৈ পৰে।

খণ্ডবাক্যবোৰ 'আৰু'ৰে যুক্ত কৰি বাকীবোৰ পদ যুক্ত কৰোঁতে "ও"টোৰ ব্যৱহাৰ কৰা হ'লে বেছি ভাল হ'লহেতেন। তেনে কৰাৰ নিতান্ত আৱশ্যকো আছিল; কাৰণ ইংৰাজীৰ দৰে অসমীয়াত Polysyndeton

নাই। কিন্তু এতিয়া আৰু তেনে কৰাটো দুঃসাধ্য। 'ও' শব্দটো বঙালীত বৰ বেছিকৈ চলে বুলিয়েই যে সি বঙালী হ'ব, তাৰ কোনো মানে নাই। 'ও' মূল হ'ল সংস্কৃত 'ৱ'। হিন্দীত 'ৱ' (ও) আৰু 'অউৰ' ( আৰু ) দুয়োটা শব্দৰে ব্যৱহাৰ আছে। সেই কালৰ অসমীয়া সাহিত্যিক সকলে সংস্কৃত শিকিছিল অসমীয়া বা বঙালী লিপিত। এই লিপিত সংস্কৃত 'ৱ' টোও 'ব' হৈ আছে। নিজে 'ব' বুলি উচ্চাৰণ কৰে দেখিয়েই হ'বলা বঙালী 'ও' টোৱেই যে সংস্কৃত 'ৱ', সেইটো তেওঁলোকে ধৰিব নোৱাৰিলে। সেইদৰে বঙালীত 'সুপাৰিশ' লিখা দেখি তেওঁলোকে বঙালী শব্দ বুলি ধৰি ল'লে। দৰাচলতে ইংৰাজী "ৰিকমেণ্ডেশ্যন'ৰ যথাৰ্থ অসমীয়া প্ৰতিশব্দ 'চুপাৰিছ'ৰ বাহিৰে আন একোৱেই হ'ব নোৱাৰে। বঙালীৰ উপৰিও আনবিলাক ভাৰতীয় ভাষাৰ লগত তেওঁলোকৰ সম্বন্ধ থকা হ'লে শব্দ চয়নত তেওঁলোক ইমান গোড়া নহ'লহেতেন।

সেই কালত অসমীয়া মানুহ আছিল বঙালী বৈৰী। তেওঁলোক বৃটিছ বৈৰীতো নাছিলেই; বৰং বৃটিছৰ পৰম অনুগত হৈ আছিল। আসাম এছোচিয়েশ্যন সেইকালৰ ৰাজনীতি সচেতন অসমীয়াৰ প্ৰথম সংগঠন। আসাম এছোচিয়েশ্যনৰ অন্যতম নেতা গঙ্গাগোবিন্দ ফুকনক শৰ্ম্মাই পুনৰ জাগ্ৰত কৰি তুলিছে। শৰ্ম্মাৰ 'গঙ্গা গোবিন্দ ফুকন'ত সেই কালৰ মানুহৰ ৰাজনৈতিক মনোবৃত্তিৰ সম্যক আভাস এটা পোৱা যায়।

দ্বিতীয়টো স্তৰ হ'ল অসহযোগ আন্দোলনৰ যুগ-মহাত্মা গান্ধীৰ যুগ। আসাম এছোচিয়েশ্যন অসম-প্ৰদেশ-কংগ্ৰেছলৈ ৰূপান্তৰিত হ'ল। অসমীয়া মানুহে নিজকে ভাৰতীয় বুলি ভাবিবলৈ শিকিলে। অসমীয়া স্বাৰ্থ আৰু ভাৰতীয়ৰ স্বাৰ্থ যে অভিন্ন, সেইটোত আমাৰ মানুহক পতিয়ন নিয়াবৰ বাবে অসহযোগ আন্দোলনৰ কেইবাজনো শীৰ্ষস্থানীয় নেতাই অশেষ পৰিশ্ৰম কৰিব লগা হৈছিল। তেওঁলোকৰ ভিতৰত বিশেষ ভাবে উল্লেখযোগ্য হ'ল বক্তা, সাহিত্যিক আৰু সংগঠক কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা।

চন্দ্ৰনাথ শৰ্ম্মাই 'আসাম বিলাসিনী'ত লিখা বিস্তৰ প্ৰবন্ধৰ প্ৰতিপাদ্য বিষয় এইটোৱেই। চন্দ্ৰনাথে বেণুধৰ শৰ্ম্মাকো বিশেষভাবে অনুপ্ৰাণিত কৰে।

অসমীয়া চিন্তানায়ক সকলৰ মানসিক অন্তৰ্দ্বন্দ্বৰ ফলত পুৰণি ৰক্ষণশীল নেতা বহুতো কংগ্ৰেছৰ বাহিৰত ৰল। সৰ্ব্বভাৰতীয় অনুষ্ঠান এটাত সোমাই অসমীয়াই ভাৰতীয়ৰ খাতিৰত অসমীয়াত্ব বিসৰ্জ্জন দিব নালাগিবনে এইটো প্ৰশ্নই তেওঁলোকক বিব্ৰত কৰিলে। অসমীয়া স্বাৰ্থ আৰু ভাৰতীয়ৰ স্বাৰ্থ বিভিন্ন বুলি ভবা আৰু কংগ্ৰেছে অসমীয়াৰ জাতীয় স্বাৰ্থ বিপন্ন কৰিব বুলি শঙ্কা কৰা লোক তেতিয়াও সংখ্যাত তাকৰীয়া নাছিল। আন কি ভাৰত চৰকাৰ বিধি (১৯৩৫) অনুযায়ী ১৯৩৭ চনত যেতিয়া প্ৰথম সাধাৰণ নিৰ্ব্বাচন হয়, তেতিয়া বহুতো কৃতী আৰু মেধাবী লোক কংগ্ৰেছৰ বিৰুদ্ধে থিয় দিছিল। কংগ্ৰেছক ভোট দি জয়যুক্ত কৰিলে অসমীয়াৰ স্বাৰ্থ নৰহিব বুলি আন কি নেলাগে, স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাইও মত প্ৰকাশ কৰিছিল এই কংগ্ৰেছ বিৰোধী (কাজেকাজেই বৃটিছভক্ত বুলি সৰ্ব্বসাধাৰণে ধৰি লৈছিল যদিও, এই ধাৰণা বহুলাংশে অমূলক) লোক সকলে "মিলিত জন সংঘ" নাম দি ৰাজনৈতিক দল এটা খুলি প্ৰতিটো সমষ্টিতে নিজৰ প্ৰাৰ্থী থিয় কৰিছিল। তৰুণৰাম ফুকন আৰু ৰোহিণী কুমাৰ চৌধুৰী আছিল মিলিত জনসংঘৰ নেতা আৰু এওঁলোক দুজনৰ যি কোনো এজনক অসমৰ প্ৰধান মন্ত্ৰী পাতিব নোৱাৰিলে অসমত অসমীয়াৰ স্বাৰ্থ ৰক্ষা নপৰে বুলি মিলিত জনসংঘই প্ৰকাশ্যভাবে ঘোষণা কৰিছিল। অৱশেষে সাধাৰণ (অমুছলমান) সমষ্টি বেছি ভাগতে কংগ্ৰেছৰ জয় হল। তৰুণৰাম ফুকন কংগ্ৰেছ প্ৰাৰ্থীৰ হাতত পৰাজিত হল। ৰোহিণীকুমাৰ চৌধুৰী নিৰ্ব্বাচিত হল যদিও উপযুক্ত সংখ্যক সমৰ্থক নাপালে। বিধান সভাত কংগ্ৰেছেও অৰ্দ্ধাধিক সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে; নিৰ্দ্দলীয় সদস্য আৰু সৰুসুৰা দলবোৰ গোটাই লৈ ছাৰ সাদউল্লাই চৰকাৰ গঠন কৰিলে। তেওঁ তেতিয়াও মুছলিম লীগত যোগ দিয়া নাছিল। ("সাদউল্লা" নামটো

অসমীয়াত বেছি ভাগেই 'খাতুল্লা' লিখে, কিন্তু সাদ্‌উল্লাই নিজে অসমীয়াত 'সাদ্‌উল্লা' বুলিহে তেওঁৰ নামটো বানান কৰিছিল। "বাঁহী"ত ( মাধৱ বেজবৰুৱাৰ সম্পাদিত ) তেওঁ লিখা প্ৰবন্ধ এটাত "সাদ্‌উল্লা" নামটো তেওঁৰ হাতৰ আখৰেৰেই ব্লক কৈ ওলাইছিল। গতিকে 'খাতুল্লা'ৰ বদলি 'সাদ্‌উল্লা' লিখাহে উচিত হব।) সাদ্‌উল্লা পিচত মুছলিম লীগত ভৰ্ত্তি হয়। তেতিয়া নেতৃস্থানীয় অমুছলমান লোকসকলেও কংগ্ৰেছত যোগ দিয়ে। ১৯৩৭ চনৰ সাধাৰণ নিৰ্ব্বাছনৰ পিচতে মিলিত জনসংঘৰ মৃত্যু ঘটে।

বৃটিছ বিৰোধী সংগ্ৰামৰ কালছোৱাত মানুহৰ ৰাজনৈতিক ইষ্টদেৱতা আছিল এজন—মহাত্মা গান্ধী। তেওঁ হল ৰাষ্ট্ৰনায়ক, জাতিৰ জনক। গান্ধীজীৰ তিৰোধানৰ পিচত জৱাহৰলাল নেহেৰুৱে সেই শূন্য ঠাই বহুলাংশে পূৰণ কৰিব পাৰিছিল। জৱাহৰলাল নেহৰুৱেও বিদায় লোৱাত সৰ্ব্ব-ভাৰতীয় জাতীয়তা বা ভাৰতীয় জাতীয়তাৰ বা ভাৰত ৰাষ্ট্ৰীয়তাৰ প্ৰতিভূ এজন নোহোৱা হৈছে। ফলত বিভিন্ন ৰাজ্যত আঞ্চলিকতা বা প্ৰাদেশিকতাই গা দি উঠিছে। এই তথাকথিত আঞ্চলিকতাক সংকীৰ্ণ মনৰ পৰিচায়ক বুলি আমি উৰাই দিব নোৱাৰোঁ; কাৰণ তথাকথিত ভাৰত ৰাষ্ট্ৰীয়তা বা সৰ্ব্ব ভাৰতীয় জাতীয়তা মূলতঃ কেইখনমান প্ৰদেশৰ আঞ্চলিকতা ভিন্ন আন একো নহয়। দোষটো ভাৰতৰ সংবিধানতে ৰৈ গৈছে। তলত উল্লেখ কৰা কথা কেইটালৈ চকু দিলেই সেইটো বুজা সহজ হব।

বিভিন্ন অঙ্গ ৰাজ্য বা জনসমষ্টিৰ মাজত ভাৰসাম্য ৰক্ষাৰ যি ব্যৱস্থা আমেৰিকান বা ছোভিয়েট ফেডাৰেল চৰকাৰত আছে, তেনে ব্যৱস্থা ভাৰতৰ সংঘ চৰকাৰত নাই। আমেৰিকাৰ ছিনেটত ( কংগ্ৰেছৰ উচ্চ সদন ) প্ৰতিখন ৰাজ্যই দুজনকৈ প্ৰতিনিধি পায়; টেক্সাছৰ নিচিনা সুবৃহৎ ৰাজ্য এখনৰো দুজন প্ৰতিনিধি আৰু উয়মিঙৰ নিচিনা ক্ষুদ্ৰ ৰাজ্য এখনৰো দুজন প্ৰতিনিধি। ফলত এখন ৰাজ্যই অন্য এজনক ভাৰাক্ৰান্ত কৰিব নোৱাৰে। ভাৰতীয় সংবিধানত জনসংখ্যাৰ ভিত্তিত প্ৰতিনিধিৰ

সংখ্যা নিৰ্দ্ধাৰিত হোৱাত স্বাভাৱিকতে বৃহৎ ৰাজ্য দুই-এখনৰ বক্তব্যহে ৰজিব।

আমেৰিকাত ৰাজ্যবোৰে লগ লাগি ফেডাৰেল চৰকাৰটোৰ সৃষ্টি কৰিলে। ভাৰতত সংঘ চৰকাৰেহে ৰাজ্যবোৰ সৃষ্টি কৰিলে। তেওঁলোকে নতুন ৰাজ্য ইচ্ছানতে সৃষ্টি কৰি লব পাৰে আৰু কৰিয়েই আছে। সংঘ চৰকাৰ সবল আৰু ৰাজ্য চৰকাৰবোৰ দুৰ্ব্বল হোৱাত দ্বিতীয়টো প্ৰথমটোৰ মৰ্জ্জিৰ ওপৰত নিৰ্ভৰ কৰি চলিব লগা হয়।

তাহানি হিন্দু আৰু মুছলমান ৰজা সকলৰ দিনত ভাৰতৰ চৰকাৰী ভাষা আছিল যথাক্ৰমে সংস্কৃত আৰু পাৰ্চী। ইয়াৰ এটাও আঞ্চলিক ভাষা নাছিল। এতিয়া হিন্দীক ৰাষ্ট্ৰভাষা কৰিব খোজা হৈছে। ই এটা আঞ্চলিক ভাষা; আৰু আঞ্চলিক ভাষা এটা ৰাষ্ট্ৰভাষা হলে সেই ভাষাটোৱে চৰকাৰৰ পৃষ্ঠপোষকতা যিখিনি লাভ কৰিব, সেইখিনি বাকীবোৰ ভাষাই নেপায়।

প্ৰাদেশিকতা বা আঞ্চলিকতাই গা দিয়া বহুত কাৰণৰ ভিতৰত ওপৰত উল্লেখ কৰা কেইটাও ৰাই। যি সকলে সৰ্ব্ব-ভাৰতীয় দোহাই দিয়ে, তেওঁলোকেও যে একপ্ৰকাৰ আঞ্চলিকতাৰে আচৰণ কৰিছে, সিও সঁচা। উত্তৰ প্ৰদেশ চৰকাৰে 'ত্ৰিভাষিক সূত্ৰ'ত হিন্দীৰ বাহিৰে আন আধুনিক ভাৰতীয় ভাষা এটাও গ্ৰাহ্য নকৰাটোৱেই ইয়াৰ প্ৰমাণ।

বেণুধৰ শৰ্ম্মাৰ ৰচনাৱলীৰ ওপৰত এই তিনিওটা যুগৰ বা স্তৰৰ প্ৰভাৱ পৰিছে। তেওঁৰ জন্ম ১৮৯৪ চনত। চূড়ান্ত বঙাল-বৈৰিতাৰ কালছোৱাতেই হল তেওঁৰ শৈশব আৰু কিশোৰ। স্বাধীন অসমৰ শেষ অৱশেষ খিনিও মচ খোৱাৰ পৰা তেওঁ সংসাৰৰ মুখ দেখালৈ ব্যৱধান মাত্ৰ ৫৬ বছৰ। আহোম ৰাজকোঁৱৰৰ ৰাজ্য চাৰিঙত জন্মগ্ৰহণ কৰি তেওঁ অসমৰ পুৰণি গৌৰৱৰ ক্ষীণ আভা দেখা পাইছিল আৰু সেই চাৰিঙৰে সিংহপুৰুষ মণিৰাম দেৱানে সেই লুপ্ত গৌৰৱ উদ্ধাৰ কৰিবলৈ পৈ কিদৰে প্ৰাণ দিলে, তাৰ কাহিনী শুনি শুনিয়েই

তেওঁ ডাঙৰ দীঘল হৈছিল। এইখিনিতে কৈ থোৱা ভাল যে দেৱান ফাঁচী কাঠত উঠাৰপৰা শৰ্ম্মা জন্ম গ্ৰহণ কৰালৈ ৫৬ বছৰ মাত্ৰ! শৰ্ম্মাৰ পিতা-মাতাই মণিৰামক নিশ্চয় পাইছিল—ডাঙৰীয়া হিচাপেই হওক বা সমজুৱা হিচাপেই হওক। মণিৰাম দেৱান শৰ্ম্মাৰ আদৰ্শ পুৰুষ—আৰাধ্য দেৱতা মণিৰামৰ আদৰ্শই তেওঁক ইমান উদ্বুদ্ধ কৰিলে যে ভাৰত স্বাধীন হোৱাৰ পিচত অসমৰ সেই সময়ৰ ৰাজ্যপাল শ্ৰীজয়ৰাম দাস দৌলতৰামৰ সভাপতিত্বত মণিৰাম দেৱানৰ তিথি পাতিলত হে তেওঁৰ অতৃপ্ত আত্মাই সান্ত্বনা লভিলে। শৰ্ম্মাৰ নিজৰ ভাষাত কব লাগিলে –

"পৰাধীনতাৰ দিন উকলি স্বাধীনতাৰ অৰুণোদয় হ'লত, অসমৰ ৰাজ্যপাল শ্ৰীযুত জয়ৰাম দাস দৌলতৰামেও সেই আসনত অধিষ্ঠিত হৈ মণিৰাম দেৱান আৰু পিয়ালী বৰুৱাৰ বিজয়ী মৰণত গুৰুত্ব থাপিলে; "চিপাহী বিদ্ৰোহ"ৰ সময়ত স্বদেশৰ হন্তে জীৱন বলি দিওঁতা অসমীয়া ত্যাগবীৰ সকলৰ মানদণ্ড ওপৰলৈ তুলিলে। দৌলতৰামৰ সভাপতিত্বই '৫৭ ছালত অসমীয়াই পেলোৱা অৰিহণাখিনিত অন্ততঃ, মণি-মুকুতা লগাই অনা-অসমীয়াৰ চকু গজালে। মণিৰাম-পিয়ালীৰ বৰ্ষিকীয়ে এতিয়াও আমাৰ অভিপ্ৰেত বাঞ্ছা পূৰ্ণ কৰাৰ অৰ্থে বছৰি উদগণি দি থকা দেখি, পানীত পৰি কক্-বকোৱা মোৰ অশান্ত-অতৃপ্ত চিত্তই শান্তি-তৃপ্তি লাভ কৰিছে।" ( কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত )

ওপৰৰ কথাখিনিৰ মৰ্ম্ম উপলব্ধি কৰিব পাৰিলেই শৰ্ম্মা কেনে ধৰণৰ বুৰঞ্জীবিদ সেইটো বুজা আমাৰ পক্ষে অসহজ নহব। তেওঁ বুৰঞ্জী প্ৰসিদ্ধ নায়ক-নায়িকাসকলৰ অৰিহণাখিনিত মণি-মুকুতা লগাই জিলিকাব খোজে; আমি সেইখিনি চালি-জাৰি কিবা ৰহন আছিল যদিও তাক গুচাই নওঠা কৰিব খোজো। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" শৰ্ম্মাৰ এক অপূৰ্ব্ব সৃষ্টি। ইয়াত কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ দৰে প্ৰথিতযশা নেতাসকলৰ জীৱনৰ বহুতো স্মৰণীয় ঘটনা যিদৰে সংবলিত হৈছে, সেইদৰে ঘটাই মহৰী, চিংফৌ খছুৱা মেথি আৰু খোলাকটি মেথিৰ দৰেৰ

বোৱাৰী বাগৰজাৰ নিচিনা নিচেই সাধাৰণ তৰপৰ মানুহবোৰৰ কথা-কাণ্ডও বৰ মনোগ্ৰাহী ভাবে বৰ্ণোৱা হৈছে। শৰ্মাৰ বহুল মানবিকতা শত্ৰু-মিত্ৰ উভয়ৰে প্ৰতি উদাৰচিত্তীয়া মনোভাব আৰু নিৰপেক্ষ বিচাৰ-ভঙ্গিৰ প্ৰকৃষ্ট পৰিচয় এইখন পুথিয়ে দিছে। নিভাজ ঘৰুৱা ভাষাত আঞ্চলিক বহন অবিকল অক্ষত ৰাখি এনে ধৰণে লেখনী চলাব পৰাটো কেৱল শৰ্মাৰ পক্ষে হে সম্ভৱপৰ। এইখন হল এমিল লুডৱিকৰ 'নাইল' বা 'মেডিটেৰানিয়ান'ৰ ধাৰাৰ গ্ৰন্থ। লুডৱিকে কৈছে যে মহাৰজা আৰু মহাযোদ্ধাসকলে ইতিহাসত বেছি খ্যাতি ৰাখিব পাৰে, কেৱল এই বাবেই নহয় যে তেওঁলোকে ডাঙৰ ডাঙৰ কাম সমাধা কৰে; বহুৱাসকলৰ কাৰ্য্যকলাপ সম্পৰ্কীয় নথি-পত্ৰ ও পোৱা নেযায়। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" শৰ্মাই ঘটিৰাম-বাতিৰামৰ বহুতো নথি-পত্ৰ যুগুতাই দিছে। আমি দেখিবলৈ পাইছো, তেওঁলোকৰো অন্তৰত আছে প্ৰাণ, ধমনীত তেজ, বাহুত বল আৰু চকুত জেউতি।

শৰ্মা হল অসমীয়া। কেৱল অসমীয়াই নহয়, তেওঁ হল এজন চাৰিভীয়া অসমীয়া। আমাৰ অসমীয়া-প্ৰীতি হল মানসিক ব্যায়াম; শৰ্মাৰ অসমীয়া-প্ৰীতি হল আন্তৰিক ভক্তি। আন কথাত কব লাগিলে, আমি মূৰ দি অসমীয়াক ভাল পাওঁ; তেওঁ হিয়া ঢালি দি অসমীয়াক ভাল পায়। এইখিনিতে এটা আমোদজনক ঘটনাৰ উল্লেখ কৰিব খোজো। এবাৰ এজন সহকৰ্মীৰ সৈতে কোনোবা দেওবাৰ এটাত ৰাতিপুৱা ৰেডিঅ' খুলি বহিছিলোঁ। তেনেতে শুনিলো "অকণিৰ মেল", ঘোষণা কৰা হল—শ্ৰীবেণুধৰ শৰ্মাই অকণিহঁতক সাধু এটা কব বুলি। আমি সাধুটো শুনিবলৈকে থিৰ কৰিলো। নায়ক হল এটা গুৰুণী, এটা ফৰিং আৰু তেনে ধৰণৰ কেইটামান পতঙ্গ; স্থান—ব্ৰহ্মপুত্ৰৰ পাৰ। প্ৰথম কেই আষাৰ বাক্য শুনি লৈয়েই মই সহকৰ্মীজনক কলো, "এওঁ যে এই পোক পৰুৱাবোৰ উলিয়াইছে, তুমি চাই থাকা এইবোৰে সদৌ শেষত "জয় আই অসম বোল" বুলি অসম মাতৃৰ হকে প্ৰাণ উচৰ্গা কৰিব।" মই যিটো অনুমান কৰিছিলো, সি যে অভ্ৰান্ত, সেইটো সাধু শেষ হোৱাৰ

লগে লগে প্ৰমাণিত হল। সাধুৰ সাৰমৰ্ম্ম বুজিবলৈ কাৰো বাকী ৰোৱা নাছিল ; কিন্তু শৰ্ম্মা ডাঙৰীয়া সিমানতো ক্ষান্ত নহল। অকণিহঁতক সম্বোধন কৰি তেওঁ সঁকীয়াই দিলে "অসম মৰিলে আমিও মৰিম" বুলি তোমালোকেও এইদৰে হাতত ধৰাধৰি কৰি অসমৰ বাবে প্ৰাণ বলি দিবলৈ শিকিবাহঁক।" ঠিকেই তো ! "লাও তল যাব, শিল ওপঙিব, কোৱা বগা হব, জুইত উজাই বব" ; আমাৰ চাৰিভীয়া বেণুধৰে তেবে কি কবুল "ছাৰিব" ?



# বেণু শৰ্ম্মাৰ তিনি ৰূপ

শ্ৰীকৰুণাকান্ত গগৈ

[ এক ]

স্বাধীনোত্তৰ কালত ৰজাঘৰে প্ৰজাঘৰে সাহিত্যিক স্বীকৃতি পোৱা শ্ৰদ্ধেয় শ্ৰীবেণুধৰ শৰ্ম্মা দেৱৰ লগত মোৰ কলেজীয়া জীৱনৰ ভিতৰতে প্ৰথম পৰিচয় ঘটে—যি সময়ত তেখেতে ডঃ ৰেডৰ অসম বুৰঞ্জীখন সঙ্কলন কৰি তাকে বেচিবৰ কাৰণে জেঠমহীয়া খৰতো আধাভগা চাইকেল এখনত আৰোহণ কৰি বাগিছায়-বাগিছায় টলৌ-টলৌ কৈ ঘূৰি ফুৰিছিল, তেতিয়া মই সাহিত্যিকৰ ইও এটা কৰ্ত্তব্যই বুলি ভাবিছিলোঁ। কঠিন শাৰীৰিক শ্ৰম, মানসিক উদ্বেগ আৰু আৰ্থিক ক্লিষ্টতা এই কেইটা সাহিত্যিকৰ ত্ৰিৰত্ন বুলি ধাৰণা হৈছিল ; আৰু সেই কাৰণে কোনো সাহিত্যিকৰ ফুচুলনিত পৰি এই বাটত ভুলতো ভৰি নিদিওঁ বুলি পেটে পেটে সঙ্কল্প লৈছিলোঁ। পিচে সঙ্কল্প ললে কি হব ! এদিন জহৰ দিনত চাইকেল কোবাই ঘূৰি ফুৰা শৰ্ম্মা ডাঙৰীয়া দেখোন ভটং কৰে সোঁ-শৰীৰে আমাৰ বাগিছাৰ ঘৰত ওলালহি। ঘামে জুৰুলি বৈছে যদিও, তেখেতৰ মুখৰ হাঁহি আৰু চকুৰ জিলিঙনি দেখি মই তস্মান্। আমি ঘৰৰ ভিতৰতে তৰণি পোৱা নাই—এই আদহীয়া মানুহজনক কিহে মৌ গুটিৰ দৰে লকৰাইছে। এতিয়া স্মৰণ হৈছে,—এইদৰে তেতিয়া মই ভাবিছিলোঁ। নিৰুদ্বিগ্ন শৰ্ম্মাদেৱে কিন্তু চাইকেল-খন ঘৰৰ চাঁত আওঁজাই ( হেন্দোলত বন্ধা কিতাপৰ জোলোঙা সহ ) আগ চ'ৰালৈ সোমায়েই বনিয়ন আৰু পঞ্জাবী চোলাটো সোলোকাই ৰ'দত দিবলৈ দি মুখ হাত ধুলে। চোলা কাপোৰ কেইটা মই ধোৱাই সোনকালে শুকাবৰ কাৰণে টান ৰ'দত মেলি দিবলৈ কোৱা মনত পৰিছে। ইয়াৰ পিচতে শৰ্ম্মাদেৱে মোৰ শয্যাখনতে দীঘল দি এহাতে

বিচনি মাৰি আনখন হাতেৰে বুকুৰ নোম খিনি লিৰিকিবিদাৰি মলাধপাত এচিলিমৰ অৰ্ডাৰ দিলে। ধপাত আহিলত কাগজৰ ঠোলা এটি সাজি তাত চিলিমটি খাঁজি লৈ কেতিয়াবা চকু মুদি, কেতিয়াবা চকু মেলি ভালকৈয়ে হোঁপাদিয়েক দি ললে। তাৰ পিচত অতি আচম্বিতে তেখেতৰ চিন্তাৰ ঢৌবোৰ পাৰ ভাঙি বাগৰিবলৈ ধৰিলে; যেনিবা এটা ভেঁটা খাই থকা পৰ্ব্বতীয়া নিজৰা হঠাতে মুকলি হৈ যোৱাত জিলিগুনি তুলি অবাধ গতিৰে বাগৰি আহিছে। যেন—"শিখৰ হইতে শিখৰে ছুটিব, ভূধৰ হইতে ভূধৰে লুটিব, হেসে খলখল, গেয়ে কলকল, তালে তালে দিব তালি।"

এই পুৰুষ জনে সেই দিনাখণেই মোৰ মনৰ সঙ্কল্পৰ লাই খুঁটাটো অলপ লৰক-ফৰক কৰি থৈ গল—যাৰ ফলত কাপ-কাকতৰ লগত মহীৰ সংযোগ কৰি সাহিত্যিকৰ কছৰৎ কৰি চাবলৈ মোৰ কিবা এটা লোভ জন্মিল। কিন্তু অকল কঁৰীয়া লৈ খীৰাবলৈ গলেই হব নে? কাপৰপৰা মহী নৌ শুকাওঁতেই এই আখৰাৰ আধ্যায় মৰছি গ'ল।

## [ দুই ]

ইয়াতোকৈ আগেয়ে তেখেতৰ লগত মোৰ পৰিচয় ঘটিছিল। সেই পৰিচয়টো কবিৰ ভাষাৰে এনেকৈ কব লাগিব—"অতি পৰিচিত জৰে হেৰিনাক' মানি না সংশয়। অপৰিচিতাৰ সাথে হল আজি নব পৰিচয়।" চাৰিগুৰ বেণু শৰ্ম্মাৰ নাম আগৰেপৰা শুনি আহিছোঁ আৰু আতৰে আতৰে দেখিছোঁও। কিন্তু সেই দিনা যি পৰিচয় ঘটিল সি মোৰ কাৰণে কিবা এটা নতুন। কথাষাৰ থোৰ ভাঙি কব লগা হ'ল। তেতিয়া মই শিৱসাগৰ চৰ্কাৰী হাইস্কুলৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ। ঘৰতে পঢ়ি সকতে স্কুলত নাম লগাইছিলোঁ, গতিকে বয়সো কম। স্কুল ছুটীৰ পিচত (কিবা কাৰণত সেইদিনা সোনকালে স্কুল ছুটী হৈছিল) দ'লৰ মুখৰ ফালে ফুৰিবলৈ ওলাই গৈছোঁ, শিৱ দ'লৰ চিৰিৰ মুখ পাওঁ পাওঁ হৈছোঁ—এনেতে পিচ ফালে খোল মৃদঙ্গেৰে এটা বিৰাট সমদল, বৰগীত গাই গাই

নাচি-বাগি আগ বাঢ়ি অহা শুনিছোঁ। কাহিলি-কাহিলি কৈ দেখিছোঁও। তেতিয়া দিখৌৰ ফালৰপৰা শিৱদ'ললৈ অহা বহল বাটটো বহুত জৰি আৰু বৰ গছেৰে যোপ মৰা। সমদলটো হাইস্কুল পাৰ হৈ (এতিয়া য'ত মিউনিচিপেলিটিৰ চক বজাৰ বহিছে) আহি আছে। মই অলপ থমকা খালোঁ। এনেতে কাছাৰীৰ ফালে বহুত জোতাৰ গিৰিপানি শুনিবলৈ পালোঁ আৰু মোৰ দৃষ্টি অতৰ্কিতে সেইফালে টান খাই গ'ল। দৃষ্টিপাত কৰিয়েই দেখিলোঁ মিঃ গনিং চাহাবে (তেতিয়াৰ মহকুমাধিপতি) হাতত বৃহৎ টোকোন এডাল লৈ (পঞ্চম মান শ্ৰেণীত পঢ়া Jack the giant killer সাধুটোত থকা ভীমাকৃতি giant টোৱে হাতত গদা লৈ Jack অক খেদি অহাৰ দৰে) লৰি অহাদি আহিছে আৰু তেওঁৰ পিচত দুই ডৰ্জ্জন মান গোৰ্খা চিপাহী বন্দুকৰ আগত খোলা সাঙীন আৰি শিৰ্‌শিৰাই আহি আছে; যেন বিভীষিকাহে মূৰ্ত্তি ধৰি বাগৰি গৈছে। সমদলটোও আস্পতালৰ সম্মুখ পাওঁ পাওঁ। ময়ো শিৱদ'লৰ চিৰিৰ ওচৰত। মুহূৰ্ত্তে ৰহস্যটো টলকি দুই মহৰ যুঁজৰ মাজত পৰি শ্বহীদ হোৱাতকৈ সম্প্ৰতি প্ৰাণ ৰক্ষা কৰাই ভাল বুলি এঁকে লৰে চিৰি বগাই শিৱদ'লৰ বাৰীৰ ভিতৰ সোমালোঁ, (এতিয়া এই কথাৰ বাবে কোনোবাই মোক ভীৰু বুলিলেও বোলক। তেতিয়াই গনিং চাহাবে জোতাৰে গচকি পেটু তুলি থোৱা হলে এই আখ্যান কয় কোনে?) দ'লৰ বাৰীত সোমায়ে ইটাৰ ঢাপৰ আঁৰ লৈ চাৰিআলিৰ ফালে কি হৈছে চাই পঠিয়ালোঁ। বুকুৰ ধিপ্‌ধিপনি কাণত বাজি আছে। যি দেখিলোঁ তাৰ এখন অবিকল ছবি দাঙি ধৰিবলৈ এতিয়া মই অক্ষম। কাৰণ—"মনে হ'ল মেঘ, মনে হ'ল পাখি, মনে হ'ল কিশলয় ভালো কৰে সেই দেখিবাৰে যাই মনে হ'ল কিছু নয়।"

চেবেঙ্-বেবেঙ কৈ মনত পৰা কথাবে কবলৈ হলে এনে। উভয় দল সমুখা-সমুখী হোৱাৰ লগে লগে গনিং চাহাবৰ হুকুম পাই গোৰ্খা চিপাহীয়ে সমদলৰ ভলন্টিয়াৰ সকলক বন্দুকৰ কুন্দাৰে ভলি নিয়ে। ভলন্টিয়াৰ আৰু সমদল শোভাবৰ্দ্ধন কৰি অহা লোকসকল পাৱন-বাৱন ম ধাঁলে

ডোঙে হাবিয়ে বননিয়ে পলাই ফাট মাৰিবলৈ ধৰে। ৰণজয়ী গনিং চাহাব সসৈন্যে আগৰ খিতাপ আৰু গতিৰে পূৰ্ব্বৰ বাটেই ঘূৰি আহে। কিন্তু লগত সৌজন কোন? হটঙা গনিং চাহাবৰ ওচৰত ঘুটমুটীয়া চেহেৰাৰে ওপচা ফুলৰ মালাৰে সৌজন চাৰিওৰ বেণু শৰ্ম্মা নহয় নে?

পিচত উহ লৈ জানিলোঁ। গান্ধী ভলন্টিয়াৰ হৈ স্বৰাজৰ কাৰণে গাৱেঁ ভূএঃ উটঙাই ফুৰা বুলি তেখেতক চাৰিওত গ্ৰেপ্তাৰ কৰা হৈছিল আৰু সকলোৰে মৰমৰ নেতাজনক গায়নে-বায়নে ৰজনজনাই, ফুলৰ মালাৰে ওপচাই, উৰুলি জোকাৰেৰ মঙ্গল আৰতি দি, সমদল যাত্ৰা কৰি শিৱসাগৰ জেললৈ লৈ অনা হৈছিল। তেতিয়া নেতাসকলক এই দৰেই সন্মান দেখুৱাই জেলত থৈ আহে গৈ। কিন্তু শেনচকুৱা গনিং চাহাবৰ বুকুৰ পোৰণিৰ বাবদ শেষ পৰ্য্যন্ত সমদলে নেতাজনক জেলৰ দুৱাৰ মুখত থৈ আহিবলৈ নেপালে।

চিপাহীৰ সমদলটোৱে শৰ্ম্মাদেৱক লৈ কাছাৰিৰ ফালে আগ বাঢ়ি যোৱাৰ পিচতে ময়ো আশ্ৰয় স্কুল এৰি বৰ্ডিঙলৈ আহি সহপাঠীসকলক এই খবৰটো দিওঁ। ইও শৰ্ম্মাদেৱৰ একৰূপ।

## [ তিনি ]

এইবাৰ আকৌ শৰ্ম্মাদেৱক সাংবাদিকৰ ৰূপত পালোঁহি। কাৰ্য্যবশতঃ নগা পৰ্ব্বতত ভালেমান দিন থাকি মই ঘৰলৈ আহোঁতে মোক বৰ মৰম কৰা ৺পাৰ্ব্বতিপ্ৰসাদ বৰুৱাদেৱৰপৰা এখন চিঠি পাওঁ। লব্ধপ্ৰতিষ্ঠ চাহ খেতিয়ক ৺শিৱপ্ৰসাদ বৰুৱাদেৱে বোলে "বাতৰি"খন দৈনিক কৰিব খুজিছে, তাতে লাগি ভাগি দিবগৈ লাগে। মই যে কিবা এটা কাম লৈ নগা পৰ্ব্বতত আছোঁ সেই কথা তেতিয়া তেখেতে নাজানে। ময়ো ইবোৰ সিবোৰ কথা নেভাবি প্ৰথম অসমীয়া দৈনিক এখন ওলাব আৰু তাকো উলিয়াব অসমৰ এজন কৃতী সন্তানৰ অক্ষয় ভাণ্ডাৰৰ আধিকা-

খিনিৰে—তাতে মই কিছু সহায় কৰি দিবগৈ পাৰিম। এনে এটা হেঁপাহ লৈ পোন চাটেই ঠেঙালৰ ৺শিৱপ্ৰসাদ বৰুৱাদেৱৰ ছাউলি ওলালোঁগৈ আৰু ততালিকে কামত পোত খাই গলোঁ। ককা পূজ্যপাদ শ্ৰীনীলমণি ফুকন দেৱ সম্পাদক। যোৰহাটৰ ঘৰৰপৰা সম্পাদকীয় লিখি পঠাই আদেশ-নিৰ্দ্দেশ ডাবি-ধমকিৰে কাকত চলাবলৈ ধৰে। আমিও বস্তুত সময়ত ডাঙৰ কাম এটা হওক বুলি নিজৰ সত্তাক বিলীন কৰি (কাৰণ সেই সময়ত ককাৰেসৈতে আমাৰ ৰাজনৈতিক আৰু বিভিন্ন বিষয়ত মতৰ অমিল আছিল।) মনপুতিয়ে কাম কৰিছোঁ। তেতিয়া মোৰেসৈতে শ্ৰীৰাজীৱ লোচন বৰুৱা আৰু আন এজন বৰুৱা উপাধিধাৰী ডেকা আছিল—যাৰ নাম সম্প্ৰতি মই পাহৰিছোঁ। এই ত্ৰিমূৰ্ত্তিয়েই হেলোঁহেঁচো কৰি—ৰয়টাৰ, এচ'চিয়েটেড্ প্ৰেছৰ তাঁৰৰ বাতৰি ভঙাৰ পৰা স্থানীয় বাৰেবাঙৰা খবৰবোৰ যুকিয়াই (কাৰণ অসমীয়া কাকতলৈ তেতিয়া নগাই লৰা পোৱা নাগিনীয়ে জাল খোৱা ধৰণৰ খবৰ দেখাৰ আহে) শিতান দি প্ৰুফ চাই চেপাৰ অনুমতি দিয়ালৈকে পুৱাৰ পৰা নিশা এপৰলৈ কাম কৰি গৈ আছোঁ। ভাগৰ নাই, জিৰণি নাই। কেতিয়াবা কিন্তু এঙায়ো। তথাপি নেৰিবস্তু! এনেতে কোনোবা এদিন শুভ প্ৰভাতত সেই বিখ্যাত চাইকেল খনত উঠি শ্ৰীবেণুধৰ শৰ্ম্মাদেৱ আমাৰ মাজত ওলাই একেখন নাৱতে ভৰি দিলেহি। টলং-ভটং নাও কিছু থিৰ হয়। আমিও এবললৈ উৎসাহ পাই ঠন ধৰি উঠোঁ। ইয়াৰ কিছুদিনৰ পিচত শ্ৰীলক্ষ্মীনাথ ফুকন দেৱেও (আচাম ট্ৰিবিউনৰ প্ৰাক্তন সম্পাদক) ভাৰতৰ বিভিন্ন ঠাইত কাকত পৰিচালনাৰ বহুল অভিজ্ঞতা লৈ আমাৰ মাজত সোমালহি। সাংবাদিকৰ কলাকৌশল শিকিবৰ কাৰণে (কাৰণ আমি বাটত লগ পোৱা কমাৰ হে আছিলোঁ) এজন মনোমত ওজা পাই মোৰো আনন্দৰ পাৰ নাই। কিন্তু ফুকন দেৱৰ শানিত অভিজ্ঞতাও কৰ্ত্তৃপক্ষই কামত প্ৰয়োগ কৰিব নেজানিলে—যাৰ ফলত আমাৰ মিলন ক্ষণস্থায়ী হ'ল। সেইবোৰ আজিৰ আলোচ্য বিষয় নহয়; গতিকে ইমানতে ইতি।

'বাতৰি'ত থকা কেদিনৰ কথা লিখিবলৈ হলে এখন অষ্টাদশ পৰ্ব্ব মহাভাৰত নহলেও আমাৰ নাম-নাচ্ ক্ষুদ্ৰ ভাৰত হব। এই বিষয়ে শৰ্ম্মাদেৱেই বিভিন্ন সময়ত কাপৰ আঁচোৰ মাৰিছে। গতিকে হাঁচটিৰ বাজন শুনোৱাৰ প্ৰয়োজন নেদেখিলোঁ। শৰ্ম্মাদেৱৰ লগত পোন পটীয়াকৈ সম্পৰ্ক থকা দুই এটা কথা মাত্ৰ কৈ এই পৰ্ব্বৰ সামৰণি মাৰিম। এবাৰ—যিমানদূৰ মনত পৰে মাঘৰ বিহুৰ আগ দিনাৰ কথা। পিচদিনা মেজি পুৰিব। সেই দিনা দা-দৰ্ম্মহাৰ থকা-খুন্দাত কাকত ৰাতি ন-মান বজাত হে ওলাল। কাকত উলিয়াওঁতে কম্পজিটাৰ, প্ৰিন্টাৰ আদিয়ে বিহুৰ আয়োজনৰ কাৰণে ঘৰলৈ ঢাপলি মেলিলে। প্ৰায় বিলাকৰে ঘৰ যোৰহাট নগৰত, কিম্বা তাৰ উপকণ্ঠত। শৰ্ম্মাদেৱৰো গা উঠিল। বোলে চাৰিওলৈকে যাওঁ বলা। ময়ো গিৰিস্ কৰে ওলালোঁৱেই (আজি হে ৰণত পৰি কলীয়া হৈছোঁ, তেতিয়া তেজ আছিল)। সেই মহানিশা! ক'ত ঠেঙাল—ক'ত চাৰিং! পুহ মহীয়া ঠেৰেঙা লগোৱা ঠেটুৰৈয়ে ধৰা জাৰ। পিচে আমাৰ কেৰেপ্ নাই। বিখ্যাত দুচকৰীয়া বাহন কিখনত আৰোহণ কৰি ঠেঙালৰপৰা ন আলিয়েদি বৰভেটাৰ মাজে যোৰহাট, তাৰপৰা গড়মূৰ—গড়মূৰৰপৰা মাছখোৱা-গড়েদি চাৰিঙৰ নগা আলিৰ কিংবা ঢুবৰা আলিৰ মূৰ, তাৰপৰা গৈ গজপুৰীয়া আলিত সোমাই কিছুদূৰ গৈ শৰ্ম্মাদেৱৰ ঘৰ। কিমান মাইল হব সীমা সংখ্যা নাই। গৈ আছোঁ, গৈ আছোঁ আৰু লগে লগে শৰ্ম্মাদেৱৰ মুখৰপৰা অশেষ খুহুটীয়া আৰু গধুৰ কথা ছেদ্-ভেদ্ নোহোৱাকৈ ওলাবই লাগিছে। কত দেশ ভাঙিছোঁ, কত দেশ পাতিছোঁ, তাৰ ইয়ত্তা নাই। কেতিয়া যে দীৰ্ঘ পথৰ অৱসান হ'ল—কেতিয়া যে আমাৰ হাতেৰে চাৰিঙত তেখেতৰ পদুলিৰ নঙলা খুলিলোঁ—উমানকে নেপালো। মই তেতিয়া কঁহ কঁহীয়া ডেকা। শৰ্ম্মাদেৱ মোৰ দদাইদেউৰ যুৰীয়া—গতিকে বয়সস্থ। কিন্তু কি অটুট স্বাস্থ্য! কি মনৰ বল! ঘৰ পায়েই ডলুৱা খৰিৰ দমদমীয়া জুই একুৰা পুৱাই কিবাকিবি খাই অকণমান পৰ শুলোঁ। পথশ্ৰম অপনোদন হ'ল। পিচদিনা মই তাৰপৰা ১৮ মাইল দূৰৰ মোৰ ঘৰ পালোঁগৈ।

"দৈনিক বাতৰি" থকা দিনতে তেখেতৰ নেৰানেপেৰা উদ্‌গনিত মই নগা পৰ্ব্বতৰ কিছু কথা লিখিবলৈ লওঁ। সেইবোৰ সেই সময়ৰ 'আৱাহনত' ধাৰাবাহিক ৰূপে ওলাইছিল। তেখেতে ক্ষুদ্ৰ ত্ৰুটী-বিচ্যুতিলৈ চকু নিদি কেৱল সম্ভাৱনাৰ কথা ভাবি লেখাৰ বাবে কাপ ধৰিব খোজা সকলোকে উদ্‌গনি দিছিল আৰু প্ৰয়োজন অনুযায়ী প্ৰাৰিতপক্ষে সুপৰামৰ্শেৰে সহায় কৰিছিল। নিৰ্ম্মম সমালোচনাৰে খেঁতালি পেলোৱা স্বভাৱ তেখেতৰ নাছিল (বোধ কৰোঁ এতিয়াও নাই)। বহুত লাজকুৰীয়া গজলীয়া লেখকে তেখেতৰ স্নেহ স্পৰ্শত কাপ হাতত লৈ উত্তৰ কালত অসমীয়া সাহিত্যৰ বেদীত এপাহি গন্ধ-পুষ্প, এটি ধূপ-দীপ দিবলৈ সমৰ্থ হৈছিল। এইটি এটি মহৎ গুণ। এই বিষয়ত শৰ্ম্মাদেৱক ৺গোহাঞি বৰুৱাৰ লগত ৰিজাব পাৰি। আৰু ৺গোহাঞি বৰুৱাৰ এই গুণটো বখানি তেখেতে মাজে মাজে কিছু কাহিনী কোৱা মনতো পৰে।

সি যি কি নহওক, "বাতৰি"ৰ আয়ুস টুটি অহাত আমাৰ এই মধুমিলনৰ ক্ষণ অন্ত পৰে আৰু মই আতা-ৰঘুনাথ চৌধাৰীদেৱৰ সান্নিধ্যত, শ্ৰীকৃষ্ণকান্ত সন্দিকৈ দেৱৰ সভাপতিত্বত গুৱাহাটীত অসম সাহিত্য সভাৰ অধিবেশন বহাৰ দিনাই উলিয়াব পৰাকৈ পযেকীয়া "জয়ন্তী"ৰ কামত হাত দিওঁচি। গতিকে বিৰহৰ বেদনাত মৰহি যাবলৈ সকাহকে নেপালোঁ। ইয়াৰ পিচত জীৱনে বহুত বৰণ সলালে। অৱশেষত সাগৰৰ ঢৌ লেখা কামত ভৰ্ত্তি হৈ যাওঁ। সেই কামতে এতিয়ালৈকে লাগি আছোঁ, কিন্তু ঢৌ গণি শেষ কৰিব পৰা নাই। ঢৌৰ লগতে হয়তো এদিন উটি গৈ অথাই সাগৰৰ সহস্ৰ বুদ্‌বুদৰ লগত বিলীন হৈ যামগৈ। মায়া নু মতিভ্ৰমো নু। বিচিত্ৰোহয়ং সাগৰঃ॥

এইজন মোৰ পিতৃব্যস্বৰূপ শ্ৰীবেণুধৰ শৰ্ম্মাৰ প্ৰতি সম্মান জনাবৰ অৰ্থে এটি সংকলন উলিয়াবলৈ লোৱাত আনন্দ পাই শাৰীৰিক অসুস্থতা বাবদ হাস্পতালত ৰোগ শয্যাত পৰি থকা অৱস্থাত জিৰণি আৰু নিৰ্জ্জনতা সুযোগ লৈ এই কেষাৰ অসংলগ্ন কথাৰে তেখেতৰ প্ৰতি মোৰ অন্তৰৰ শ্ৰদ্ধা আৰু সম্মান জনাই থলোঁ। আচল শ্ৰদ্ধা মুখেৰে বেকত কৰিব নোৱাৰি অনুভৱ হে কৰা যায়।

# বেণুধৰ শৰ্ম্মাৰ মানৱ-প্ৰীতি

ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

অসমৰ বুৰঞ্জী সাহিত্য মন্থন কৰি ৰাইজৰ আগত লৱণু, ঘিঁউ বিলাই ফুৰা বেণুধৰ শৰ্ম্মা ডাঙৰীয়াক অভিনন্দিত কৰিবলৈ আমাৰ কাপ-মৈলামৰ সাধ্য নাই। ৰাইজৰ কলিজাৰপৰা নিজৰি ওলোৱা মৰম-চেনেহ উপভোগ কৰাটোৱেই বেণুধৰ শৰ্ম্মাৰ সাহিত্যিক সামাজিক জীৱনৰ চৰম সাৰ্থকতা; আৰু তাৰ বিনিময়ত আছে এইজনা বুৰঞ্জীবিদৰ অন্তৰ নিজৰি ওলোৱা গভীৰ মানৱ-প্ৰীতি। দেশ-বিদেশৰ উচ্চ শিক্ষা আৰু উপাধিৰে বিভূষিত হৈ সূৰ্য্যকুমাৰ ভূঞাই অসমীয়া ৰাইজৰপৰা বুৰঞ্জীবিদ্ৰূপে যিমান স্বীকৃতি পাইছে - মূৰত মুকুট, ভৰিত নেপূৰ নিপিন্ধা কৈয়ে বেণুধৰ শৰ্ম্মাই সিমান স্বীকৃতি আৰু সমধিক সমাদৰ পাই আহিছে। মৰম দিলে মৰম পায়, বেণুধৰ শৰ্ম্মাই ৰাইজৰ মাজত মৰম-চেনেহ বিলাব পাৰিছে বাবেই, নিজেও মৰমৰ অধিকাৰী হব পাৰিছে।

বুৰঞ্জীৰ বৰদেউতা বুলি আখ্যা দিব পৰা বেণুধৰ শৰ্ম্মাৰ গাত অসমীয়া ডা-ডাঙৰীয়াৰ সাতামপুৰুষীয়া বংশ-গৌৰৱ, পিন্ধন-উৰণ আৰু চাল-চলনৰ স্পষ্ট চাব আছে—এনেবোৰ গুণ স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াৰ গাতো আমি দেখিবলৈ পাইছিলোঁ। আধুনিক অসমীয়া সাহিত্যৰ "জোনাকী" যুগৰ মহাৰথীসকল, যেনে লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞি বৰুৱা, ৰজনীকান্ত বৰদলৈ, সত্যনাথ বৰা, কমলাকান্ত ভট্টাচাৰ্য্য আদি, আমাৰ মাজৰপৰা ক্ৰমে আঁতৰি যোৱাৰ পিছত এই যুগৰ সাক্ষ্য দাঙি ধৰি অসমীয়া ৰাইজক অনুপ্ৰাণিত কৰিবলৈ যিসকল কবি-সাহিত্যিক নিবহ-নিপানীকৈ আগ বাঢ়ি আহিছে - সেইসকলৰ ভিতৰত—ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা, সূৰ্য্যকুমাৰ ভূঞা, জ্ঞানদাভিৰাম বৰুৱা, দণ্ডিনাথ কলিতা, বাণীকান্ত কাকতি,

অম্বিকাগিৰি ৰায়চৌধুৰী, পদ্মধৰ চলিহা, জ্ঞাননাথ বৰা, ৰত্নকান্ত বৰকাকতী, বেণুধৰ শৰ্ম্মা, নলিনীবালা দেৱী, ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা, আদিৰ নাম আমাৰ মনলৈ পোনছাটে আহে—আৰু এই সকলৰ মাজত বেণুধৰ শৰ্ম্মাক আমি ঘনিষ্ঠভাৱে জানিবৰ সুবিধা পাওঁ—তেওঁৰ অসমীয়া ডাঙৰীয়া-সুলভ উদাৰ গুণবোৰৰ বাবে। পুৰাৰপৰা নিশালৈকে সপোনে-সচিতে ৰাইজৰ কাৰণে ভাবিব পৰা, কৰিব পৰা পূৰ্ণকালীন সাহিত্যিক-সমাজসেৱী লোক অসমত কম সংখ্যকহে আছে; ৰাজনীতিত থকাসকলৰ কথা সুকীয়া, তেওঁলোকে ৰাজনীতিক জীৱনৰ বগাব লগীয়া জখলা বুলি ধৰি লয় আৰু ৰাইজৰ লগত যোগাযোগ এই জখলা বগোৱাৰ অনুশীলনী বুলিও জানে। চৰকাৰী বা বেচৰকাৰী চাকৰিৰ জালত নোসোমোৱাকৈ মুকলিভাৱেৰে সাহিত্য-সমাজৰ পৰ্য্যালোচনা, চৰ্চ্চা কৰা পূৰ্ণকালীন ব্যক্তিসকলৰ মাজত বেণুধৰ শৰ্ম্মাৰ বৰঙনি ওখ থাপৰ ঃ সংখ্যাত কিছু পৰিমাণে তাকৰীয়া হলেও গুণ আৰু গভীৰতাত বেণুধৰ শৰ্ম্মাৰ ৰচনা বিল আৰু সৰোবৰৰ বৌ-বৰালিৰ লেখীয়া; পানী যিমানে গভীৰ, মাছো সিমানে ডাঙৰ; গভীৰ পানীৰ মাছে ঘনাই উশাহ লবলৈ ওপৰলৈ নুঠে। স্বৰ্গীয় বাণীকান্ত কাকতিদেৱে অসমীয়া সাহিত্যিক সকলৰ কিতাপ-পত্ৰ ৰচনাৰ সংখ্যাধিক্য আৰু সংখ্যাল্পতা সম্বন্ধে মন্তব্য দি এদিন কৈছিল ঃ -বুজিছা, গভীৰ পানীৰ মাছে বহুত বেলিৰ মূৰতহে একোবাৰ ওলাই মুখ দেখুৱায়; আমাৰো ডাঙৰ সাহিত্যিক সকলে কেবা বছৰৰ মূৰতহে একোখন কিতাপ লিখি উলিয়ায়। বয়সৰ জোখাৰে, সময়ৰ অনুপাতে বেণুধৰ শৰ্ম্মাই সৰু-বৰ প্ৰায় ডেৰ কুৰি পুথি ৰচনা কৰি বেছিভাগৰে একাধিক বাৰ প্ৰকাশ কৰি তেওঁৰ সাহিত্যিক গভীৰতা আৰু জনপ্ৰিয়তা প্ৰমাণ কৰিছে।

বিশ্বকবি ৰবীন্দ্ৰনাথে কবৰ দৰে—"মানৱেৰ মাঝে আমি বাচিবাৰে চাই···" আৰু 'প্ৰতিমা'ৰ কবি চন্দ্ৰকুমাৰৰ মানৱ-বন্দনাৰ সুৰত গাবলৈ হলে—"মানুহেই দেৱ, মানুহেই সেৱ, মানুহেই পৰাৎপৰ······"—বেণুধৰ শৰ্ম্মাৰ সাহিত্যসাধনা আৰু সমাজসেৱাত এই কবি-বাক্য জুৰুঁকি সকল-

ভাৱে কাৰ্য্যত পৰিণত হোৱা দেখা যায়। বেণুধৰ শৰ্ম্মাৰ ৰচনাৱলীত মানুহৰ কথা আৰু কামৰ বিশ্লেষণী প্ৰতিফলন দেখা যায়। তেওঁৰ মণিৰাম দেৱানৰ জীৱন-চৰিত জীয়া মানুহৰ জীয়া কাহিনী। এইখন জীৱন-চৰিত বেণুধৰ শৰ্ম্মাৰ বহুকষ্ট আৰু বহুশ্ৰমৰ অপূৰ্ব্ব কীৰ্ত্তিচিহ্ন বুলি মোৰ বিশ্বাস হয়। এইজনা বুৰঞ্জীবিদৰ সুচিন্তিত কলমৰপৰা ওলোৱা 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' আৰু 'দক্ষিণপাট সত্ৰ' পৰবৰ্ত্তী আন দুটি কীৰ্ত্তিচিহ্নৰূপে অসমীয়া সাহিত্যত সমাদৃত হৈ থাকিব। তিনিওখন পুথিতে মানৱ আৰু সমাজৰ সঁচা বিবৰণ আছে; এই বিবৰণবোৰ ভূগোলৰ বৰ্ণনা নাইবা পচাশলীয়া ৰচনা নহয়; লেখকৰ বুদ্ধিদীপ্ত, চিন্তাপ্ৰসূত আৰু বিশ্লেষণী প্ৰতিভাৱে পৰিপুষ্ট উচ্চশ্ৰেণীৰ নিৱন্ধমালাহে। 'দূৰবীণ', 'তুণৰি', 'সাতাৰন ছাল' আদি পুথিতো একে ধৰণৰে নিৱন্ধ নাইবা কাহিনীৰ ধাৰাবাহিক নিবন্ধন আছে। আন কি গঙ্গাগোবিন্দ ফুকনৰ জীৱনী, বেজদলৈ ভণ্ডাৰী বংশৰ ইতিবৃত্ত আদি বৃত্তান্তমূলক পুথিত আৰু 'ৰাংপতা', 'লাতুমণি' আদি সাধুকথা—আখ্যানৰ পুথিতো শৰ্ম্মা ডাঙৰীয়াৰ মানৱ-প্ৰীতি আৰু সামাজিক চিত্ৰণৰ সুমধুৰ সংমিশ্ৰণ ঘটিছে।

'সাতাৰন ছাল' নামৰ পুথিৰ পাতনিত কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মাক সুঁৱৰি উছৰ্গা পত্ৰত এনেদৰে এই গৰাকী লেখকে লিখিছে—"দেহি ঐ, আজি চন্দ্ৰশৰ্ম্মা নাই। সেই উদাৰতা-ভৰা উঠঙ্গা কপালেৰে, উপস্থিত বুদ্ধিভৰা জোঙ্গা কুমেৰে, মগজু আৰু মৈত্ৰীৰে পূৰ হাতীমূৰীয়া মূৰেৰে ঘুটমুটীয়া চন্দ্ৰনাথ শৰ্ম্মা বোলা মানুহটি আৰু এই পৃথিৱীত নাই।..." ইমান চুবহুকৈ এজন মানুহৰ ৰূপ আন এজনে আঁকিবলৈ কিমান পৰ্য্যবেক্ষণ শক্তিৰ আৱশ্যক, ভাবিলে বিস্ময় মানিব লাগে। গঙ্গাগোবিন্দ ফুকনৰ বিষয়ে শৰ্ম্মা ডাঙৰীয়াই আকৌ মানৱপ্ৰীতিৰে এনেদৰে লিখিছে :—"ফুকনৰ স্বাস্থ্য নিৰোগী আছিল। নিয়মিত ব্যায়াম, মিতাচাৰ, নিৰ্দিষ্ট সময়ত নিৰ্দ্দিষ্ট কামকৰা, স্বাস্থ্যই গুজাবস্তু ভক্ষণ কৰাটোৱেই তাৰ কাৰণ।" (পৃঃ ৯০)। বেজবৰুৱাই অসমীয়া মানুহ আৰু অসমীয়া সমাজৰ নাড়ী-নক্ষত্ৰ বুজি হাস্যৰসিক ভাষাৰে

যিবোৰ বিষয় বৰ্ণাই গৈছে, বেণুধৰ শৰ্ম্মাই বুৰঞ্জীৰসিক সুৰেৰে একেবোৰ বিষয়কে ভিন্ ভিন্ পৰিবেশত ভিন্ ভিন্ দৃষ্টিভঙ্গীৰে ব্যাখ্যা কৰিছে :— "ধানটোৱে পতি কণটো, মানুহটোৱে পতি মনটো হলেও, অসমীয়া সমাজত এনেকুৱা মনৰ একোজন পুৰুষ আছিল যি নিজৰ বুদ্ধি প্ৰতিভাৰে একোটা একোটা অনুকৰণ কৰিব নোৱৰা স্মৃতি ৰাখি থৈ গৈছে।" (বেজদলৈ ভণ্ডাৰী বংশৰ ইতিবৃত্ত)। 'দক্ষিণপাট সত্ৰ'ৰ বৰ্ণনা পঢ়িলে ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰ 'নিৰ্ম্মল-ভকত' উপন্যাসলৈ আমাৰ মন আকৃষ্ট নোহোৱাকৈ নাথাকে : "প্ৰভু দেৱ দামোদৰদেৱাৰাই প্ৰবৰ্ত্তিত বিশুদ্ধ ভাগৱতী ধৰ্ম্মৰে অনুগামী দক্ষিণপাট সত্ৰ। কোঁচবেহাৰৰ মৰাতোৰ্ষা নৈৰ দুই মাইল পশ্চিমে মধুপুৰত মহাৰাজ লক্ষ্মীনাৰায়ণে দেৱ দামোদৰৰ নিমিত্তে পূৰ্ব্বে মহাৰাজ নৰনাৰায়ণে বন্ধাই থৈ যোৱা ভেটিতে এটি হৰিমন্দিৰ নিৰ্ম্মাণ কৰোৱায়। তাৰ চৌপাশে ওকরা আৰু ভিতৰুৱা ঢাপ মৰোৱাই ঢাপৰ ভিতৰত চাৰিহাটী আৰু বাহিৰতো অসংখ্য হাটী সজাই দিয়ায়।"

এইজনা বুৰঞ্জীবিশাৰদ মানৱপ্ৰেমিকৰ নাম আমিও প্ৰৱেশিকা পৰীক্ষাৰ পাঠ্যকালতে (১৯৪১-৪৩ ইং) শুনিছিলোঁ আৰু বোধ হয় কলিকতা বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি "প্ৰৱেশিকা কথা চানেকি"ৰ অন্তৰ্গত 'বঙাল-বৈৰী লাচিত বৰফুকন' পঢ়িয়ে আমাৰ সমসাময়িক বিয়াল্লিছৰ ছাত্ৰসমাজৰ বহুতেই অনুপ্ৰাণিত হৈছিল। যোৱা প্ৰায় পঁচিশ বছৰ কালজুৰি শৰ্ম্মা ডাঙৰীয়াৰ লগত দেখা-সাক্ষাৎ আৰু সৌহাৰ্দ্দ্য স্থাপনৰ যৎকিঞ্চিৎ সুযোগ ঘটিছে আৰু তাৰ ফল স্বৰূপেই আমাৰ বিশ্বাস হৈছে— বুৰঞ্জী, জীৱনী সাহিত্য, প্ৰত্নতত্ত্ব, প্ৰাচীন-লিপিৰ প্ৰতি এইজনা লেখকৰ অনুশীলনী প্ৰতিভা মানৱপ্ৰীতিৰ ওপৰত সুপ্ৰতিষ্ঠিত।

অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনৰ সভাপতিৰূপে সালংকৃত ৰূপত, নাইবা, যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ অসম সাহিত্যসভাৰ কাৰ্য্যকৰী সমিতিৰ সদস্য পদত বেণুধৰ শৰ্ম্মাক দেখা পোৱাটো এক, আকৌ দৰং জিলাৰ টংলাৰ ওচৰৰ বৰো সাহিত্য সভা, পাঠশালাৰ উত্তৰে অঞ্চলিৰ ওচৰৰ বড়ো সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ মুখ্য অতিথি-বক্তাৰূপে লগ

পোৱা শৰ্ম্মা ডাঙৰীয়াও অন্য এক যেন লাগে। গাৱেঁ-ভূঁয়ে ঘূৰি-পকি, সত্ৰ-সচং, নামঘৰ-মঠ-মন্দিৰৰ ধোঁৱাচাঙত সাঁচিপতীয়া পুৰণি পুথি-পত্ৰ বিচাৰি-খোচাৰি, পুৰণি মূৰ্ত্তি, ধ্বংসাৱশেষ লিৰিকি-বিদাৰি ফুৰা এইজনা লোকৰ গাত কি দেও লম্ভিছে বাৰু? তেতিয়াও শৰাইঘাট দলং সজা নাই; লুইতৰ দখিণপাৰৰপৰা উত্তৰ পাৰলৈ যাবলৈ হলে এৰাতি নাইবা দুৰাতি বঞ্চিলেহে পাবগৈ পাৰি। গতিকে সভা-সমিতি, বিয়া-বাৰু উপলক্ষে যোৱাসকলৰ বাবে ই একোটা ক্ষুদ্ৰ ভ্ৰমণৰ আয়োজন আছিল—এনে পৰিবেশত বেণুধৰ শৰ্ম্মা, বিষ্ণুপ্ৰসাদ ৰাভা, বন্ধুৰাম কছাৰী, ৰূপনাথ ব্ৰহ্ম, ধৰণীধৰ বসুমতাৰী, সতীশচন্দ্ৰ বসুমতাৰী আদিৰ লগত একেখন সভা অনুষ্ঠানত সমবেত হোৱাটো আৰু ভাষণ দিবলৈ পোৱাটো আমাৰ পক্ষে অবিস্মৰণীয় আছিল। মোৰ মনত আছে, টংলাৰ ওচৰত বড়ো সাহিত্য সভাৰ সমাবেশত বিষ্ণুপ্ৰসাদ ৰাভা, বেণুধৰ শৰ্ম্মা আৰু মই ভাষণ দিয়াৰ উপৰিও পিছদিনা স্থানীয় টংলা উচ্চ ইংৰাজী বিদ্যালয়ৰ ছাত্ৰসভাত তিনিওজনে যথাক্ৰমে অসমৰ সংস্কৃতি, বুৰঞ্জী আৰু ভাষাৰ বিষয়ে পঢ়াশলীয়া বক্তৃতা দিব লগীয়া হৈছিল; মঙ্গলদৈ, টংলা, কলাইগাওঁ আদিত দুই-তিনি নিশা খপি আমি একোটা অঞ্চলৰ মানুহ, সমাজ, ধৰ্ম্ম, বেহা বেপাৰ, পুৰণি গীত-মাত, সংস্কৃতিৰ সন্ধান লৈছিলোঁ। কামৰূপ জিলাত টিহু, পাঠশালা, অঞ্চলি আদিত যুটীয়া ভাৱে ভ্ৰমণ কৰাৰ সেই পুৰণি স্মৃতিটি সেউজীয়া হৈ আছে—এনেবোৰ ক্ষুদ্ৰ ভ্ৰমণত হোৱা আলোচনা-বিলোচনা, মন্তব্য-লম্ভা কথাৰ জোলোঙাখন ইমানতে সামৰি বুৰঞ্জীবিদ্ সূৰ্য্যকুমাৰ ভূঞাৰ বচনেৰে কওঁ—'শিৱসাগৰীয়া মাত, নগাৱঁৰ মাটি আৰু কামৰূপৰ মতা'—অসমৰ বিশিষ্ট বস্তু। শৰ্ম্মাদেৱেও নামনি অসমৰ মানুহৰ দৃঢ়তা আৰু আগ্ৰহশীল আতিথ্য দেখি মুগ্ধ হৈছিল। কোমল-চাউল বা চিৰাৰ জলপান এটি খাই ওৰে দিন ঘেৰঘেৰীয়া যান-বাহনত ঘূৰি বা পথ শ্ৰম কৰি সভা-সমিতি গাই ফুৰা শক্তি-সামৰ্থ্য আৰু আগ্ৰহত শৰ্ম্মা ডাঙৰীয়াক কোন মাৰিব পাৰে কেইজনে? অসমৰ জীয়া-ভুগোলৰূপে বহুতৰ:

মাজতে পৰিচিত বন্ধুৰাম কছাৰী, অসমৰ ক্ৰীড়া-ভাস্কৰ্য্যৰূপে সন্মানিত ৰাজমোহন নাথৰ দৰেই, অসমৰ ক্ৰীড়া-বুৰঞ্জীৰূপে সুপ্ৰসিদ্ধ বেণুধৰ শৰ্ম্মাই শিৱসাগৰীয়া মাত-কথাৰ অননুকৰণীয়া আৰু অপূৰ্ব্ব মায়াজালেৰে সভায়-সমিতিয়ে, কথায়-বতৰাই আৰু লেখনীৰে তিনিও ৰাজ্য মুহি গৈছে। এবাৰ গোৱালপাৰাৰ ৰাভা সকলে সভা এখনৰ বাবে শৰ্ম্মা ডাঙৰীয়াক আমন্ত্ৰণ জনাইছিল আৰু মই সম্মতিৰ বিষয়ে সোধাত কৈছিল—এৰা, ৰাভাসকলৰ মাজলৈ আমাৰ যোৱাটো একান্ত বাঞ্ছনীয়।' অসমৰ ৰাভা, কছাৰী, মিৰি-মিছিং, মটক, দেউৰী-চুতীয়া আদি জনজাতি-উপজাতিৰ লোকেও বেণুধৰ শৰ্ম্মা ডাঙৰীয়াৰ সম্ভজে প্ৰচৰ চাপে. আৰু অসমৰ বুৰঞ্জীত সেই সকল জনজাতি-উপজাতিৰ দান-বৰঙণি, ভূমিকা জানিবলৈ আগ্ৰহ প্ৰকাশ কৰে। শৰ্ম্মা ডাঙৰীয়ায়ো উদাৰ মনেৰে সত্যক নতুন ৰূপত দাঙি ধৰিবলৈ কোনো দিনে কাৰ্পণ্য কৰা নাই :—"কচাৰী বুলি অসমীয়া জাতিৰ আগ-মঙহ ফেৰা কাটি নি, চুলি ডালকে ডুফাল কৰা বিদেশী বুৰঞ্জীবিদ্ আৰু নৃতত্ত্ববিদ্ সকলে যিমানেই কি অসমীয়া জাতিৰ পৰা কচাৰীক নিলগ নকৰক, কচাৰী মাত্ৰেই যে অসমীয়াৰ তেজ-মঙহ তাক মুহি কৰিবৰ ঠেকৰেষ্ট নাই।" (কচাৰী বীৰ তুলাৰাম সেনাপতি)। এই জনা লেখকেই যুৱৰাজ টিকেন্দ্ৰজিৎ সিংহ সেনাপতিৰ জীৱনী বৰ্ণাই লিখিছে :—"অসমীয়া মণিপুৰীয়াৰ সম্বন্ধ এদিনীয়া নহয়—সাতাম পুৰুষীয়া। অসমীয়াৰ মঙহে মণিপুৰীয়াৰ মঙহে, অসমীয়াৰ তেজে মণিপুৰীয়াৰ তেজে, অসমীয়াৰ ছালে মণিপুৰীয়াৰ ছালে পৌৰাণিক যুগৰপৰাই এনেভাৱে সান-পোটক খাই আছে যে প্ৰশাসনীয় সুচলাৰ্থে পৃথকাই থালেও, ধৰ্ম্মতঃ, ঐতিহ্য, ধৰ্ম্মবিশ্বাস আৰু ভৌগোলিক অৱস্থানত কোনেও কাকো স্পৰ্শ নকৰাকৈ ডেই যাব নোৱাৰে।" মণিৰাম-পিয়ালীৰ ফাঁচীৰ বৰ্ণনা এইজনা লেখকৰ শক্তিশালী কাপত এনেদৰে সমুজ্জ্বল হৈ উঠিছে :—বেলি উঠি ৮ দণ্ড মাৰোঁ-মাৰোঁ হৈছে অৰ্থাৎ ৯ মান বাজি গৈছে, এনেতে দিছে টোলৰপৰা (বন্দীশালৰপৰা) মণিৰাম-

পিয়ালীক উলিয়াই অনা হ'ল। উভয় গৰাকীৰ আগে-পাচে গুৰ্খা-চিপাহী। তেতিয়াও মণিৰামৰ হাতত ৰূপৰ ধোঁৱাখোৱা, মন প্ৰফুল্ল। চিপাহীয়ে ছুইকো সাঙ্গুৰি আনি ফাঁচি দিয়া ঠাই পোৱালেহি।"

"দেশদ্ৰোহী কোন—বদন নে পূৰ্ণানন্দ" নামৰ ৰচনাখনিৰে দোষীকো: যুক্তিৰ তুলাচনীত তথাকথিত নিৰ্দ্দোষীৰ সমান স্থান দিব পৰা এইজনা দূৰবীণ বিশাৰদক দোষে-গুণে ভাল পাব নোৱৰা মানুহ অসম ৰাজ্যত হয়তো কিছুসংখ্যক ওলাব। কিন্তু এইজনা লেখকৰ বজ্ৰকঠোৰ লেখনীয়ে সমসাময়িক আৰু পৰবৰ্ত্তী ৰাইজ তথা পাঠক সমাজক প্ৰভাৱান্বিত—অনুপ্ৰাণিত কৰিয়ে থাকিব। কোনোবাই যদি অননুকৰণীয় অম্বিকাগিৰি আৰু বেণুধৰৰ ৰচনাভঙ্গী সিঞ্চাৰিবলৈ গৈ ভুল কৰে বা হাঁহিয়াতৰ পাত্ৰ হয়—তাত দুখ কৰিবলগীয়া একো নাই। ইংৰাজ-কবি ৰবাৰ্ট ব্ৰাউনিঙৰ দৰেই অম্বিকাগিৰি আৰু বেণুধৰ শৰ্ম্মাৰ ভাবৰ খলকনি প্ৰকাশ কৰিবলৈ অসমীয়া শব্দসম্ভাৰত পৰ্য্যাপ্ত সমল নাই যেন নাই যেন লাগে।

---

# বেণুধৰ শৰ্ম্মা

( ঐতিহ্যৰ টাব-চিলিঙি )

শ্ৰীযোগেশ দাস

আমি কলেজত পঢ়া দিনাৰেপৰা শ্ৰীবেণুধৰ শৰ্ম্মাদেৱক লগ পাই আহিছোঁ। তেতিয়াৰপৰা এতিয়ালৈকে তেখেতৰ বিশেষ হ্ৰাস-ভগন দেখা নাই। কেই বছৰমানৰ আগেয়ে এবাৰ টান অসুখত পৰি অলপ কাহিল হৈছিল আৰু এতিয়াও মাজে-সময়ে, বোধকৰোঁ, বয়সজনিত কাৰণত, গা-বেয়া লগা বুলি কৈ থকা শুনো। তাৰ বাহিৰে মুখত চুৰট, হাতত লাখুটি, খোজত ডেকালিৰে মানুহ জন তাহানিৰপৰা একেই হৈ আছে। ইয়াৰ গুৰি কাৰণ নিশ্চয় তেখেতৰ স্পিৰিটটো, যিটোৱে তেখেতক দিহিঙে-দিপাঙে ঘূৰাই লৈ ফুৰায়, অদম্য উৎসাহ যোগায় আৰু ৰাজহুৱা সভাত অনৰ্গল বক্তৃতা দিবলৈ প্ৰেৰণা দিয়ে।

ইংৰাজী স্পিৰিট কথাটোৰ অসমীয়া ৰূপ মনলৈ অহা নাই। শৰ্ম্মা দেৱে নিশ্চয় স্পিৰিট শব্দটো ভাল নেপাব। প্ৰতিশব্দ উলিওৱাৰ ভাৰ তেখেতকে দিলোঁ: কাৰণ সজা শব্দৰ আঁতিগুৰি এসময়ত তেখেতেই দিছিল; এতিয়াও শব্দ সাজিব খোজে: যেনে এবাৰ স্বৰ্গীয় বন্ধুবৰ গিৰীশ দাসে তেখেতক সুধিছিল, ইউনিফৰ্ম শব্দৰ অসমীয়া কি কৰিব পাৰি? তেখেতে টপৰাই ধাননিৰপৰা শব্দ এটা আনি সমিধান দিলে—একে-আগী। শব্দ যে ব্ৰহ্ম এই কথা বোধহয় তেখেতৰপৰাই আমাৰ মাজত প্ৰচলিত হৈছে। সেই বাবে শব্দৰ যাদু বা কালিকা সম্বন্ধে মানুহ জন অতি মাত্ৰাই সজাগ যেন লাগে—ইমানেই যে বহু সময়ত অনুমান হয় যেন লেখাত সাহিত্য বিচাৰ কৰাতকৈ বেণুধৰ শৰ্ম্মাই বিশুদ্ধ ভাষাৰ হে বিচাৰ কৰে। আপুনি লিখা কিবা প্ৰবন্ধ যদি পঢ়িছে তেন্তে লগ পালে কব—পঢ়িছোঁ, ( আঙুলি

টেঁৱাই) দাগ দি দি থৈছোঁ, পিচত কম! বুজিবই লাগিব যে আপোনাৰ ৰচনা কাটি-কুটি তহিলং কৰি থৈছে। অলপধতুৱা হলে বিপদেই। কিন্তু ইয়াৰপৰা ভয় খাব বা নিৰাশ হবৰ কাৰণ নাই। কিয়নো একোটা ভাষাৰ নিজস্ব প্ৰতিভাক প্ৰতিভাত কৰি থবলৈ এনেকুৱা একোজন চৰ্দাৰৰ অতিশয় আৱশ্যক। আমাৰ ভাষাত অৰাজকতা ক্ৰমাৎ বেছি হৈ আহিছে আৰু হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদিৰ দৰে চৰ্দাৰ ধনুৰ্দ্ধৰো ক্ৰমাৎ নোহোৱা হৈ আহিছে। এনে লোকৰপৰা ন-লেখকৰ উপকাৰ হয়। ভাষাৰ ক্ষেত্ৰত অত্যন্ত উদাৰ বেজবৰুৱাই টাটি-চকোৱা নেভাঙিবলৈ কৈছিল। বেণু শৰ্ম্মাই কব—আগ্ৰহান্বিত হৈ 'পৰিল' নহয়, আগ্ৰহান্বিত হৈ 'উঠিল' হে; কাৰণ ভাল কাম এটাৰ পৰিযোৱা অৰ্থ কেনেকৈ হব? নাইবা—'ক্ষতি সাধন' লিখা ঠিক নহয়, কাৰণ সাধন শব্দ সাধনাৰ লগৰ বাবে ক্ষতিৰ লগত সি সংযুক্ত হব নেলাগে। অকল এয়ে নহয়, ভালেমান বিশুদ্ধ অসমীয়া শব্দ তেখেতে প্ৰচলনৰ চেষ্টা কৰিছে, যিবোৰ হয়তো প্ৰবলতৰ প্ৰভাব-হেতু গৃহীত হোৱা নাই। টাব-চিলিঙি, পৰ্বতী ইত্যাদি এনে শব্দ মনলৈ আহিছে। গৃহীত নহলেও এনে ধৰনৰ প্ৰচেষ্টাৰ মাজত মাতৃ-ভাষাৰ প্ৰতি থকা অসমী প্ৰেমৰ প্ৰমাণ পোৱা যায়। দহোটা এনে শব্দৰ যদি দুটাও ৰৈ যায় তেন্তে তাৰ বলতে ভাষাটোৰ স্বকীয়তা প্ৰতিপন্ন হব পাৰে। এই স্বকীয়তা কেনে বস্তু? শৰ্ম্মা দেৱে কলিকতাত "ৰাংপতা" কিতাপখন ছপাবলৈ যাওঁতে হেনো অসমীয়া-বঙলাৰ প্ৰভেদ নেদেখা বঙালী ভদ্ৰলোক এজনক সেই কিতাপৰ প্ৰথমটো কাহিনীৰ প্ৰথমটো বাক্য পঢ়ি অৰ্থ কৰলৈ দিয়াত মানুহ জন জব্দ হৈছিল; কাৰণ তেওঁ অৰ্থ কৰ নোৱাৰিলে। এয়ে ভাষাৰ স্বকীয়তা।

মাতৃভাষাৰ স্বকীয়তা ৰক্ষাৰ এই যে প্ৰচেষ্টা ইয়াৰ অন্তৰালত আছে জাতীয়তাবোধ। এই জাতীয়তাই অসমীয়াৰ জাতীয়তা হলেও ভাৰতীয় জাতীয়তাৰ সৈতে ইয়াৰ বিৰোধ নাই। বেণুধৰ শৰ্ম্মাৰ ৰচনাৰ সৈতে যাৰ পৰিচয় আছে বা তেখেতক যিসকলে ওচৰৰপৰা জানিছে তেওঁলোকে

ভালকৈ জানিব পাৰিব যে অসমীয়াত্ব বুলি যিখিনি ভাল সম্পদ আছে সেইখিনিৰ প্ৰতি মানুহজনৰ বৰ দুৰ্ব্বলতা আছে। মণিৰাম দেৱানৰ জীৱনী, লাচিত বৰফুকনৰ ৰণনিপুণতা, ৰঙিলী কুৱঁৰীৰ মান-দেশত সম্মান লাভ আদি বিষয়ক ৰচনাত এই গভীৰ জাতীয়তাবোধেই ক্ৰিয়া কৰিছে। কলিকতাৰ কলেজত পঢ়ি থাকোতে অধ্যাপকৰসৈতে হোৱা তৰ্কাতৰ্কিত, উজনি অসমৰ চাহ বাগিচা বিশেষত ইংৰাজ কৰ্মচাৰীৰসৈতে হোৱা বাদ-বিসম্বাদত, ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ অধিৱেশনত বুৰঞ্জীবিদ্‌সকলৰসৈতে কৰি ফুৰা ঘৰুৱা আলোচনাত এই অসম তথা অসমীয়া প্ৰীতিৰে চিন ফুটি উঠিছে। আকৌ, কৰবাৰ গাৱঁত মিটিং পাৰলৈ গৈ ৰাতি ৰঙিব লগাত পৰি ৰন্ধা-বঢ়া চাই থাকি তেখেতে হয়তো নিৰ্দেশ দিব—পাৰচৰাইৰ ছাল নৰখলিয়াই কেনেকৈ গোটে গোটে অলপ পুৰি লৈ কুটি-বাছি বান্ধিলে খাবলৈ কেনে জুতিলগা হয়! চুতীয়া গাৱঁত পতা সভাত যোগ দি, খাই-বৈ, নামগুণ গাই লগত হয়তো লৈ আহিব বাঁহৰ চুঙাৰে কৰা পুৰণিকলীয়া হোঁকা আৰু তাৰে গুৱাহাটীৰ চুমহলীয়া পকীঘৰত বহি টোবোক-টোবোককৈ ধোঁৱা উকৱাব! অসমীয়া কাকতত অসমীয়া জা-জলপানৰ বিষয়ে দীঘলীয়া প্ৰবন্ধ লিখা এইজন অসমীয়া মানুহৰ এইবিলাক কামত ফুটি উঠিছে অসমীয়া বস্তু আৰু অসমীয়া ধৰণ-কৰণৰ প্ৰতি প্ৰীতিৰ নিদৰ্শন। এইবিলাক হয়তো তেখেতৰ কেৱল ঐতিহ্য-প্ৰিয়তা, ইয়াৰ মাজত নতুনৰ আৰু প্ৰগতিৰ কথা একো নাই। কিন্তু প্ৰগতিৰ বাবেও ঐতিহ্য লাগে। নহলে কিহৰ ভেটিত থিয় হৈ নতুন কাম কৰিব? সেই ভেটিটো বজাই ৰখাত আত্মনিয়োগ কৰিছে শৰ্ম্মাদেৱে। ডেকা চলচ্চিত্ৰকৰসকলে পুৰণি কথা, পুৰণি তথ্য-পাতি, পুৰণি সাজ-পাৰ আদিৰ কাৰণে বেণুধৰ শৰ্ম্মাৰ কাষ চপাৰ কথা ভাবিবই লাগিব।

পুৰণি বোলোতে তেখেতৰ বয়সৰ কথা মনলৈ আহে। সঠিক সংখ্যাটো নেজানো; কিন্তু তেখেত আমাৰ বহুতৰে ককাৰ বয়সীয়া—পাৰ্বতিপ্ৰসাদ বৰুৱাৰ নাতিনীৰ মাতেৰে "পকা পকা"! বয়স বুঢ়িব

হেনো নেপায়—আন এগৰাকী স্বনামধন্য পকা-বয়সীয়া জে, বকৰাই এই বিষয়ে এটা প্ৰবন্ধই লিখি থৈ গৈছে। পকা বয়সৰ অভিজ্ঞতা পুৰঠ; আৰু বহু পুৰণি ইতিবৃত্তৰো ভঁৰাল হৈ পকা বয়সে সময়ত ইতিহাসৰ ৰূপ দিয়ে। এশ বছৰৰ আগৰ কথা জনা মানুহে অতীত সমাজৰ অৱস্থা কম সজীৱভাৱে জানে নে? অথচ তেনে বহু গুণী-জ্ঞানী লোক নীৰৱেই আঁতৰি গৈ আছে; এখন ডায়েৰী বা এখন সুখপাঠ্য আত্মজীৱনী এৰি থৈ যোৱা নাই। "মোৰ জীৱন-সোঁৱৰণৰ" দৰে অনুপম গ্ৰন্থ আমাৰ ভাষাত কিমান ওলাইছে? আত্মজীৱনী বেণুধৰ শৰ্মাই লিখিছে নে নাই কব নোৱাৰো। কিন্তু তেখেতৰ বিহাবাৰীৰ ঘৰৰ আধা-আলো আধা-ছাঁৰ কোঠাটোত যে অজস্ৰ কাকত-পত্ৰৰ মাজত অজস্ৰ পুৰণি কথা লুকাই আছে এই কথা তেখেতক দেখা কৰিবলৈ যোৱা সকলোৱে জানে। সেইবোৰ সা-সম্পত্তি তেখেতৰ নিজা-বুকুৰ ধন আপুতৰ পুত স্বৰূপ; বৰপুত্ৰ অধ্যাপক অজিতকুমাৰ শৰ্মাই কবৰ দৰে—ওলাই গলে কোঠাৰ তলা মাৰিতো থৈ যায়েই, গা ধুবলৈ গলেও আলমাৰিৰ তলা মাৰি চাবি কোছা লগতে লৈ যায়! অ'ৰ ত'ৰপৰা এগছ দুগছকৈ গোটাই অনা টোকোৰা বাহৰ কুটা তেখেতে এই আলমাৰিৰ পৰাই এগছ দুগছকৈ আমাক উলিয়াই দি থাকে। আলোচনীৰ পাতত এইবোৰ পঢ়ি কেতিয়াবা ভাব হব পাৰে—কোন কেতিয়া ক'লৈ গ'ল, কেতিয়া চাহ বা ভাত খালে, আমাক কেলৈ? কিন্তু এনে নিৰস বৰ্ণনাৰ মাজেদিও যে বিগত দিনৰ সামাজিক ইতিবৃত্ত ওলাই পৰে এই কথা পাহৰিলে নচলে। "অৰ্ঘ্যাৱলী"ত বিভিন্ন লোকৰ বিষয়ে তেখেতে ভালেমান মূল্যবান নজনা কথা জনাইছে; সংশ্লিষ্ট ফটোবোৰো সচৰাচৰ নেদেখা ফটোহে—বুৰঞ্জীবিদ হিচাপে যেন একোটা বিষয়ৰ নজনা-নেদেখা দিশৰ "ডকুমেণ্টেচন"হে তেখেতে কৰিছে। 'গঙ্গাগোবিন্দ ফুকন'ৰ কথা লিখোঁতে, "কংগ্ৰেছৰ কঁচিয়লি ৰ'দত"ৰ জিলিঙনি দেখুৱাওঁতে, তথ্য আৰু যুক্তিৰ "দুৰবীণে"ৰে অতীতলৈ চাই পঠিয়াওঁতেও সেই একে দৃষ্টি-ভঙ্গীকে লোৱা দেখিবলৈ পোৱা যায়।

ওপৰত বুৰঞ্জীবিদ কথাষাৰ কোৱা হৈছে। বেণুধৰ শৰ্ম্মাক অসমত বুৰঞ্জীবিদ বুলিহে বেছিকৈ জানে। স্কার্লক হোমচ্, ৰবিঞ্চন ক্রুচ', "বজনুৱা নৌযাত্রাৰ আপদীয়া কাহিনী" আদি অনুবাদ কৰিলেও, সাধুকথাৰ পুথি লিখিলেও তেখেতক মানুহে সাধাৰণতে বুৰঞ্জীবিদ বুলিহে জানে। গুণাভিৰাম বৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, কনকলাল বৰুৱা, হেমচন্দ্র গোস্বামী, ডঃ সূর্য্যকুমাৰ ভূঞা আদি বুৰঞ্জীবিদৰ নানান আলোচনা, পুথি অসমীয়া ভাষাত ওলাইছে। এই সকলৰ সৰহভাগেই শৰ্ম্মাদেৱৰ অগ্ৰগামী। এইসকলৰ প্ৰতি তেখেতে বহু ঠাইতে শ্ৰদ্ধাও দেখুৱাই আছিছে। কাৰণ এইসকল বুৰঞ্জীবিদ তথা পুৰাতত্ত্ববিদৰ চিন্তা-চৰ্চ্চাৰ পৰা তেখেতৰ দৰে অনুগামী বুৰঞ্জীবিদৰ যথেষ্ট সহায় হৈছে। তথাপি আমাৰ চকুত পৰে কিছুমান বিষয়ত তেখেত এইসকলৰ পৰা পৃথক; আৰু এই পৃথকতাই তেখেতক অসমৰ বুৰঞ্জী চৰ্চ্চাত এখনি সুকীয়া আসন দিছে। যুক্তি-তথ্যৰ তুলাচনিত জুখি পুৰণি বুৰঞ্জীৰ ব্যাখ্যা বেণুধৰ শৰ্ম্মাই যি ধৰণে কৰিছে তেনে ধৰণে আমাৰ ভাষাত সচৰাচৰ কৰা দেখা নেযায়। মণিৰাম দেৱানৰ ৰাজদ্ৰোহী সত্তাক তেখেতেই সুপ্ৰতিষ্ঠিত কৰিলে বুলিব লাগে, যাৰ ফলত ভাৰতে স্বাধীনতা পোৱাৰ সময়ত সেই সত্তাক নাটকীয় কল্পনাৰ ৰহনেৰে চোৱাই চাবলৈ আমি শিকিলোঁ। "দূৰবীণৰ" প্ৰবন্ধাৱলীতো পৰাধীন যুগৰ জনমানসত দেশাত্মবোধ জগাই তুলিবলৈ যত্ন কৰা হৈছে। বদন বৰফুকনৰ বদনামৰ মাজত লুকাই থকা পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ চৰিত্ৰটি সম্বন্ধে আমাৰ পূৰ্ব্বৰ ধাৰণা তেখেতেই পোন প্ৰথমে লৰক-ফৰক কৰি দিয়া নাই নে? এনে কৰিবলৈ যাওঁতে কোবাল ভাষাৰ কি কোবাল যুক্তি প্ৰদৰ্শিত হৈছে! পুৰণি বুৰঞ্জীবিলাকত লুকাই থকা সমাজ ব্যৱস্থা, সৰ্বসাধাৰণ মানুহৰ স্থান আৰু মহত্ব, মোমাই তামুলী বৰবৰুৱাৰ নিচিনা বিষয়াৰ প্ৰশাসনীয় দক্ষতা, লাচিত বৰফুকনৰ বীৰত্ব আৰু ৰণকৌশল, বিদেশীক জলা-কলা কৰাত অসমীয়া মানুহৰ সূক্ষ্ম কৌশলকৰ্ম ইত্যাদি বিষয় বেণুধৰ শৰ্ম্মাই একেই কোবাল ভাষা আৰু পৰ্য্যাপ্ত

তথ্য-পাতিৰে প্ৰতিপন্ন কৰিছে। গতিকে তেখেতৰ বুৰঞ্জী-চচা কেৱল সংবাদ সংগ্ৰহ কৰা ধৰণৰ নহয়; ই ঐতিহাসিক তাৎপৰ্য্যৰ ব্যাখ্যা-মূলকো। বুৰঞ্জীবিদ আখ্যাটি তেখেতৰ গাত খাপ খাই পৰে।

বেণুধৰ শৰ্ম্মাৰ জীৱনী লিখিব পৰা হলে ভাল পালোঁহেতেন। কিন্তু তেখেতৰ জীৱনৰ কথা বৰ কমকৈ জানো। চাৰিঙত ঘৰ বুলি জানো। কাৰ ঘৰৰ, কি বংশৰ এইবোৰৰ আঁতি-গুৰি কাহানিও লোৱা নাই। লগ পাই থাকি যিখিনি মনত সঁাচ বহি ৰৈছে তাকেহে লিখিলো। ওপৰৰ বৰ্ণনাৰ পৰা যদি তেখেতৰ ছবিখন চকু ঘোপা কৰি থকা মানুহ এজনৰ বুলি প্ৰতীয়মান হয় তেন্তে ভুল হৈছে বুলি কব লাগিব। লগত ফুৰিলে বা বহি কথা পাতিলে তেখেতৰ ভিতৰত থকা ৰসৰ অফুৰন্ত ভঁৰালটো মুকলি হৈ যায়। ফূৰ্ত্তিৰ স্পিৰিটটো প্ৰাণখোলা হাঁহি আৰু সেই হাঁহিত কোঁচ খাই যোৱা চকুৰ চুকেদি বিৰিঙি উঠে। একাপ চাহ সুবুলি এভাগ চাহ বুলি কলেও কেতিয়াবা ৰসৰ সঞ্চাৰ কৰিবলৈ তুৱাৰ মৰাৰ শলখা ডালক "হুলিম" ডাল বুলি কৈ দিব। প্ৰগতি বিচৰা ন-পুৰুষৰ লগত ঐতিহ্যপ্ৰিয় এই ডাঙৰীয়া জনৰ মূলতঃ বিৰোধ নাই।

---

# বেণুধৰ শৰ্ম্মা

শ্ৰীমহেন্দ্ৰ বৰা

পুৰণি চিঠিৰ ফাইল আৰু পুৰণি পুথিৰ সাঁচিপাত ঘাঁটি ঘাটি
বুৰঞ্জীৰ পম খেদে পুৱাতে মাচিয়াত বহি উঠে মাজৰাতি ;
ধোঁৱাখোৱা খায় আৰু লিখে ঘনে ঘনে কপালৰ
গাঁথি খোপা খায়,
দুপৰীয়া পালেঙত ঘামচি ভাণ্ডি ভাণ্ডি লাটিপুটি কৰে দুটি নাতি।
অনেক সভাৰ নিমন্ত্ৰণ পুৱাৰ পিয়নে আনে নজনা
কথাৰ ভঁৰাল ভাবি,
সময়ো যে নাই জৰুৰী উত্তৰ লিখি বাণ্ডি কৰে আশিস্-বচন
গধুলি ডাকত নবীনে টিকট লগাই, মনে মনে আজিও কংগ্ৰেছী,
যদিও 'আমাৰ দোকান' নাই, নিপিন্ধে টুপী, নিদিয়ে লৰাক ডাবি।
অলপীয়া গোফ আছে, ডাঢ়ি হলে চিকুণায় চফল ডেকাৰ দৰে
তুমি আমি হাৰ মানো দুয়োগালে গোলাপৰ
তেজ টুকি খোৱা আছে।
ওঁঠত হাহি জিলিকনি সনা চকুতো বিৰিঙে সেই জোনাক-জেউতি
ভৈয়ামৰ গাম বুলি দিয়া নগাৰ লাখুটি লৈ আবেলি বিলাস কৰে।
পদূলিত দেখা যদি পোৱা কেতিয়াবা ভাবি চাবা
ডেকা নে বুঢ়া এইজন,
প্ৰফেচাৰ ল'ৰা আৰু আছে নাতি, তথাপিতো
পিলিঙা ডেকাৰ মন।

---

# বেণুধৰ শৰ্ম্মাৰ ৰচনা আৰু ব্যক্তিত্ব

শ্ৰীনলিনীধৰ ভট্টাচাৰ্য্য

বেণুধৰ শৰ্ম্মাক প্ৰথমতে ক'ত দেখিছিলোঁ মনত নাই, কিন্তু আমি যেতিয়া স্কুলীয়া ছাত্ৰ তেতিয়াই তেওঁৰ নাম শুনিছিলোঁ; তেওঁক দেখিছিলোঁ বাটে পথে, কেতিয়াবা "কোৰ্ নাৰায়ণ"ৰ ঘৰত বুঢ়া মেথাৰ লগত মণিৰাম দেৱানৰ কথা আলচ কৰি থাকোঁতে, কেতিয়াবা "ডাঃ ৱেডৰ একাউণ্টচ্ অৱ আচাম" হাতত লৈ চক্ৰাই বাগিছাৰ ইউৰোপীয় মেনেজাৰৰ লগত দেখা কৰিবলৈ যাওঁতে—সেই দেখাৰে পৰা শৰ্ম্মাৰ প্ৰতি আমাৰ শ্ৰদ্ধা হৈছিল, তেওঁৰ লগত সম্প্ৰতি হোৱা ঘনিষ্ঠতাৰ পিছতো সেই শ্ৰদ্ধা অটুট আছে। প্ৰতিকূল পৰিবেশত যি আৰ্থিক, মানসিক আৰু কায়িক কষ্টৰ কাঁইটনি পাৰ হৈ বেণু শৰ্ম্মাই নিজক প্ৰতিষ্ঠা কৰিলে তাৰ বিৱৰণ তেওঁৰ মুখত শুনি বিস্ময় মানিছোঁ, তেওঁৰ প্ৰতি শ্ৰদ্ধা অটুট থকাৰ ইও অন্যতম কাৰণ।

শৰ্ম্মাৰ প্ৰতি শ্ৰদ্ধা হোৱাৰ আৰু কাৰণ আছে। জীৱনৰ সহজ পথ এৰি খুৰৰ সাঁকোৱেদি বগাওঁতাজন নিশ্চয় প্ৰতিভাধৰ; হয় দৈৱৰ নিৰ্দ্দেশত নহয় অৱচেতনৰ ইঙ্গিতত তেওঁ বাছি ললে এটি কণ্টকাকীৰ্ণ দুৰ্গম পথ; এই পথ অতিক্ৰম কৰিবলৈ তেওঁ মঞ্চত থিয় দি দেখিলে, এই পথ নিৰ্ঘাত সংগ্ৰামৰ পথ। কলিকতাৰ কলেজ স্কোৱাৰত বিপিন পাল, সুৰেন্দ্ৰ বানাৰ্জী আদিৰ উদ্দীপনাময় বাণী শুনি তেওঁ কলেজ এৰি গুচি আহিছিল নিজৰ জন্মভূমি অসমলৈ 'অসহযোগৰ ফণা'ৰ তলত আশ্ৰয় লবলৈ। আশ্ৰয় তেওঁ ললে, কাৰাবৰণ কৰিলে, সভা-সমিতি পাতিলে, অনামী বহুতো কৰ্ম্মী-বন্ধুৰ সাহচৰ্য্যৰে ধন্য হল; সুদূৰ গাঁৱতো আন্দোলনৰ কম্পন অনুভৱ কৰিলে। তাৰ পিছৰ কৰ্ম্ম-সূচী তেওঁৰ বিক্ষিপ্ত; জীৱিকাৰ তাড়নাত হাতীৰ ব্যৱসায় কৰিলে, আন্তৰিক ৰিখাত

সাময়িকভাৱে বীৰ চাৰৱকাবক অভ্যৰ্থনা জনালে, গাঁৱৰ পৰিবেশত ভাণ্ডৱ-দীঘল হৈ বিবাহ-সূত্ৰে নগৰৰ চহকী পৰিয়ালৰ লগত কৰা সম্বন্ধৰ ফলত ন-পুৰণি মূল্যবোধৰ সংঘাত আদৰি ললে। এই কালছোৱাত তেওঁৰ সৃষ্টিৰ প্ৰবাহ বন্ধ হোৱাৰ উপক্ৰম হৈছিল; সম্ভৱতঃ উজনিৰ চাৰিং এৰি গুৱাহাটী চহৰৰ সাংস্কৃতিক বাতাবৰণৰ মাজলৈ যেতিয়া তেওঁ আহিল, তেতিয়াহে তেওঁৰ মন দৃঢ় হ'ল, আকৌ পূৰ্ণোদ্যমে কলম হাতত ল'লে।

লুপ্ত মৈদামৰ মহিমা-কীৰ্ত্তন সহজ, কিন্তু তাৰ মঞ্জীৰনী ঢালি ঠন ধৰোৱা টান। বেণুধৰ শৰ্ম্মাই পাছৰটো কাম হাতত লৈছে আৰু তাত কৃতকাৰ্য্যও হৈছে। তেওঁৰ এই কৃতকাৰ্য্যতাৰ মূলত আছে ঐতিহ্যানুসন্ধানৰ অসীম আগ্ৰহ। কলিকতীয়া অধ্যাপকে অসমীয়া জাতি সম্পৰ্কে কৰা কটূক্তি শুনি ডাঃ গ্ৰীয়েৰ্ছনৰ লিংগুইষ্টিক চাৰ্ভে অৱ ইণ্ডিয়া'ত অসমীয়া ভাষা—সাহিত্য-সংস্কৃতিৰ প্ৰাচীনতা সম্পৰ্কে থকা প্ৰশংসা-বাণী উক্ত অধ্যাপকক দেখুৱাই তেওঁৰ ভুল শুধৰোৱা ঘটনাই শৰ্ম্মাৰ বুৰঞ্জী-উদ্‌ঘাটনৰ ধাউতিৰ মূল উৎস। এই ধাউতি লৈয়ে তেওঁ লাচিত, বদন-পূৰ্ণানন্দ, মণিৰাম দেৱান আদিক চাইছে। লাচিতৰ স্বদেশ-প্ৰেমৰ মাজত তেওঁ দেখিছে "মৈদামৰ অতল তলিৰ পৰা উঠি অহা নতুন চেতনা"—যি চেতনাই সমকালীন মানুহৰ মনত দিব পাৰিছিল আশা, আনন্দ আৰু প্ৰতিবোধৰ সংকল্প। ইতিহাসৰ অস্পষ্টতাৰ সুযোগ লৈ বদন পূৰ্ণানন্দ সম্পৰ্কীয় প্ৰাচীন ধাৰণাৰ ভেটিত "ভুঁইকপৰ জোকাৰণি" সৃষ্টি কৰি তেওঁ বুৰঞ্জীৰ যি সত্য উদ্‌ঘাটন কৰিছে, সি হয়তো মানুহক শিকালে—ক্ষমতাৰ থকে দেশৰ কষ্টাৰ্জ্জিত স্বাধীনতা ধ্বংস কৰে। ইতিহাস কেৱল লুপ্ত তপোবনৰ স্তৰ নহয়। তাৰ পম খেদিবলৈ লাগে সুক্ষ্ম দৃষ্টি, ধৈৰ্য্য আৰু কষ্ট-সহিষ্ণুতা। শৰ্ম্মাৰ এনেবোৰ গুণ আছে, "মণিৰাম দেৱান" তাৰ প্ৰমাণ। এই পুথি তেওঁৰ কীৰ্ত্তি-স্তম্ভ মিল্টনৰ ভাষাত life blood ; কিয়নো পৰাধীনতাৰ বিৰুদ্ধে থিয় দি হাঁহিমুখে কাঁচীৰ মঞ্চলৈ আগবঢ়া মণিৰামৰ মাজত তেওঁ দেখিছিল এজন নতুন বুদ্ধিমান মানুহৰ স্বপ্ন—যি মুক্তমানুহ

বাবে দৃঢ়তাৰে থিয় দিব পাৰে। নিজৰ দেশৰ মাটিক অন্তৰঙ্গভাৱে ভাল-পোৱা বীৰ্য্যবান লেখকৰ মনৰ কথাই যেন মণিৰামৰ চৰিত্ৰত ফুটি উঠিছিল—এই আন্তৰিক যোগসূত্ৰকণৰ বাবেই 'মণিৰাম দেৱান' তেওঁৰ সৰ্ব্বশ্ৰেষ্ঠ গ্ৰন্থ। লেখকৰ অভিমতসমূহ ভৱিষ্যতৰ পণ্ডিতে অগ্ৰাহ্য কৰিব পাৰে, কিন্তু তাত তেওঁ মণিৰামক যি দৃষ্টিৰে চাইছে সি স্মৰণীয়। তদুপৰি তাত থকা ঠাঁচৰ বাক্যাংশ খণ্ডবাক্য সংযুক্ত বুৰঞ্জীৰ শব্দেৰে বন কৰা গতিশীল ভাষাৰ যি ইন্দ্ৰজাল তৰিছে তাক আমি পাহৰিব নোৱাৰোঁ। প্ৰাক-স্বাধীনতাকালত মানুহৰ মন সজীৱ আৰু উৎফুল্ল হৈ আছিল অতীতৰ মোহ আৰু ভৱিষ্যতৰ স্বপ্নেৰে। এনে সজীৱতাও মণিৰাম দেৱানৰ সাৰ্থকতাৰ কাৰণ। মণিৰাম দেৱান গধুৰ-তথ্যপূৰ্ণ সুসংলগ্ন শব্দচিত্ৰই নহয়; ই এটি উপলব্ধিও।

অসহযোগ আন্দোলনৰ জৰিয়তে প্ৰচাৰিত জাতীয়তাৰ ভাবাদৰ্শই গাঁৱে-ভূঞে চহৰে নগৰে অখ্যাতজনৰ অন্তৰ কিদৰে স্পন্দিত আৰু অনুপ্ৰাণিত কৰি তুলিছিল তাৰ কথা নিজা অভিজ্ঞতাৰ পোহৰত লিপিবদ্ধ কৰিছে তেওঁৰ আনখন লেখত লবলগীয়া গ্ৰন্থ, "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত।" জৱাহৰলালৰ ভাষাত এই পুথি অসমৰ এখন সৰু গাঁৱৰ পটভূমিত জন-মানসৰ স্বাধীনতা আন্দোলনজনিত ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কলাত্মক প্ৰতিফলন মাথোন। এনে সাৰ্থক কলাত্মক প্ৰতিফলন সম্ভৱ হোৱাৰ মূলত লেখকৰ সহানুভূতি। যি সম্পূৰ্ণ সহানুভূতিৰে তেওঁৰ ঘনিষ্ঠতম সকলৰ স্বদেশ-প্ৰীতিৰ চিত্ৰ আঁকিছে (মৰিয়া বাহাদুৰ তাৰ উদাহৰণ) সি স্মৰণযোগ্য। এইবোৰ বৰ্ণনা আন লেখকে যে দিব নোৱাৰিব এনে নহয়, কিন্তু থকা মাত-কথাৰে ইমান ৰসাল আৰু জীৱন্ত বৰ্ণনা শৰ্ম্মাৰ নিজস্ব দান।

কথা-বতৰা, ফুৰা-চকাত সম্পূৰ্ণ অসমীয়া, শৰ্ম্মাদেৱৰ দৈহিক স্বাস্থ্যও তাহানিৰ "অসমীয়া স্বাস্থ্যৰ ফট্‌ফটীয়া নিদৰ্শন।" বাৰ্দ্ধক্যৰ হেঁচাই পীড়া কৰিলেও শৰ্ম্মা এতিয়াও পৰ্য্যন্তৰ বছৰীয়া যুৱক। এতিয়াও গুৱাহাটীৰ বাটে-পথে, গাত খদ্দৰৰ পাঞ্জাবী আৰু চুৰিয়া, ভৰিত জোতা,

হাতত ৰাইভাং লৈ খুবকোচিত যেগেৰে অহা-যোৱা কৰিব পৰা শক্তি শৰ্ম্মাৰ আছে। মোৰ ধাৰণা, দৈহিক স্বাস্থ্যৰ স্ফূৰ্ত্তিও মানসিক স্ফূৰ্ত্তিৰ নিদৰ্শন। শৰ্ম্মাৰ মানসিক স্বাস্থ্যও অটুট আছে বুলি ক'ব পাৰি। তেওঁৰ মাজত হয়তো দ্বন্দ্ব আৰু ত্ৰাসবোধ আছে। বহুতৰে থাকে, কিন্তু যিনোক অন্তৰ্দ্বন্দ্বই ম্ৰিয়মান কৰে-শৰ্ম্মাক সি হয়তো বশে পৰা নাই। তেওঁ ডাঙৰ-দীঘল হৈছিল, প্ৰাচীন-সংস্কাৰ আৰু কৌলিন্যৰ দুৰ্গত—পৰবৰ্ত্তীকালতো সম্পূৰ্ণভাৱে তাৰ পৰা তেওঁ ওলাই আহিব পাৰিছিল বুলি কোৱা টান। গ্ৰাম্য-সংস্কৃতিৰ অধমৰ্ণ শৰ্ম্মাই প্ৰাচীন মূল্যবোধৰ প্ৰাচীৰ ভাঙি নতুন প্ৰমূল্য সমূহক সহজ স্বীকৃতি দিব নোৱাৰিলে বুলিয়েই মোৰ বিশ্বাস। তথাপি চেখ আবদুলৰ ঘৰত বিয়নীমেল পাতি ৰক্ষণশীলসকলৰ কথা-শুনা শৰ্ম্মা ডাঙৰীয়াৰ গোড়ামি আছে বুলিও একে আষাৰে কৈ দিব নোৱাৰি। থাকিলেও, তেওঁৰ মনত খুন্দিয়াখুন্দিকৈ থাকে ওলাই আহিব নোখোজে। শেহত হয়তো উদাৰতাৰেই জয় হয়গৈ।

শৰ্ম্মাদেৱৰ অসমীয়া-প্ৰীতি জনাজাত, অসমৰ মানস-মূৰ্ত্তিহে তেওঁৰ ধ্যানৰ বস্তু। অসমৰ মাটি, অসমৰ প্ৰকৃতি, অসমৰ ভাষা তেওঁৰ চিন্তাৰ ৰশ্মিৰে উজলি উঠে। মাতৃভাষা আৰু স্বজাতিক ভালপোৱা মানুহৰ মৌলিক আৰু গণতান্ত্ৰিক অধিকাৰ আৰু এই অধিকাৰ হৰণ কৰিলে স্বাধীনতা আৰু মনুষ্যত্বৰ নিশ্চয় অপমৃত্যু ঘটিব। শৰ্ম্মাৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ প্ৰশংসনীয়, আৰু এই অনুৰাগৰ বাবেই তেওঁ ভাষাৰ এটা নতুন যুগ সৃষ্টি কৰি ন-লেখকক বাট দেখুৱাবলৈ সমৰ্থ হৈছে—তথাপি এটা কথা স্বীকাৰ কৰিব লাগিব যে তেওঁৰ ভাষানুৰাগ যদি বিস্তীৰ্ণ মানসিক দিগন্তৰ পোহৰেৰে উদ্ভাসিত হলহেঁতেন তেনেহলে সৃষ্টিৰ ক্ষেত্ৰত তেওঁ ন-ন পৰীক্ষাও কৰিব পাৰিলেহেঁতেন! প্ৰাক্-স্বাধীনতা কালৰ বহু লেখকৰে মানসিক আহৰণৰ চেষ্টা নাছিল, তাৰ ফলত প্ৰথম পৰ্য্যায়ৰ সৃষ্টিত যি প্ৰাণ-স্পন্দনে দেখা দিছিল, পিছৰখিনিত সি অনুপস্থিত। শৰ্ম্মাবো সেয়ে হৈছে। তেওঁৰ ৰচনাত বৈচিত্ৰ্যৰ অভাৱ—তথাপি, স্বাভাৱিকেই হওক বা কৃত্ৰিমেই হওক তেওঁৰ ৰচনাত থকা

শিল্প-গুণৰ বাবে সি ৰমণীয় আৰু পঠনীয় হৈ ৰব। বৰ্ণনাত্মক গদ্যৰ সভাত তেওঁৰ আসন সুপ্ৰতিষ্ঠিত। বেজবৰুৱা তেওঁৰ পথ-প্ৰদৰ্শক আৰু সঙ্গী—যি তেওঁক এদিন নিৰ্ম্মালি স্বৰূপে এটি সুমথিৰা দি হাঁহি হাঁহি কৈছিল, "বেণু, তোমাৰ লিখাবোৰ সুমথিৰাটোৰ দৰেই থুলথুলীয়া হওক।"

বেজবৰুৱাৰ এই আশীৰ্ব্বাদ এদিন ফলিয়াইলে। শৰ্ম্মাৰ ৰচনাৰ ঠাঁচ তাৰ প্ৰমাণ। তেওঁৰ গল্প-ৰীতিত বুদ্ধিৰ নিৰ্দ্দেশ কম; তেওঁৰ ৰচনাত এটি ৰোমাণ্টিক উচ্ছ্বাস থাকিলেও সি একাধাৰ তথ্যপ্ৰধান আৰু সৃষ্টিশীল। পণ্ডিত হেমচন্দ্ৰ গোস্বামী তেওঁৰ গুৰু স্বৰূপ, মৈদামৰ অতল তলি খানি চোৰাৰ ধাউতি তেৱেঁই তেওঁৰ মনত পোনপ্ৰথমে সুমাই দিছিল। গোস্বামীৰ প্ৰেৰণাদায়ক সাহচৰ্য্যৰ কথা তেওঁ আজিও শ্ৰদ্ধাৰে সুঁৱৰি থাকে।

কেৱল বুৰঞ্জীয়েই নহয়, শিশু-সাহিত্য আৰু জীৱনী-সাহিত্যও তেওঁ লেখিছে। সত্ৰীয়া সংস্কৃতিৰ বৰ্ণনাও দিছে। সাংবাদিকতাও কৰিছে। এইবোৰ তেওঁৰ প্ৰতিভাৰ ক্ষেত্ৰ নহয়। অসমৰ স্বতন্ত্ৰ সম্পদ বুৰঞ্জীহে তেওঁৰ প্ৰিয় কৰ্ষণ-ভূমি। ইয়াক পোহৰলৈ অনাত শৰ্ম্মাৰ চেষ্টা আৰু অৱিহণা উত্তৰসাধকে নিশ্চয় সুঁৱৰিব; তেওঁৰ ৰচনা বিক্ষিপ্ত, মূল ক্ষেত্ৰত নিৰৱচ্ছিন্নভাৱে লাগি থকা হলে ইয়াতোকৈ অধিক মূল্যবান ফচল তেওঁ আমাক দিব পাৰিলেহেঁতেন। তথাপি এই বিক্ষিপ্ততাৰ মাজৰ পৰা পুষ্টি আৰু কল্যাণ আহৰণ কৰি সমকালীন মানসিকতাক স্বাস্থ্যবান কৰাৰ দায়িত্ব গ্ৰহণ কৰিব লাগিব সমালোচকে; তেওঁৰ প্ৰতিভা কথকৰ প্ৰতিভা; তাহানিৰ 'আলোচনী' 'বাঁহী' আদিত কবিতা আৰু গল্পেৰে (সাধুৰে ?) সাহিত্য-কৰ্ম্ম আৰম্ভ কৰি বিৰামহীনভাৱে আজিকোপতি তেওঁ কলম চলাই আছে যদিও তেওঁ উভচৰ নহয়। তেওঁৰ ৰচনাৰ গুণ—কথাশিল্পীৰ গুণ, এই গুণ ঔপন্যাসিকৰ, বহিৰ্মুখী। সেইবুলি অন্তৰ্মুখিতাও নোহোৱা নহয়, কিয়নো সকলো সাৰ্থক ৰচনাই মিশ্ৰ ৰাগিনী মাথোন। মিশ্ৰণৰ মাত্ৰাভেদ অনুযায়ী কোনো কবি হয়,

কোনো হয় কথক। উভচৰৰ সংখ্যা তাকৰীয়া। শৰ্ম্মাদেৱ মূলতঃ কথাশিল্পী। কথকতা তেওঁৰ বৈশিষ্ট্য—তেওঁৰ বিভিন্ন ৰচনাৰ যোগসূত্ৰও এয়ে। বেজবৰুৱাই এৰি থৈ যোৱা সাহিত্যিক ঐতিহ্যৰ অনুসৰণৰ ফলত তেওঁৰ নতুন পৰীক্ষা-প্ৰয়াস স্তব্ধ হৈ গ'ল, সেইগুণে বিশ্ব-বীক্ষাৰ আদৰ্শ তেওঁৰ ৰচনাত বিচাৰি নিৰাশ হ'লে আঁচৰিত হ'বলগীয়া একো নাই। জ্ঞানত অসমীয়া, মাতত অসমীয়া, মনে-প্ৰাণে অসমীয়াৰ কাণত লুপ্ত ঐশ্বৰ্য্যৰ স্তবগান শুনাই মৰহি পৰা মনটো ঠন ধৰাই তুলিবলৈ যত্ন কৰা শৰ্ম্মা ডাঙৰীয়াৰ অধিকাংশ ৰচনাই ৰসিক পাঠকে যে পাহৰিব নোৱাৰেই, আন কি গাৱঁৰ নিৰক্ষৰ ধনাই-মনায়েও কাণ পাতি শুনে। এই গুণ আধুনিক নহব পাৰে, বা ৰচনাসমূহক কোনোবাই অগভীৰ বুলি আখ্যা দিব পাৰে, তথাপি লেখক শৰ্ম্মাই সংস্কৃতিক দ্বিখণ্ডিত কৰিবলৈ প্ৰস্তুত নহয়। সম্ভৱতঃ এই ক্ষেত্ৰত টলষ্টয় তেওঁৰ আৰ্চি আৰু আৰ্ট সম্বন্ধে টলষ্টয়ৰ কথাই তেওঁৰ বাবে অলিখিত বিধি।

সাহিত্য ৰচনাত ৰত থাকিও আলাপ-দক্ষ, চিৰপ্ৰফুল্ল, আৰু ৰসিক শৰ্ম্মা ডাঙৰীয়াই নানা ৰাজহুৱা অনুষ্ঠানবো ঘুৰি ধৰি আছিছে। তেওঁৰ সামাজিকতা আছে, তেওঁ নীৰৱ নহয়, সৰৱ,—মানুহৰ লগত আলাপ-আলোচনা কৰি 'তেওঁ নজনা কথাৰ ভঁৰাল' পূৰ কৰে। এই ভৰাল পূৰণৰ বাবে তেওঁ শদিয়াৰ পৰা ধুবুৰীলৈ ভ্ৰমণ কৰে, সংগ্ৰহ কৰি আনে বুৰঞ্জীৰ মণি-মুকুতা,—তাক লিৰিকি-বিদাৰি ভালকৈ ফঁহিয়াই চাই তেওঁ থল-পৰ্ব্বতীৰ সম্বন্ধ নিৰ্ণয় কৰে, বিদৰ্ভ বা পোৱা-মক্কাৰ নতুন ব্যাখ্যা দিয়ে, আৰু সভাপতিৰ মঞ্চৰ পৰা উত্তৰ-সাধকক ৰিঙিয়াই কয়; অতীত-ভৱিষ্যতৰ অঙ্গাঙ্গী সম্বন্ধ নিৰ্ণয় কৰাটোৱেই বুৰঞ্জীবিদৰ কেৱলীয়া কৰ্ম্ম। অসাহিত্যিক সকলেও তেওঁৰ কথাৰ ৰস নোপোৱাকৈ নেথাকে। সাহিত্যসভাৰ পৰা মটক সম্মিলনীলৈকে সকলো বক্তৃতামঞ্চত তেওঁ কথা কয়;—এই কথা একতাৰ। চৌপাশে বিভেদৰ ধ্বনি, তাৰ মাজত অকলে সাহসেৰে তেওঁ আজিও অসমীয়া জাতিৰ ঐক্যৰ স্বপ্ন দেখে। কালৰ কুটিল গতিত অসমৰ জনজাতি

আৰু ভৈয়ামবাসীৰ জীৱনলৈ যি সামাজিক, আৰ্থিক আৰু সাংস্কৃতিক বিপৰ্য্যয় নামি আহিছে তাৰ বিজ্ঞানসম্মত বিশ্লেষণ আৰু প্ৰতিকাৰৰ বাবে হামবাও কাঢ়িবলৈ তেওঁৰ সময় নাই, তেওঁ মাত্ৰ জানে অসমৰ ঐক্য-সূত্ৰ বিচ্ছিন্ন হ'ব নোৱাৰে। এই পৰম বিশ্বাসৰ বাণী আজিৰ বধিৰ বিপৰ্য্যস্ত অসমীয়াই শুনিও যেন শুনা নাই; সেই অটল বিশ্বাসৰ ঠেক আজি ছিগি গৈছে। নাৱৰ গুৰিবঠা ধৰিলেও বেণুধৰ আজি অম্বিকাগিৰীৰ দৰেই নিঃসঙ্গ। শোষণ আৰু শাসনে যে সেই বিশ্বাসৰ স্বৰ্গ কাহানিবাই ধ্বংস কৰিছে, এই কথা শৰ্ম্মাই বুজিবলৈ যেন টান পায়!

বক্তৃতা-মঞ্চতো বেণুধৰ সাৰ্থক অভিনেতা। দুটা উদাহৰণ দিওঁ। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ অনুৰোধত এবাৰ কটন কলেজত তেওঁ 'ইউৰোপীয়ৰ দৃষ্টিত অসম শীৰ্ষক এটি বক্তৃতা ইংৰাজীতে দি সেইসময়ৰ ইউৰোপীয় অধ্যাপকসকলৰ প্ৰশংসাভাজন হৈছিল; শৰ্ম্মাৰ অন্তৰঙ্গ সুহৃদ কবি ভগৱতী প্ৰসাদ বৰুৱাৰ করুণ মৃত্যুত সোণাৰীত পতা শোক-সভাত বহুতো ইউৰোপীয়ৰ উপস্থিতিত বৰুৱাৰ জীৱনাদৰ্শৰ প্ৰসঙ্গত তেওঁ ইংৰাজীতে কৈছিল, "ৰুডিয়াৰ্ড কিপ্‌লিঙে প্ৰাচ্য-প্ৰতীচ্যৰ সম্পৰ্ক কোনোকালে সংঘটিত ন'হব বুলি কোৱা কথা সচা নহয়, প্ৰাচ্য-প্ৰতীচ্যৰ মিলনৰ স্বৰ্ণসেতু ৰচনা কৰাহে প্ৰতি ভাৰতীয়ৰ লক্ষ্য হোৱা উচিত। ভগৱতীপ্ৰসাদে এই কথা সদায় কৈছিল। এনে সময়োচিত কথা যি জন মানুহৰ মনত উদয় হৈছিল, তেওঁ বাস্তবিকতে এজন উদাৰ লোক।" কোৱা বাহুল্য, এই কথা শুনি উপস্থিত ইউৰোপীয়সকলে জাউৰিয়ে জাউৰিয়ে হাত-চাপৰি দি শৰ্ম্মাৰ শলাগ লৈছিল।

অন্তৰঙ্গ সুহৃদ ভগৱতীপ্ৰসাদৰ এই উদাত্ত আহ্বান শৰ্ম্মাই উপলব্ধি কৰা নাছিল বুলি মই ক'ব নোৱাৰোঁ, কিন্তু তেওঁৰ ৰচনাত এই উদাৰ নিমন্ত্ৰণৰ ছাঁয়াপাত কিয় নহল, সেইবিষয়ে ওপৰত আলোচনা কৰিছোঁ। সাহিত্যলৈ তেওঁ যিখিনি অৱদান দিলে, সি অবিস্মৰণীয় সঁচা, কিন্তু তাতোকৈ মহত্তৰ পৃথিৱীৰ দুৱাৰ উদ্‌ঘাটন কৰিব পৰা শক্তি এই গন্ধ-শিৰীজনাৰ নিশ্চয় আছিল। সম্ভৱতঃ সাহিত্য-চিন্তাৰ অনুকূল পৰিৱেশৰ

অভাৱত তেওঁৰ মন সন্ধানী হৈ উঠিল ; ইয়াৰ ফলস্বৰূপে আমি তেওঁৰ পৰা বহুত কিবাকিবি নেপালোঁ। শৰ্ম্মা নিজেও আজি সেই সম্পৰ্কে সচেতন। সৃষ্টিৰ বেদনা তেওঁৰ বৈ গ'ল—এই বেদনাই শিল্পীৰ বেদনা। তেওঁ শিল্পী,—অসমীয়া সাহিত্যৰ এজনা শ্ৰেষ্ঠ কথাশিল্পী হিচাপে তেওঁ আমাৰ সশ্ৰদ্ধ অভিনন্দনৰ যোগ্য।

---

# সাংবাদিক বেণুধৰ শৰ্ম্মা

শ্ৰীতিলক হাজৰিকা

সততে বুৰঞ্জীবিদ আৰু সাহিত্যিক বুলি সুখ্যাতি থকা বেণুধৰ শৰ্ম্মা যে এজন সাংবাদিকো সেই কথা সম্ভৱ বৰ্ত্তমান চামৰ বহুতো মানুহে নাজানে। অৱশ্যে বৃত্তিগত অৰ্থত বেণুধৰ শৰ্ম্মাৰ সাংবাদিকতাৰ কাল চুটি আৰু তেওঁৰ অন্যান্য দিশৰ ব্যক্তিত্বৰ তুলনাত সাংবাদিকতাৰ দিশটোও গৌণ। ১৯৩৫ চনৰ পৰা ডেৰ বছৰ 'দৈনিক বাতৰি'ৰ সহকাৰী সম্পাদক হিচাপে আৰু ১৯৩৭ চনৰ পৰা দুবছৰহে 'তৰুণ অসম' সাপ্তাহিক কাকতৰ সম্পাদক হিচাপে বেণুধৰ শৰ্ম্মা প্ৰত্যক্ষভাবে সংবাদ সেৱাৰ লগত জড়িত আছিল যদিও অন্যপ্ৰকাৰে তেওঁ সদায়ে সংবাদপত্ৰৰ সৈতে ঘনিষ্ঠ। আৰু প্ৰকৃততে যোৱা অৰ্দ্ধশতকৰ ভিতৰত অসমীয়া সমাজ-সচেতন লিখক-সাহিত্যিক এনেকা কোন আছিল যি সংবাদপত্ৰৰ লগত যোগাযোগ এৰাই থাকিব পাৰিছিল? বেণুধৰ শৰ্ম্মাই ১৯০৫ চনৰে পৰাই অসমৰ 'আসাম বন্তি', 'আসাম বিলাসিনী' 'অসমীয়া' আদি কাকতৰ আৰু কলিকতাৰ 'অমৃতবাজাৰ পত্ৰিকা', 'ষ্টেটছমেন' আৰু 'পায়নীয়াৰ' আদি কাকতত বাতৰিৰ কাৰণেই হওক বা আলোচনাৰ কাৰণেই হওক লিখি আছিল। বেণুধৰ শৰ্ম্মাই আজিও একেদৰেই সংবাদপত্ৰৰ কাৰণে লিখি আছে।

বেণুধৰ শৰ্ম্মাৰ সাংবাদিকতাৰ গুৰিকথা আছিল ভাষাৰ শুদ্ধতাৰ প্ৰতি নজৰ আজিকালি প্ৰচলিত ভাষাৰ নেতৃত্ব দিয়া দেখা যায় সাংবাদিকতাৰ ভাষাই। সেইবাবে সাংবাদিকতাৰ ভাষাও এটা মানবিশিষ্ট ভাষাৰ শাৰীলৈ উঠিছে। অৱশ্যে তাত্ত্বিক সকলৰ মতে সৰ্ব-সাধাৰণৰ সাধাৰণ যোগাযোগৰ ভাষাই হব পাৰে সাংবাদিকতাৰ প্ৰকৃত ভাষা। এই ভাষা হৈছে সকলোৱে বুজি পোৱা আৰু সকলো স্তৰৰ পৰা আহি লাহে লাহে নিজাকৈ তৈয়াৰী হোৱা এটা মিশ্ৰিত ভাষা। কিন্তু বেণুধৰ শৰ্ম্মাই এই সংবাদপত্ৰীয়া ভাষাটোকো এটা

জগাখিচুৰীৰ শাৰীত আপোনাআপুনি জন্ম হবলৈ এৰি দিয়া নাছিল। তেওঁৰ কথা হৈছে—এই ভাষাটোৰো নিশ্চয় এটা গভীৰ দায়িত্ব আছে। তেওঁ এই ক্ষেত্ৰত উদাৰ নহয়। কিন্তু আজিৰ তথাকথিত সাংবাদিক ভাষালৈ মন কৰিলে দেখা যাব যে আমাৰ সংবাদসমূহ মূলতঃ ইংৰাজীৰ মাধ্যমৰ পৰা অহা বাবে আৰু তাৰো তৰ্জমাবোৰ হুবহু কৰিবলৈ যাওঁতে আমাৰ অসমীয়া সাংবাদিকতাৰ ভাষাটোৱে এটা নতুন আৰু আচহুৱা ৰূপ ধাৰণ কৰিলে আৰু বিস্ময়ৰ কথা যে সেইটোৱেই বৰ্ত্তমান অসমীয়া চলিত ভাষাৰ আৰ্হি হৈ পৰিল। আমাৰ এই ভাষাটোলৈ মন কৰিলেই ধৰিব পৰা যাব যে আমি কথাবোৰ ইংৰাজীৰে ভাবোঁ আৰু অসমীয়া মাত-কথাৰে তাক মাথোন প্ৰকাশ কৰোঁ। ভাষাৰ এই বিকৃতিৰ বাবে আমিবোৰেই দায়ী। বেণুধৰ শৰ্ম্মাই ভাষাৰ বিশুদ্ধতা সম্পৰ্কে চিৰকাল খুঁজি আছিছে। সাংবাদিকতাৰ ভাষাটোকো তেওঁ অসমীয়া ভাষাৰ বৈশিষ্ট্য, নিজস্বতা আৰু থলুৱা গুণেৰে প্ৰকাশ কৰিছিল। তেওঁৰ সাংবাদিকতাৰ ভাষা আছিল তেনেই নিভাঁজ আৰু নিমজ অথচ নিবহ নিপানীকৈ থলুৱা।

সাংবাদিকতাৰ মৰ্ম্মকথা হৈছে সত্যনিষ্ঠতা। কোনো এটা নিৰ্দিষ্ট সত্যৰ বাবে দৃঢ়ভাবে যুজি থাকিব পৰাটো সাংবাদিক গুণ। চিৰকাল ভাষা সংস্কৃতিৰ সেৱক শৰ্ম্মাই সেইবাবে সাংবাদিকতাৰ জৰিয়তেও অসমীয়া ভাষা-সাহিত্যৰ এটা নিকা স্বৰূপ প্ৰতিষ্ঠাৰ বাবে অহৰহ যুঁজি থকাটোত একো বিচিত্ৰতা নাছিল। কবলৈ গলে অসমীয়া সাংবাদিকতাৰ আজিলৈকে সৰহছোৱা কাল অসমীয়া ভাষা-সাহিত্যৰ সেৱাতেই উছৰ্গীকৃত হৈছে। 'অৰুণোদই'ৰ পৰা 'অসমীয়া'লৈকে এই গোটেইছোৱা কালেই স্বৰূপত ভাষা-সাহিত্যৰ সেৱাৰেই কাল। গতিকে অসমীয়া সাংবাদিকতাৰ এই ঐতিহ্যৰ কালৰ পৰা বেণুধৰ শৰ্ম্মা ব্যতিক্ৰম নাছিল। কাৰণ ভাষা-সাহিত্যৰ এই ঐতিহাসিক যুগত বেণুধৰ শৰ্ম্মা নিজেও এমুঠি সৈনিকৰ এজন আছিল। তেওঁ আছিল জোনাকী যুগৰ সৃষ্টি।

পৰবৰ্ত্তী যুগত গোটেই দেশৰে সাংবাদিকতাৰ সোঁত কেৱল মাত্ৰ

এটা জাতীয় ধাৰোদ ধাবিত হৈছিল। সি আছিল স্বাধীনতাৰ লাভৰ আকাঙ্ক্ষা। স্বাধীনতা লাভৰ আগৰ আৰু স্বাধীনতাৰ পিচৰফালৰ অৰ্থাৎ এতিয়াৰ ভাৰতীয় সাংবাদিকতাৰ মাজত বহুতো পাৰ্থক্য আৰু বহুতো বৈচিত্ৰ্য আহি পৰিছে। আজিৰ সাংবাদিকতা মূলতঃ বহুমুখী, স্বাৰ্থকেন্দ্ৰিক, গোষ্ঠীভুক্ত আৰু দলভিত্তিক। তেতিয়াৰ সাংবাদিকতা আছিল মুকলি আৰু একদেশধৰ্মী। সেইকাৰণে লক্ষ্য কৰা যাব যে প্ৰায়বোৰ জাতীয় নেতাই আছিল কোনো নহয় কোনো কাকতৰ লগত জড়িত আৰু প্ৰায়বোৰ সাংবাদিকেই আছিল জাতীয় নেতা।

স্বাধীনতা সংগ্ৰামৰ এজন সৈনিক হিচাপেও বেণুধৰ শৰ্ম্মাৰ বৰগুনি আছে। কংগ্ৰেছৰ এজন কৰ্মী হিচাপে তেওঁ স্বাধীনতা আন্দোলনত যোগ দিছিল। সাহিত্যিক আৰু বুৰঞ্জীবিদ হোৱাৰ উপৰিও তেওঁ এজন দেশপ্ৰেমিক আৰু সমাজসেৱক। আৰু এয়েই আছিল তেওঁৰ সাংবাদিকতাৰ উৎস। স্বাধীনতাৰ আগৰছোৱা কালত সংবাদপত্ৰসমূহে কেৱল সমাজ-সংস্কাৰ আৰু স্বাধীনতাৰ আকাঙ্ক্ষাহে প্ৰকাশ কৰিছিল। বেণুধৰ শৰ্ম্মাৰ সাংবাদিকতাৰ লক্ষ্য আৰু উদ্দেশ্য সেইবাবে পোন হোৱাটো উচিত আছিল যদিও 'দৈনিক বাতৰি' আৰু 'তৰুণ অসম' এই দুয়োখন বাতৰি কাকত দেখ-দেখকৈ চৰকাৰৰ সমালোচক আৰু স্বদেশী আন্দোলনৰ মুখপত্ৰ স্বৰূপ নাছিল বাবে তেওঁ স্বাধীন ভাবেৰে একোকে ফুটাই লিখি প্ৰকাশ কৰিব নোৱাৰিছিল। 'দৈনিক বাতৰি' কাকত প্ৰতিষ্ঠা কৰি উলিয়াইছিল অসমৰ চহকী চাহ-খেতিয়ক বিখ্যাত ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই আৰু তাৰ ঘাই সম্পাদক আছিল শ্ৰীনীলমণি ফুকন। 'তৰুণ অসম' কাকত উলিয়াইছিল ডিব্ৰুগড়ৰ চাহ খেতিয়ক আৰু প্ৰসিদ্ধ কৰ্মী ৺নন্দেশ্বৰ চক্ৰবৰ্ত্তীয়ে। এই দুয়োখন কাকতেই আছিল চৰকাৰৰ সমৰ্থক। কাকত কেইখনৰ মূলনীতি আৰু উদ্দেশ্য আছিল বান্দৰৰ মুখৰ কল ডুকুৰাই লওৱা আৰু বাঘনীক উচটাই জোল খোৱা বিধৰ। অৰ্থাৎ চৰকাৰৰ লগত কোনো কথাতে সমালোচনালৈ নাহি অসমীয়াৰ হক ৰক্ষা কৰা আৰু জাতীয় জীৱন গঢ়ি তোলা। 'দৈনিক বাতৰি'য়ে অসমৰ

ইমূৰৰ পৰা সিমূৰলৈকে বঙলা ভাষাৰ প্ৰচলন আৰু বঙালী স্কুল স্থাপন কৰাৰ বিৰুদ্ধে এক প্ৰবল জনমত গঢ়াত সফল হৈছিল। তদুপৰি 'দৈনিক বাতৰি'য়ে শ্ৰীহট্ট বিচ্ছেদ কৰিবলৈ আৰু মৈমনসিঙীয়া সকলক লাইন প্ৰথাত ৰাখিবলৈ এক প্ৰবল আন্দোলন চলাইছিল। গতিকে এই দুয়োখন বাতৰি কাকতে যদি অসমীয়া ভাষা-সাহিত্য আৰু অসমৰ থলুৱা স্বাৰ্থ ৰক্ষাৰ হকে কিবা বৰঙনি আগবঢ়াব পাৰিছিল তেনেহলে তাৰ গৌৰৱ, সেই কাকতৰ লগত সক্ৰিয়ভাবে সংশ্লিষ্ট থকা বাবে, বেণুধৰ শৰ্ম্মাৰো নিশ্চয় প্ৰাপ্য।

তেওঁ মূলতে এজন ভাষা-সাহিত্য আৰু সংস্কৃতিৰ একনিষ্ঠ সেৱক হে; সেইবাবে সংবাদ সেৱাৰ দৰে বস্তুগত বৃত্তিত লাগি থাকোতেও তেওঁৰ সাহিত্যিক প্ৰকৃতিৰ স্বাভাবিক চিত্তগত ধৰ্মৰ পৰা আঁতৰিব পৰা নাছিল। তেওঁ সংবাদপত্ৰকো ভাষা-সাহিত্য আৰু সংস্কৃতিৰ কামত আগৰণুৱা কৰিছিল আৰু সকলোতে ভাষা-সাহিত্যৰ থলুৱা চৰিত্ৰক আত্মপ্ৰতিষ্ঠা কৰোৱাত উঠি পৰি লাগিছিল। তেওঁৰ এই সাংবাদিকতাৰ বিশেষত্বক লক্ষ্য কৰা যাব তেওঁৰ সম্পাদিত 'তৰুণ অসম' কাকতৰ প্ৰতিটো সংখ্যাৰ পাতে পাতে। সাংবাদিকতাৰ ভাষাৰ বাবে নতুন শব্দ সাজি উলিয়াবলৈ 'দৈনিক বাতৰি'ত বেণুধৰ শৰ্ম্মাই "শব্দশাল" পাতিছিল। অকল সাংবাদিকতাৰ অধুনা প্ৰচলিত কিছুমান সঞ্জা-শব্দৰ বাবেই নহয় অসমীয়া ভাষাটোৰো শব্দ-সম্ভাৰ বৃদ্ধি কৰাৰ বাবেও বেণুধৰ শৰ্ম্মাৰ এই "শব্দশাল"ৰ বৰঙনি যথেষ্ট।

তেওঁ যিটো সময়ত বাতৰিকাকতৰ সম্পাদনা কৰিছিল সেইটো সময় আছিল ইতিহাসৰো এক সন্ধিৰ সময়। দ্বিতীয় মহাযুদ্ধৰ আয়োজন তেতিয়া পূৰ্ণমাত্ৰাই পৃথিবীৰ শিবিৰে শিবিৰে চলিছে। সকলোৰে চকু কেৱল নাজী জাৰ্মানীৰ ওপৰত আৰু সকলো ভাব-চিন্তা কেচিট শক্তিৰ যুদ্ধ বিজ্ঞানক লৈ। সেইকাৰণে স্বাভাবিকভাবেই সকলোবোৰ সংবাদপত্ৰৰ ভাষাত কিছুমান একেধৰণৰ শব্দ আৰু বাক্যখণ্ড সোমাই পৰিছিল। এইবিলাক যুদ্ধকে কেন্দ্ৰ কৰি ব্যৱহৃত হোৱা শব্দ আৰু বাক্যখণ্ড। অসমীয়া

সংবাদপত্রৰ ভাষাতো সেইবোৰ ব্যৱহাৰ নোহোৱাকৈ থকা নাছিল। কিন্তু অসমীয়া বুৰঞ্জীৰ ভাষাত হাড়ে হাড়ে প্ৰবেশ কৰা বেণুধৰ শৰ্ম্মাক সেইবোৰ শব্দই নো কেনেকৈ ছুব পাৰে ? সেইবাবে জাৰ্মানীয়ে ইউৰোপ আক্ৰমণৰ বাবে তলে তলে কাৰবাৰ কৰা দেখি বেণুধৰ শৰ্ম্মাৰ কাকতে ডাঙৰ ডাঙৰ আখৰেৰে এই শিৰোনামা দিলে—'হিটলাৰে লেটা কুন্দাইছে'। একেবাৰে টুংখুঙীয়া বুৰঞ্জীৰ ভাষা! কিন্তু হাড়ে-হিমজুৰে অসমীয়া আৰু অৰ্থ ব্যাপক। আজিৰ সাংবাদিকতাৰ ভাষাৰে ইমান চমুতে অথচ সোৱাদ লগাকৈ এনে শিৰোণামা দিয়া টান। সেই সময়ত যুদ্ধৰ বাতৰিত দিনৌ প্ৰকাশ পোৱা 'ছাবমেৰিন্' খণৰ নাম তেওঁ দিছিল 'শিহু জাহাজ' আৰু টাইম ব'মটোৰ নাম দিছিল 'খেণ বোমা'। সংসদৰ দলবিলাকৰ একোজন 'হুইপ্' থাকে যি নিজ নিজ দলৰ মানুহৰ দলীয় অনুশাসনৰ প্ৰতি নজৰ দিয়ে। সকলো ভাষাৰ সংবাদপত্ৰই তাৰ উপযুক্ত প্ৰতিশব্দ নিবিচাৰি 'হুইপ'কে ৰাখিলে ; কিন্তু বেণুধৰ শৰ্ম্মাই তাৰ ঠাইত ব্যৱহাৰ কৰিলে 'সৌকাধৰা' বুলি। এনেকৈয়ে তেওঁ 'পানীফুকন' 'নাওশলীয়া ফুকন' আদি অসমীয়া যুদ্ধ-বুৰঞ্জীৰ চিৰ পৰিচিত শব্দবোৰ আধুনিক যুদ্ধৰ প্ৰতিশব্দ বিলাকৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিছিল। যুদ্ধৰ বাবে আখৰা কৰা বা সাজু হোৱা ইংৰাজী শব্দৰ প্ৰতিশব্দ হিচাপে তেওঁ 'ঠেম' বা 'সম্ভেম' বুলিহে ব্যৱহাৰ কৰিছিল। Correspondent বা সংবাদদাতাৰ সলনি তেওঁ ব্যৱহাৰ কৰিছিল বিশুদ্ধ অসমীয়া শব্দ 'বাতৰি যোগনীয়াৰ।' Round Table Conference যাক পিচত বহুতেই ঘূৰণীয়া মেজ-মেল বুলি কবলৈ লয়, বেণুধৰ শৰ্ম্মাই তাৰ থলুৱা প্ৰতিশব্দ উলিয়াইছিল 'চাকলি পীৰাৰ মেল' বুলি। Political depresion-অক তেওঁ তৰ্জমা কৰিছিল 'ৰাজনীতিত বাইজাই' বুলি। মহাত্মাৰ ঐতিহাসিক উপবাসৰ সময়ত প্ৰায়বোৰ ভাষাতে 'অনশন' শব্দটো ব্যৱহাৰ হৈছিল আৰু অসমীয়াতো প্ৰচলিত হৈ পৰে। কিন্তু বেণুধৰ শৰ্ম্মাই তাক একোপধ্যেই গ্ৰহণ নকৰি লঘোন-উপবাস-সঁজোত বুলিহে ব্যৱহাৰ কৰিবলৈ যুক্তি দৰ্শালে। তেওঁ বাতৰিৰ শিৰোনামা দিছিল এইদৰে : 'এইবেলি লণ্ডন

লণ্ড-ভণ্ড'; 'এইবেলি শেনৰ এজাত'; 'এইবেলি বানে হে বান'; 'দেশ ভাগিলেও যুদ্ধ নেভাগে'; 'বিলাতৰ মলয়াত জাৰ্ম্মাণী বিমান বনাই ফুৰিছে'; 'আপদ-বিপদ ওন্দোলাই আহিছে'; 'হিৰণ্যকশিপু হিটলাৰৰ দ্বাদশাদিত্য'। আৰু শিৰোণামা দিয়া হৈছিল—"চাত্ৰুৱাৰ অনুগ্ৰহত মৈমনচিঙৰ পৰা মৈৰাবাৰীলৈকে এক লাইন"। বাতৰি-কাকত জনপ্ৰিয় কৰিবলৈ আগেয়ে cross word প্ৰতিযোগিতাৰ খেল প্ৰায়ে দিয়া হৈছিল। বেণুধৰ শৰ্ম্মাই 'তৰুণ অসম' কাকতত এই প্ৰতিযোগিতাৰ অসমীয়া নামকৰণ "হাঁচটি খেল" কৰি প্ৰচলন কৰিছিল। এই হাঁচটি খেল'ৰ বাবেও 'তৰুণ অসম' কাকত সৰবৰহী হৈ পৰিছিল। এইদৰেই তেওঁ তেওঁৰ "শব্দশাল"ত এটাৰ পিচত এটাকৈ নতুন নতুন শব্দ বা বাক্যখণ্ড সাজি অথবা পুৰণি থলুৱা বুৰঞ্জীৰ পৰা খুচৰি উলিয়াই সাংবাদিকতাৰ তথাকথিত বস্তুধৰ্মী ভাষাকো জাতে-পাতে থলুৱা ভাষাৰ শাৰীলৈ তুলিছিল।

প্ৰত্যক্ষ বিৱৰণী সংযুক্ত এবিধ সাংবাদিক ৰচনা আছে যিটো খুব সৰহকৈ আমাৰ ভাষাত দেখা পোৱা নাযায়। এনে সাৰ্থক সাংবাদিক ৰচনাসমূহে সংবাদ আৰু সাহিত্য দুয়োটাৰে সৰস আনন্দ ৰসগ্ৰাহী পাঠকক দিব পাৰে। মই ভাবো, বেণুধৰ শৰ্ম্মাৰ 'কংগ্ৰেছৰ কাঁচিয়লী ৰ'দত' নামৰ সুবিখ্যাত পুথিখন অসমীয়া ভাষাৰ এই শাৰীৰ সৰ্বশ্ৰেষ্ঠ পুথি। এই পুথিত স্বাধীনতা সংগ্ৰামৰ কালত উজনি অসমৰ ভিতৰুৱাল অঞ্চলসমূহৰ কিছুমান দুখৰীয়া অথচ জ্বলন্ত ছবি আছে। এই পুথিখনে অসমীয়া শ্ৰেষ্ঠ পুথিৰ ৰাষ্ট্ৰীয় পুৰস্কাৰো লাভ কৰিছে।

বেণুধৰ শৰ্ম্মাৰ হাতত সাংবাদিকতা নাথাকিলেও ধাতুত সাংবাদিকতাৰ তেজ আছে। সেই কাৰণে তেওঁ তলচকুৱাৰ দৰে সংবাদসেবীৰ প্ৰবৃত্তিৰে সৰু-সুৰা বস্তুবোৰকো খুচৰি চাবলৈ ভাল পায়। এনেদৰেই তেওঁ ভাষা-সাহিত্য আৰু বুৰঞ্জীৰ পুৰণি জঞ্জালৰ পৰা বহুতো সংবাদ উদ্ধাৰ কৰিছে। এইবোৰ সংবাদকে আমি তেওঁৰ পৰা "চৌকোৰা বাহৰ কুটা"ৰ নিচিনা আমোদজনক শিতানত প্ৰায়ে পঢ়িবলৈ পাওঁ।

# বেণুধৰ শৰ্মাক মই কিয় ভাল পাওঁ

শ্ৰীহোমেন বৰগোহাঞি

মই তেতিয়া কটন কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। এদিন বেলি পৰিবৰ সময়ত হোষ্টেলৰ বাৰান্দাতে আমি কেইজনমান বন্ধুৱে নানা তৰহৰ কথা পাতি বহি আছোঁ। এনেতে বাৰান্দাত শকত লাঠি এডালৰ ঠুক্ ঠুক্ শব্দ কৰি চুৰিয়াৰ থোৰটো বাওঁহাতত ওলোমাই লৈ এজন আদহীয়া মানুহক আমাৰ ফালে অহা দেখি আমি আটাই-কেউজনে কথা-বাৰ্ত্তা বন্ধ কৰি তেওঁৰ ফালে চাবলৈ ধৰিলোঁ। হোষ্টেলৰ কোনো ল'ৰাৰ আত্মীয়কুটুম্ব বা স্থানীয় অভিভাবকে সেইবোৰ ল'ৰাৰ বা-বাতৰি লবলৈ মাজে মাজে হোষ্টেললৈ আহে। আগন্তুক ভদ্ৰলোকো তেনেকুৱাই কোনোবা এজন হব বুলি আমি ধৰি ললো। এনেতে মানুহজন আমাৰ ওচৰ পালেহি আৰু কোনোবা এজন ল'ৰাৰ নাম কৈ তেওঁ কোনটো কোঠালীত থাকে আমাক সুধিলে। সেই ল'ৰাজন আমাৰ হোষ্টেলত নেথাকে বুলি কোৱাত মানুহজনে যাবলৈ বুলি পাক ললে। আচলতে এখোজ কি দুখোজ তেওঁ গলেই। কিন্তু হঠাৎ কি এটা ভাবি তেওঁ পুনৰ আমাৰ ওচৰলৈ ঘূৰি আহিল আৰু মোৰ মুখৰ ফালে চাই সুধিলে—'তোমাৰ ঘৰ ক'ত ?

'ঢকুৱাখানাত'—মই উত্তৰ দিলো।

'ঢকুৱাখানাত ?'—চকুৰ পচাৰতে লাঠিডাল শূন্যতে এপাক ঘূৰাই মানুহ জনে এনে ভাবে প্ৰায় গৰ্জি উঠিল সে মই চক্ খাই উঠিলো। চক্ খালো দুটা কাৰণত। মানুহজনৰ অহেতুক খং দেখি, লগতে লাঠিডালে মোৰ মূৰত খুন্দা মাৰে বুলিও। ঢকুৱাখানাত জন্ম লাভ কৰি মই কি এনে মহা অপৰাধ কৰিলো সেই কথা ভাবিও মই অতিশয় বিবুধি হ'লো। কিন্তু মোৰ ভাব-ভংগীৰ প্ৰতি জ্ৰক্ষেপ

নকৰি মানুহজনে এইবাৰ লাঠিডাল সঁচাসঁচিকৈয়ে মোৰ মুখৰ ফালে টোঁৱাই ককৰ্থনা কৰাৰ ভংগীৰে কবলৈ ধৰিলে—'ঢকুৱাখানাত? ঢকুৱাখানাত? নিজৰ ওপজা ঠাইখনৰ নামটো শুদ্ধকৈ কবলৈ শিকা নাই, ইফালে কাইলৈ-পৰহিলৈ গ্ৰেজুৱেটটি, হৈ ওলাবাই। বোলো হেৰা মইনা, তোমাৰ ঠাইখন কিবা ডাক্তৰখানা, চিড়িয়াখানা, মুচাফিৰ-খানা নেকি যে টপক্কৈ কৈ পেলালা ঢকুৱাখানা বুলি? খানা নহয় বুজিছা, খনা, খনা—যিটো বুৰঞ্জী-প্ৰসিদ্ধ জ্ঞানৰ নামেৰে তোমাৰ ঠাই খনৰো নাম হৈছে, সেই জ্ঞানটোৰ মাটি খান্দি ঢকুৱাৰে পেলাইছিল দেখি মানুহে তাক ঢকুৱাখনা জান বুলি কয়। নিজৰ মাতৃ-ভাষাটো শুদ্ধকৈ কবলৈ শিকিব লাগে, বুইছা; লগতে নিজৰ গাওঁখনৰ, জিলাখনৰ, দেশখনৰ অতীত বুৰঞ্জীৰ লগতো প্ৰতিজন শিক্ষিত মানুহৰ পৰিচয় থাকিব লাগে।'

কথাকেইটা কৈয়েই মানুহজনে পুনৰ বাৰান্দাত লাঠিৰ ঠুক্ ঠুক্ শব্দ কৰি অহা বাটেদিয়েই গুচি গ'ল। আমি আটাইকেউটাই কিছু সময় হতভম্ব হৈ তেওঁৰ যোৱাৰ ফালে চাই থাকিলো। প্ৰত্যেকৰে মনে মনে একেটাই অনুচ্চাৰিত প্ৰশ্ন: কোন নো এই আচৰিত মানুহজন?

অলপ পাচতেই অৱশ্যে মানুহজনৰ পৰিচয় পালোঁ। বাটে-ঘাটে মানুহক মাতৃ-ভাষাৰ শুদ্ধ উচ্চাৰণ আৰু শুদ্ধ আখৰ-জোটনি শিকাই ফুৰা আৰু স্বদেশৰ অতীত গাঠা গাই ফুৰা মানুহ নো অসমত কেইজন আছে যে তাৰে বিশেষ কোনোবা এজনক চিনি পাবলৈ কিছু সময় লাগিব? সঁচা কথা কবলৈ গলে বৰ্ত্তমান অসমত তেনে মানুহ মাত্ৰ এজনেই আছে, আৰু সেইজনেই হ'ল একাধাৰে বুৰঞ্জীবিদ্, চৰিত-কাৰ, প্ৰাবন্ধিক আৰু অননুকৰণীয় গদ্য-শিল্পী বেণুধৰ শৰ্ম্মা।

ওপৰত বেণুধৰ শৰ্ম্মাৰ লগত হোৱা মোৰ প্ৰথম বাৰৰ দেখা-দেখিৰ কথা কলোঁ। অৱশ্যে সেইবাৰ তেওঁ মোক নাৱে-গাৱেঁ চিনি পোৱা নাছিল, অচিনাকি ভাগতেই কথা-বাৰ্ত্তা শেষ হৈছিল। তেওঁক তৃতীয়

আৰু শেষ বাৰ যেতিয়া লগ পাইছিলো, তাৰ আগেয়েই অল্পগ্গে আমাৰ ব্যক্তিগত ঘনিষ্ঠ পৰিচয় স্থাপিত হৈছিল। এই তৃতীয় বাৰৰ দেখা-দেখিৰ কথাও মোৰ কবলৈ মন গৈছে, কাৰণ এইবাৰৰ সাক্ষাততো ফুটি উঠিছিল বেণুধৰ শৰ্ম্মাৰ অদ্বিতীয় ব্যক্তিত্বৰ আন এটা উজ্জ্বল বৈশিষ্ট্য। তেওঁৰ বিষয়ে লিখা এহালিছা প্ৰবন্ধতকৈ এনে সৰু সৰু ঘটনাৰ বৰ্ণনাই অসমৰ সৰ্বশ্ৰেষ্ঠ জীৱিত বুৰঞ্জীবিদ্ বেণুধৰ শৰ্ম্মা মানুহ জনক পাঠকৰ মনশ্চক্ষুৰ আগত বেচি জীৱন্ত ভাবে ফুটাই তুলিব পাৰিব বুলি মোৰ বিশ্বাস।

১৯৬১ চনত গোৱালপাৰাত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন বহাৰ সময়ত মই গোৱালপাৰাত আছিলো। মই যিটো ঘৰ ভাড়া কৰি আছিলো, তাৰে এটা অংশত মোৰ বয়োজ্যেষ্ঠ বন্ধু এজনো কিছুদিন অকলশৰে আছিল। সাহিত্য সভাৰ অধিবেশন শেষ হোৱাৰ পাচত ঘৰলৈ ঘূৰি যোৱাৰ আগেয়ে বেণুধৰ শৰ্ম্মা মোৰ সেই বন্ধুজনৰ ঘৰত এৰাতিৰ কাৰণে আলহী হ'ল। মই লাজসংকোচৰ কাৰণেই হওক বা কিবা হীনমন্যতাৰ মনোভাবৰ কাৰণেই হওক সাধাৰণতে মানুহৰ পৰা আঁতৰি ফুৰোঁ, সহজে নিজে উপযাচি কাৰো কাষ নেচাপো। মোৰ ঘৰৰ এখন বেৰৰ সিফালেই বেণুধৰ শৰ্ম্মা আলহী থকা বুলি জানিও মই লাজতে তেখেতৰ ওচৰলৈ যোৱা নাছিলো, কিন্তু গৃহস্থৰ মুখত ময়ো সেই একে ঘৰতে থকা বুলি জানি তেখেতে মোক নিজেই মতাই নিয়ালে। তেতিয়া আমাৰ সকলোৰে ৰাতিৰ আহাৰ শেষ হৈছে। গতিকে যি কোনো মুহূৰ্ত্ততে ভাতৰ পাতত বহিবলৈ তাগাদা অহাৰ ভয় নথকাৰ কাৰণে আমি নিশ্চিন্ত মনে ধীৰে-সুস্থিৰে ইটো-সিটো কথা পাতিবলৈ আৰম্ভ কৰিলো। অতি স্বাভাৱিক আৰু প্ৰত্যাশিত ভাবেই অলপ পাছতে আমাৰ আলোচনাই বুৰঞ্জীৰ ফালে চাল খালে। য'ত বেণুধৰ শৰ্ম্মা বিদ্যমান, তাত যে বুৰঞ্জী ওলাবই—সেই কথাত আৰু আচৰিত কি? কিবা এটা কথাৰ খেও ধৰি বেণুধৰ শৰ্ম্মাই আমাক অসম-বুৰঞ্জীৰ সৰ্বসাধাৰণে নজনা এটা

ঘটনাৰ কথা কবলৈ আৰম্ভ কৰিলে। তেখেতে বুৰঞ্জী কবলৈ আৰম্ভ কৰিছিল প্ৰায় চাৰে ন বজাত; আমি যেতিয়া সভা ভংগ কৰি গুবলৈ যাবলৈ বুলি ঠিয় হলো, তেতিয়া সময় হৈছে ৰাতি পূৰা চাৰে বাৰটা। এই তিনি ঘণ্টা সময় মই ক'ত আছিলো ভালকৈ কব নোৱাৰো। কিন্তু এটা কথা মই নিশ্চিত ভাবে কব পাৰো যে ১৯৬১ চনৰ গোৱালপাৰা চহৰত হ'লে মই সমূলি নাছিলো। বেণুধৰ শৰ্ম্মাই তেওঁৰ অনুপম কথকতাৰ মন্ত্ৰ-বলেৰে মোক লৈ গৈছিল চাৰিশ বছৰৰ আগৰ অন্য এখন অসমলৈ, আৰু মই চকুৰ আগত স্পষ্ট দেখা পাইছিলো গায়নে-বায়নে স্বৰ্গদেৱসকলৰ শোভা-যাত্ৰা, পাহোৱাল চেহেৰাৰ স্বাধীন অসমীয়া প্ৰজাৰ চাৰি শ বছৰৰ আগৰ জীৱন-যাত্ৰাৰ দৃশ্য, দূৰ দেশান্তৰগামী অশ্বাৰোহী কটকীৰ বতাহত উৰি থকা পাগুৰীৰ আগ—ইত্যাদি। তেওঁৰ পৰা বিদায় লৈ মই যেতিয়া পিৰালীলৈ ওলাই আহিলো—I came away bewildered, and hardly able to find my way among ordinary affairs.

ঠিক সেইদিনাই মই অন্ততঃ মোৰ কাৰণে এই সিদ্ধান্ত কৰিলো যে বেণুধৰ শৰ্ম্মা অসমৰ সৰ্বশ্ৰেষ্ঠ বুৰঞ্জীবিদ। আজিও মই এই সিদ্ধান্ত পৰিবৰ্ত্তন কৰা নাই, বা নিকট-ভৱিষ্যতত কৰিব লগা হোৱাৰ কোনো সম্ভাৱনা দেখা নাই। এনে দুই চাৰিজন মানুহ অসমত হয়তো আছে বা থাকিব পাৰে যি সকলে বেণুধৰ শৰ্ম্মাতকৈ বুৰঞ্জীৰ তথ্য বা তত্ব বেচি জানে; কিন্তু মোৰ ব্যক্তিগত ধাৰণা এয়েই যে এনে মানুহ বৰ্ত্তমান অসমত কোনোৱেই নাই যিজনে বেণুধৰ শৰ্ম্মাতকৈ বেচি জীৱন্ত ভাবে বুৰঞ্জীক অনুভব কৰিব পাৰে। সৰ্ব্বসাধাৰণ পাঠকৰ কাৰণে বুৰঞ্জী কেনেকৈ লিখা উচিত এই বিষয়টো আলোচনা কৰি বাৰ্ট্ৰাণ্ড ৰাছেলে এঠাইত লিখিছে: "প্ৰথম আৰু প্ৰধান কথা এয়েই যে ই নিশ্চয় হব লাগিব আকৰ্ষণীয় ( interesting )। ই যে কেৱল কোনো এক বিশেষ কাৰণত ঐতিহাসিক তথ্য জানিব খোজা মানুহৰ কাৰণেই আকৰ্ষণীয় হব লাগিব এনে নহয়, যিবিলাক মানুহে কবিতা বা উপন্যাস

পঢ়াৰ দৰেই বুৰঞ্জীও পঢ়িব খোজে তেওঁলোকৰ কাৰণেও ই আকৰ্ষণীয় হব লাগিব। ইয়াৰ কাৰণে প্ৰথম আৰু প্ৰধান যিটো কথা দৰকাৰ— সেইটো হ'ল এই যে ঐতিহাসিকে যিবোৰ ঘটনা বৰ্ণনা কৰে বা যিবোৰ চৰিত্ৰ অংকন্ কৰে সেইবোৰৰ বিষয়ে তেওঁৰ অনুভূতি থাকিব লাগিব। ঐতিহাসিকে অৱশ্যে তথ্যক বিকৃত কৰা উচিত নহয়, কিন্তু সেইবুলি তেওঁ যে তেওঁৰ বুৰঞ্জীৰ পৃষ্ঠাবোৰ উদ্বেলিত কৰি তোলা সংঘাত আৰু সংঘৰ্ষৰ ক্ষেত্ৰত কাৰো পক্ষ লব নোৱাৰিব তাৰ কোনো মানে নাই। ...... কিছুদিনৰ আগেয়ে মই Cambridge Ancient History ত জেন'বিয়াৰ বিষয়ে পঢ়িছিলো, আৰু মই কবলৈ পাই দুখ পাইছো যে মহিলা গৰাকীক তাত মোৰ বিন্দুমাত্ৰ আকৰ্ষণীয় যেন নেলাগিল। মোৰ অস্পষ্টভাবে মনত পৰিল যে গিবনে ক'ৰবাত এওঁৰ বিষয়ে বেছি আকৰ্ষণীয়ভাবে লিখিছে ; কথাষাৰ মনত পৰাৰ লগে লগেই মই গিবনৰ কিতাপখন উলিয়াই ললো, আৰু লগে লগেই সেই ব্যক্তিত্ব-সম্পন্না মহিলা গৰাকী হৈ পৰিল জীৱন্ত। সেই মহিলা গৰাকীৰ প্ৰতি গিবনৰ অনুভূতি আছিল, আৰু ৰাজ-সভাত তেওঁক কেনেকুৱা দেখাব সেই কথা গিবনে কল্পনা কৰিব পাৰিছিল। গিবনে বুৰঞ্জী লিখিছিল প্ৰাণোচ্ছাস-পূৰ্ণ কল্পনাৰে সৈতে, কেৱলমাত্ৰ ঘটনাৰ বিবৰণ লিপিবদ্ধ কৰাৰ নিকত্তাপ ইচ্ছাৰে সৈতে নহয়।" বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মাৰ গুণাৱলী প্ৰশংসা কৰি যিখিনি কথা কব পাৰি, প্ৰায় সেই আটাইখিনি কথা ওপৰৰ দীঘলীয়া উদ্ধৃতিটোৱে সামৰি লৈছে। ১৯৬১ চনৰ সেই স্মৰণীয় ৰাতিটোত বেণুধৰ শৰ্ম্মাৰ মুখত অসম-বুৰঞ্জীৰ অনুপম কথকতা শুনিয়েই যে মোৰ এনে ধাৰণা হৈছে এনে নহয়—তেওঁৰ লিখিত যিকোনো বুৰঞ্জী-মূলক প্ৰবন্ধ বা ৰচনা বা জীৱনী-গ্ৰন্থ পঢ়িলেই এই ধাৰণা নোহোৱাকৈ নেথাকে যে বেণুধৰ শৰ্ম্মাৰ কাৰণে বুৰঞ্জী মানে কিছুমান শুকান তথ্যৰ সমষ্টি বা মৃত ব্যক্তিৰ যাদুঘৰ নহয়, বুৰঞ্জী হ'ল জীৱন্ত নৰ-নাৰীৰ জীৱন্ত নাট্য-লীলা। অতীতৰ বুৰঞ্জীক বৰ্ত্তমানকালৰ মানুহৰ কাৰণে জীৱন্ত কৰি তোলাৰ যাদু-বিদ্যা যেয়ে সেয়ে আয়ত্ত কৰিব নোৱাৰে ; তাৰ

কাৰণে স্বকীয়া প্ৰতিভা আৰু সাধনাৰ দৰকাৰ। আধুনিক কালত অসমত বুৰঞ্জী-ৰচনাক সাহিত্য-সৃষ্টিৰ পৰ্য্যায়লৈ তোলাৰ কাৰণে সৰ্বাধিক কৃতিত্ব যিজন লোকৰ প্ৰাপ্য, তেওঁ হ'ল বেণুধৰ শৰ্ম্মা। মোৰ কেৱল আক্ষেপ হয় এই বুলিহে যে এনে হেন প্ৰতিভাৰে তেওঁ অসম দেশৰ এখন সম্পূৰ্ণ বুৰঞ্জী ৰচনাত হাত নিদিলে। অৱশ্যে এতিয়াও সময় নোহোৱা নহয়, পৃথিবীৰ বহুতো অবিনাশী সাহিত্য-কীৰ্ত্তিৰ ৰচনা আৰম্ভ হৈছিল লিখকৰ ৭৫।৮০ বছৰ পাৰ হৈ যোৱাৰ পাছতহে। আমি স্বফলোৱে আশা কৰিছো বেণুধৰ শৰ্ম্মাই এতিয়াও অসমৰ এখন সম্পূৰ্ণ বুৰঞ্জী ৰচনা কৰাত হাত দিব, আৰু সেই মহৎ কাৰ্য্য সম্পূৰ্ণ কৰি তুলিবলৈ তেওঁক ঈশ্বৰে দীৰ্ঘ জীৱন দান কৰিব। Ancient Cambridge History-ৰ দৰে নিখুত আৰু তথ্যপূৰ্ণ বুৰঞ্জী লিখিব পৰা মানুহ হয়তো অসমতো দুই-চাৰিজন ওলাব, কিন্তু The Decline and fall of the Roman Empire-ৰ সমকক্ষ নহলেও সমগোত্ৰীয় অসমৰ বুৰঞ্জী এখন লিখিব পৰা মানুহ সম্প্ৰতি এজনহে আছে—আৰু তেঁৱেই হ'ল বেণুধৰ শৰ্ম্মা।

বেণুধৰ শৰ্ম্মাক মই অতিশয় ভাল পাওঁ, কাৰণ তেওঁৰ অনুপম গদ্য-ৰচনাই মোৰ মনত জগাই তোলে এক করুণ নষ্টালজিয়া-বোধ,—এটা হেৰোৱা যুগ আৰু বিস্মৃতপ্ৰায় জীৱনধাৰাৰ প্ৰতি ৰোমাণ্টিক দীৰ্ঘশ্বাস। তেওঁৰ ৰচনাৰ evocative শক্তিৰ কোনো তুলনা নাই। মোৰ মতে, বেণুধৰ শৰ্ম্মাৰ গদ্য-শৈলীয়েই হ'ল নিভাজ অসমীয়া গদ্য-ৰীতিৰ সৰ্বশ্ৰেষ্ঠ নিদৰ্শন।

---

# বেণুধৰ শৰ্ম্মা

॥ এটা ইম্প্ৰেশ্যন ॥

শ্ৰীনিৰ্ম্মলপ্ৰভা বৰদলৈ

গুৱাহাটীৰ সুৰাগপুৰত ঘুটমুট আছে এটি উজনীৰ "সোণৰ সঁফুৰা"
নিভাঁজ সোণৰ। কথাৰ সুবাস যাৰ মাণিকী মধুৰী জহা, কেতেকী তগৰ ॥
চাৰিঙৰ মাটিমাহ—ঐ টেঙা, কাহুদী-খাৰলি আৰু পকা খৰিচাই,
নামদাঙৰ পাভমাছ, মালভোগ ধানৰ চিৰা, জকাইচুকৰ থমা দৈ, কোমল
চাউল পিঠাই
জিভাত দিলেহি জুতি, জাতে-পাতে অসমীয়া মাত আৰু ঠাঁচ
বুঢ়া বয়সতো যেন লাতুমণি মন লৈ, ন-কৈ গুলোৱা এটি
লহ্ পহ সেউজীয়া গাজ ॥
সূক্ষ্ম জীৱনৰ বাবে গভীৰ প্ৰেৰণা দিলে শৈশৱতে "বাল্যাশ্ৰমে" শিৱসাগৰৰ
ছাত্ৰ-সন্মিলনৰ প্ৰতিযোগিতাই দিলে—বৃত্তি লাভ কৰিবলে ফজলুৰ চাহাবৰ
—অনুসন্ধিৎসুমন ঐতিহাসিকৰ ॥
হুটন্, কানিংহাম, ইম্পিৰীয়েল লাইব্ৰেৰী, চেপ্‌মেন, লেম্বাৰ্টৰ সঘন উৎসাহ
হাবিভঙা নতুন পামত যেন স্তৰে স্তৰে ঢলনি পলস হল
সেই "বাহ্, বাহ্" ॥
সাংবাদিক, ব্যৱসায়ী, কংগ্ৰেছী, কাৰাবাসী, হাতী মহলীয়া,
"জীৱন আৰু জীৱিকাৰ বাবে ধৰিবলগীয়া হয় সঁচাই-মিছাই
আমি কত অৱতাৰ ॥"
নিজৰি কাপে হে তেওঁৰ দিলে নিজৰাই জীৱনৰ অকৃত্ৰিম স্ফূৰ্ত্তি
জীৱন দৰ্শন যাৰ "কথাই কামে একে," ঐতিহ্য ৰখাটি ॥
বুদ্ধিৰ তীক্ষ্ণতা আছে চকুৰ মণিত, আছে নিজা বিশ্লেষণ ৰীতি
শুদ্ধ স্বদেশ-প্ৰীতি, বুৰঞ্জীৰ আভিজাত্য লৈ ক্লান্তিহীন তেওঁ এক গতি ॥

সত্র-সভা, নামঘৰ, গাওঁ-ভুঁইৰ ধোঁৱা-চাং, সাঁচিপাত চালি-জাৰি
বিচাৰি বিচাৰি
বাটকুৰি বাই গৈ যতমানে চায় তেওঁ ততমানে হিয়াপৰে জুৰ ।
ঘৰত সোমাই যদি থাকিবলৈ দিয়া, সজাৰ চৰাইৰ দৰে
বিমৰিষ মন লৈ, খঙে-দুখে হয় তলমূৰ ॥
হাতৰ গুৰনী মাথো নগাৰ লাখুটি তেওঁৰ, নেলাগে খোপনি
নিজাকৈ শব্দ সাজি সাজি, উলাহতে দিয়ে খোজ, গচকি আমনি ॥
"দূৰবীণ" দৃষ্টিত তেওঁৰ মুক্তা হয় বাটৰ কাষৰ ধূলি, প্ৰাচীন মামৰ
কটিয়াই লৈ অহা "টোকোৰা বাহৰ কুটাই"
সোণৰ ৰেখাৰ দৰে সাঁচি থয় একোটি সাঁথৰ ॥
কুশলী হাতেৰে তেওঁ ধৰি থলে "কংগ্ৰেছৰ কাচিয়লী ৰ'দৰ" ৰদালি
নিৰহ-নিপানী অসমীয়া মিঠা ভাষা বিজতৰীয়া হলে
ৰসাল পুৰুষে দিয়ে ঠিক মজাপালি ॥
অতবোৰ লিখিলে কিতাপ, শই শই কৰিলে মিটিং, সভাপতি
হল তেওঁ "অসম সাহিত্য সভা"ৰো, তথাপি নহয় বুঢ়া, বয়সে
মানিছে হাৰ, নহয় জঠৰ,
মলাধপাতৰ মাদকতা ভৰা বাগী, পুৰণি পুথিৰ গোন্ধ
খুহুটীয়া কথা তেওঁৰ চিৰ সহচৰ ॥
জৰাসন্ধৰ যুদ্ধ, দহখন মুখ লৈ মুখাপিন্ধা ৰাৱণৰ ভাৱনা দেখিলে
যাৰ গা পৰে শাঁত
পিৰালীত বহি লৈ, লোকৰ ঘৰৰ বিয়ানাম শুনি তেওঁৱে
গোপনে চকুলো সৰায় কিহৰ মায়াত ??

---

# দেউতাৰ ব্যক্তিত্বৰ এটা ৰূপ

শ্ৰীমণি ৰাভা

১৯৫৮ চনৰ মাৰ্চ্চ মাহ। ফাগুণৰ পচোৱা বতাহে গোটেই পৃথিবী বাউল কৰিছে। মদাৰ আৰু শিমলু গছৰ ডালে ডালে নতুন ফুল ৰচক-পচক হৈ পখীজাকক উত্ৰাৱল কৰি তুলিছে। চেঙেলীয়া মনবোৰ আলাসতে ওপঙি ফুৰিছে। নতুন আনন্দ আৰু জাতীয় প্ৰেমেৰে মন উৎফুল্ল কৰি আমাৰ "গোৱালপাৰা গাৰো পাহাৰ ৰাভা ছাত্ৰ সম্মিলনৰ ২য় বাৰ্ষিক অধিবেশন" পাতিবলৈ উঠি পৰি লাগিছোঁ। তালৈ আমাৰ মৰমৰ শ্ৰদ্ধেয় শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱক সভাপতি স্বৰূপে আহ্বান কৰা হৈছে। উলহমালহৰ মাজেদি আমি কামত ব্যস্ত হৈ আছোঁ। দুপৰীয়া ১১মান বজাত শুনিলো শৰ্ম্মাদেৱ হেনো আহি পাইছে। তেওঁক চোৱাৰ একান্ত আগ্ৰহ। গা-ধুই উঠিছোঁ মাথোন। সংবাদটো পাই লৰালৰিকৈ গাত কাপোৰ লৈ তেওঁক দেখা কৰিবলৈ গলোঁ। তেওঁ তেতিয়া আমাৰ কাৰ্য্যকৰী কমিটিৰ সভাপতি শ্ৰীঅমিয় হাটো, চেক্ৰেটাৰী শ্ৰীপ্ৰভাত ৰাভা আদি কৰি কেইজনমানৰ লগত কথা পাতি আছে। আমি কেইজনমানে গৈ তেওঁক নমস্কাৰ জনালোঁ। তেৰোঁ আমাক প্ৰতি নমস্কাৰ জনাই প্ৰত্যেকৰে পৰিচয় ললে।

আবেলি ২ বজাত আমাৰ মুকলি অধিবেশন আৰম্ভ হ'ল। তালৈ শৰ্ম্মাদেৱক যথা সম্মানেৰে সভাপতি স্বৰূপে আদৰি লৈ যোৱা হ'ল। সভাৰ নানা কাৰ্য্যসূচীৰ পিচত শৰ্ম্মাদেৱে সভাপতিৰ ভাষণ দিলে। তেওঁৰ ভাষণত প্ৰকাশ পাইছিল কৃষ্টি, সংস্কৃতি, ভাষা আৰু জাতীয় গৌৰৱ অক্ষুণ্ণ ৰখাৰ বিষয়ে। ৰাভা কৃষ্টি-সংস্কৃতি আৰু জাতি যে কিমান পুৰণা, ইয়াৰ ঐতিহ্য কিমান মহান সেই কথা তেওঁ আমাক সোঁৱৰাই দিছিল।



শ্ৰীসমৰসিং ৰাভা　　শ্ৰীবেণুধৰ শৰ্মা　　শ্ৰীমণি ৰাভা

পিছ দিনা পুৱা তেওঁক আগিয়ালৈ আগবঢ়াই থবলৈ আহিছিলোঁ। চাইকেলেৰে আমি কেইজনমানে আগবঢ়াই আনিলোঁ। সেইদিনা বীৰেনদা ( শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য ) আমাৰ সভালৈ অহাৰ কথা। তেওঁলৈ অপেক্ষা কৰাৰ উদ্দেশ্যেৰে শৰ্ম্মাদেৱক থবলৈ আহিলোঁ। শৰ্ম্মাদেৱে চাইকেলত উঠিব পাৰে নে নাই মোৰ সন্দেহ আছিল। পিছে দেখিলোঁ তেওঁ কোনো কামতে পিছ পৰা বিধৰ নহয়। আগিয়া মটৰ ষ্টেশনত তেওঁৰ লগত বহুত সময় বহিলোঁ, নানা ৰকমৰ কথা পাতিলোঁ; কথা প্ৰসঙ্গত তেওঁ কলে,—"বুজিছা মণি, তোমালোকৰ দৰে থাকোঁতে আমিও এইদৰে ছাত্ৰ সম্মিলন কৰিবলৈ ভাল পাইছিলোঁ। সংগঠন মূলক কামৰ প্ৰতি মোৰ সদায়ে ৰাপ আছে। সেই বাবেই স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশ গ্ৰহণ কৰি বহুতো যাতনা ভুগিছিলোঁ। অৱশ্যে তাৰ কাৰণে মোৰ মুঠেই দুখ নাই। দেশ মাতৃকাৰ সেৱাত নিজক যৎকিঞ্চিত বিলাই দিব পাৰি ভালেই লাগিছে। স্বাধীনতা সংগ্ৰামত ঘটা ঘটনাবোৰ এতিয়াও মোৰ অন্তৰত মালাৰ দৰে এলানি হৈ জিলিকি আছে।...... সামাজিক কাম কৰাটো এটা নিচা। এবাৰ এই নিচাই পালে এৰা বৰ কঠিন।......আমি প্ৰত্যেকেই অসমীয়া—এই কথা সদায় মনত ৰাখিব লাগে। অসমৰ সকলোবিলাক জাতি মিলিহে এটা মহান জাতিত পৰিণত হৈছে। অসমীয়া জাতি যেন এটা পিয়াজ। পিয়াজ এটাৰ যেনেকৈ তৰপে তৰপে মঙ্গহ গঠিত হয়, তেনেকৈয়ে আমিও বিভিন্ন জাতিৰ তৰপ লগ লাগি এটা জাতিত পৰিণত হৈছোঁ।"......

মই তেতিয়া ৯ম শ্ৰেণীৰ ছাত্ৰ। তেওঁৰ কথাবোৰৰ অৰ্থ ভালকৈ বুজিছিলোঁ। কিন্তু সকলোবোৰ কথাত বিশেষ মনোযোগ দিয়া নাছিলো। মটৰ ষ্টেশনত বহি থাকোঁতে বহুতো গাৱঁলীয়া লোকৰ লগত তেওঁৰ পৰিচয় ঘটিছিল। প্ৰত্যেকটো লোকৰ লগতে তেওঁ ধুনীয়াকৈ কথা পাতিছিল। আৰু পুৰণা কিবা কথা জানেনে কি সন্দেহ হৈছিল। ইয়াৰ পৰা বুজিছিলোঁ তেওঁ বৰ সৰবৰহী লোক। তেওঁৰ অন্তৰত inferiority complex নাই। আগিয়া ঠাইডোখৰৰ

নাম কিয় "আগিয়া" হল—সেই বিষয়ে আমাক বাৰে বাৰে সুধিছিল। আমি কৈছিলো, "এসময়ত কোনোবা এটা চাহাব হেনো গুৱাহাটীৰ পৰা গোৱালপাৰালৈ আহিছিল। ইয়াতে আহি তেওঁ এজন পশ্চিমা চাপ্রাচীক লগ পায়। তেওঁ তাক হেনো ঠাইডোখৰৰ নাম সুধিছিল, "what is the name of this place ? সেইজন মানুহে বোলে ইংৰাজী নাজানে। সি গাৱঁৰ পৰা ঘূৰি আহিছে মাথোন। তাকে কোৱা বুলি ভাবি কলে, "হ্যাঁ বাবু আগিয়া"—হয় আহিছোঁ। তাৰ পৰাই 'আগিয়া' হল।" কথাটো শুনি শৰ্ম্মাদেৱে খৌ-খৌকৈ হাঁহিলে। আমিও হাঁহিলো। তাৰ মানে "কালকাটা"ৰ পৰা "কলিকতা" হোৱাৰ দৰে কথা। How much কওঁতে "বৌ মাছ" কোৱাৰ দৰে হৈছে নহয় ? তেওঁ আমাক কৈ কৈ হাঁহিলে।

সেই বছৰৰে জুন মাহ। দক্ষিণ গোৱালপাৰা ছাত্র সম্মিলন। মিটিংখন গোৱালপাৰা টাউনৰ অসম ক্লাৱত পতা হৈছিল। তেতিয়া মই নিজেই সহকাৰী সম্পাদকৰ দায়িত্বত থকা বাবে বৰ বেচি সময় তেওঁৰ লগত ফুৰিব পৰা নাছিলোঁ। "গোৱালপাৰা জিলাৰ ভাষা বেচি ভাগেই বঙালী সুৰীয়া। ইয়াৰ কাৰণ হৈছে প্রথমৰ পৰাই এই জিলাত বঙালী প্রভাৱ। তথাপি অনেক ক্ষেত্রত অমিল আছে। এই অমিলৰ সুযোগ লৈয়ে তেওঁলোকে সীমা পুনৰ গঠন আয়োগৰ ওচৰত দাবি জনাইছে গোৱালপাৰা জিলা পশ্চিম বঙ্গৰ অন্তর্গত হব লাগে বুলি। তেওঁলোকে জুইক "আগুন", পানীক 'জল' বোলে। ভাষাৰ ক্ষেত্রত শব্দগত অমিল, আচাৰ ব্যৱহাৰত অমিল। আমি 'তামুল' খাওঁ তেওঁলোকে 'পাণ' খায়। অসমলৈ আহি একেজোপা গছতে তামোল-পাণ দেখি আচৰিত মানিছিল। পাণত শগুণে ত্যাগ কৰা মলবোৰ বগা বগাকৈ লাগি থকা দেখি তেওঁলোকে কৈছিল—

"একই গাছে গুৱা পাণ
একই গাছে চুণ
হাঁয় ৰে আসাম দেশেৰ কি গুণ।"

এনে ধৰণৰ জাতিৰ লগত আমাৰ মিল বিচৰাটো আকাশ কুসুমৰ বাহিৰে একো…নহয়।……গোৱালপাৰা জিলাখন অসমীয়াৰ কাৰণে পুৰণি গৌৰৱৰ লীলা ভূমি। ইয়াৰ গুৱাল সকলৰ গুণ গাৰমা এসময়ত সুদূৰ প্ৰসাৰী আছিল। গোৱালপাৰাৰ গুৱালৰ দৈ "চিলমাৰীৰ" চিৰা কি যে সোৱাদৰ বস্তু!

"চিলমাৰীৰৰ চিকণ চিৰা
গোৱালপাৰাৰ দই,
খাবাৰ সময় মনে হইল
আমাৰ প্ৰাণেৰ বন্ধু ক'ই ?"

তেওঁৰ ভাষাত ৰস আছে, জাতীয় প্ৰেৰণাৰ সুৰ আছে, দেশপ্ৰেমৰ প্ৰতিধ্বনি আছে। চেঙেলীয়া অন্তৰত এনেবোৰ ভাষা আৰু বক্তৃতাই নতুন জোৱাৰ নোতোলাকৈ নাথাকে।

অৱসৰ পৰত কাছাৰী ঘাটলৈ ফুৰিবলৈ যাওঁতে ওচৰতে থকা ৰাউচ চাহাবৰ কবৰখানাৰ বিষয়ে তেখেঁ আমাক কৈছিল। গোৱালাপাৰালৈ প্ৰথম নিমখৰ বেপাৰ কৰিবলৈ অহা ৰাউচ চাহাবৰ কবৰৰ সম্বন্ধে তেতিয়ালৈকে আমি নাজানিছিলোঁ। কাচাৰীঘাটত থকা শিলৰ ওপৰত থিয় হৈ তেওঁ "পাষাণ প্ৰতিমা"ৰ সুন্দৰা-চঞ্চলা, বাঘৰৰ পাহাৰ আৰু মানাহ নদী, বুৰঞ্জী বিখ্যাত হাদিৰাচকি আদিৰ বিষয়ে এলানি বক্তৃতা দিছিল। এই চটা শিলৰ ওপৰতে বহি শৈলধৰ ৰাজখোৱাদেৱে তেওঁৰ বিখ্যাত কৱিতা "পাষাণ প্ৰতিমা" ৰচনা কৰিছিল। অসমৰ শেষ স্বাধীনতাৰ বাবে চন্দ্ৰকান্ত সিংহই প্ৰাণ বিসৰ্জ্জন দিছিল সৌ হাদিৰাচকিতে। এইবোৰ আমাৰ অতীত গৌৰৱে যেন এতিয়াও আমাক হাত বাউল দি মাতিছে। তোমালোকে এইবোৰৰ প্ৰতি পিঠি দিয়া উচিত নহয়।"

১৯৬৩ চনত গোৱালপাৰাত বহা অসম সাহিত্য সভাৰ উনত্ৰিংশৎ অধিবেশনলৈ আছিছিল শৰ্ম্মাদেৱ। তেওঁ প্ৰতিনিধি শিবিৰত নাথাকি

পুৰণা বন্ধু ৺গিৰীন্দ্ৰ চন্দ্ৰ নাথৰ ঘৰত থাকিবলৈ লৈছিল। তেওঁৰ লগত সেই পৰিয়ালৰ কেনেকৈ চিনাকি বুলি সোধাত তেওঁ কৈছিল, "এইটি মোৰ বহুত দিনৰ বন্ধুৰ ঘৰ, কলিকতাত একে লগে পঢ়িছিলো। এওঁৰ লগতে মই "ৰবিঞ্চন ক্ৰুচ" কিতাপখন প্ৰথমে অনুবাদ কৰোঁ। এই কাৰ্য্যত তেওঁৰ প্ৰেৰণা অনেক আছিল। গতিকে মই এওঁক পাহৰিব নোৱাৰো।" সমৰদা (শ্ৰীসমৰ সিং ৰাভা) তেওঁৰ লগে লগে ছাঁৰ দৰে থাকিছিল। এদিনাখণ আমি দুয়ো অনুৰোধ কৰি ফ'টো দুকপি ললোঁ। ফটো উঠাৰ প'জ ধুনীয়াকৈ দিব জানে। ফটো দুখন খুব ভাল হৈছিল। দুয়োখনতে তেওঁৰ কেকোৰা লাখুটি আছিল। লাখুটি ডাল এৰি এখন ফটো উঠিবলৈ কৈছিলোঁ। তেওঁ সন্মত হোৱা নাছিল। লাখুটি ডাল দেখোতে সিমান চকুত লগা নহয়। তথাপি ইমান মৰম। তাৰ কাৰণ সোধাত কৈছিল,—"ইয়াত বহুতো মৰম সোমাই আছে। এবাৰ নগা ছাত্ৰ সকলৰ সন্মিলনলৈ যাওঁতে ফিজোৰ ভায়েকে মোক উপহাৰ দিছিল। এই ডালেৰে মই পৰ্ব্বত ভৈয়ামৰ যোগসূত্ৰ ৰাখিবলৈ চেষ্টা কৰিছোঁ, ই মোৰ পাথেয় সম্বল। ই কলৈ যোৱা নাই? অসমৰ গাৱেঁ-ভূঁয়ে, নগৰে-চহৰে মই য'লৈ গৈছোঁ তলৈকে গৈছে। ইয়াৰ চিন নপৰা ঠাই হয়তো অসমত নাই। দিল্লীত সাহিত্য একাডেমীৰ পুৰস্কাৰ লবলৈ যাওঁতেও লৈ গৈছিলোঁ। ইয়াৰ পৰিবৰ্ত্তে মোক বহুতে ভাল লাখুটি যাচিছিল। মই লোৱা নাই। এৰা মণি, ই মানুহৰ ঘৰে ঘৰে, অসমৰ নগৰে-চহৰে ফুৰিছে, মোক চলাইছে। ইয়াক সহজে এৰিব নোৱাৰোঁ।" তাকে শুনি সমৰদাই একাঁকি কবিতা গাই দিলে। পিচত মইও এটা কবিতা লিখি তেওঁৰ হাতত দিছিলোঁ। ইয়াৰ পৰাই বুজিছিলোঁ জনজাতীয়লোকৰ প্ৰতি তেওঁৰ কিমান মৰম।

সৰু সৰু কথাৰ পৰাই হেনো একো একোটা মানুহৰ চৰিত্ৰ ধৰিব পাৰি। তেওঁৰ লগত আলোচনা হোৱা গভীৰ তথ্য আৰু চিন্তাধাৰাৰ কথাবোৰ বাদ দি গৈছো। এই বোৰৰ উপৰিও তেওঁৰ লগত একাধিক-

বাৰ দেখা হৈছে। তেওঁৰ ঘৰলৈ গৈ লগ ধৰিছোঁ, নানা কথা আলোচনা কৰিছোঁ। বাহুল্যতাৰ ভয়ত সেইবোৰ বাদ দি গৈছোঁ।

তেওঁৰ চৰিত্ৰত লক্ষণীয় আন এটা গুণ হৈছে "সকক আপোন কৰি লোৱা, ডাঙৰক সমভাগী কৰা, জ্ঞানীৰ লগত আলোচনা আৰু নজনাৰ ওচৰত জ্ঞান বিলোৱা।" এয়ে হৈছে শৰ্মাদেৱৰ বিশেষ গুণ। এই গুণৰ বাবেই তেওঁ অসমৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰি জ্ঞানৰ বিন্দু গোটাই অন্তৰ-সিন্ধুক উৰ্ব্বৰা কৰি অসম জননীৰ সন্তান সৱৰ অজ্ঞানতা নাশি মানস হৃদি উজলাব খুজিছে। তেওঁৰ লগত সামান্য সময় পৰিচয় হলেই বুজা যায় তেওঁৰ জ্ঞানগৰ্ভ অন্তৰৰ উৰ্ব্বৰতা। কথায় প্ৰতি ফকৰা-যোজনা যোগ দি ৰস লগাই ধুনীয়াকৈ কথা পাতিব পৰা এইজন লোকৰ লগত এবাৰ কথা পাতিলে এৰিবৰ ইচ্ছা নাযায়। এবাৰ লগ পালে পুনৰ লগ পাবলৈ ইচ্ছা হয়। অনুৰোধ কৰিবলৈ ইচ্ছা হয়, "অন্তৰ মম বিকশিত কৰো হে······।" অলপমান কথা উলিয়ালেই হ'ল। কিমান যে কৈ যাব! কিমান বিধৰ নতুন পুৰণা, ঐতিহাসিক, কৃষ্টিমূলক, সামাজিক, ব্যক্তিগত আদি ক'ত কথা ওলাব! তেওঁৰ কথাৰ সঁফুৰা শেষেই নহয়। জালিকটা জলভাৰে সক সককৈ অনেক পোহৰ ওলোৱাৰ দৰে কিমান যে পুঞ্জিভূত জ্ঞানজ্যোতি নিজৰি ওলায়! কৈ যেন শেষ নহয়। জনাৰ অন্ত নহয়। তেতিয়া কবিদেৱ ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ মন যায়, "কত অজানাৰে জানাইলে তুমি······।"

শৰ্মাদেৱক আমি দেউতা বুলিয়েই মাতোঁ। দেউতাৰ ব্যক্তিত্বৰ বিষয়ে আৰু বহুত কথা লিখিবলৈ আছে। এইখিনিকে লিখি তেখেতলৈ মোৰ আন্তৰিক শ্ৰদ্ধা-অভিনন্দন জনালোঁ।

---

# 'চাৰিঙৰ বেণু শৰ্ম্মা'

শ্ৰীহেমকান্ত দুৱৰা

অসমীয়া সাহিত্যৰ ভঁৰাললৈ লেখত লবলগীয়া বৰঙণি আগ বঢ়াই ভাষা-জননীৰ সেৱা-কাৰ্য্যত আত্মনিয়োগ কৰি থকা সকলৰ ভিতৰত শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ নাম বিশেষ ভাবে উল্লেখযোগ্য। ভাষাৰ বিশুদ্ধতা ৰক্ষা কৰি বাছকবনীয়া ঘৰুৱা শব্দৰ প্ৰয়োগেৰে যি কোনো বিষয়কে ৰসাল কৰি তোলাত শৰ্ম্মা ডাঙৰীয়া সিদ্ধহস্ত। পুৰণি কথাৰ আঁত বিচাৰি আৰু তাৰ যথাৰ্থ মূল্য নিৰূপণ কৰি ঐতিহাসিক পটভূমিত অসমৰ জাতীয় জীৱনৰ স্বৰূপটি তেখেতে যি দক্ষতাৰে অঙ্কিত কৰিছে সেয়ে তেখেতৰ গভীৰ চিন্তাধাৰাৰ পৰিচয় দিছে। বুৰঞ্জীৰ নীৰস ঘটনাৱলীয়েও তেখেতৰ লিখনিৰ মাজেদি উপন্যাসৰ কাহিনীৰ দৰে মনোৰম হৈ ধৰা দিয়ে। বুৰঞ্জীৰ বাণীয়ে একোটা জাতিক উন্নতিৰ পথত আগ বাঢ়ি যাবলৈ এহাতে যেনেকৈ প্ৰেৰণা যোগায়, আন হাতে তেনেকৈ খোজে পতি সাৱধান হবলৈ সকীয়াই থাকে। বুৰঞ্জী জানিলেই নহয়, তাৰ সাৰমৰ্ম্ম বুজি মলখুকিটা বাছি উলিয়াব পাৰিলে হে কামত আহে। সেইটি জানে বাবেই শৰ্ম্মা ডাঙৰীয়া বুৰঞ্জীবিদ্। নিভাঁজ ঘৰুৱা শব্দসম্ভাৰ আৰু বলিষ্ঠ ৰচনাশৈলীয়ে তেখেতৰ লিখনিক অনুপম সৌন্দৰ্য্য প্ৰদান কৰিছে।

আমি এই ক্ষুদ্ৰ প্ৰবন্ধত শৰ্ম্মা ডাঙৰীয়াৰ সাহিত্যিক প্ৰতিভাৰ বিষয়ে আলোচনা কৰিব খোজা নাই। তেখেতৰ ওপজা ঠাই চাৰিঙত তেখেতক কেনে ৰূপত পাইছোঁ, তাৰ বিষয়ে হে দু-আষাৰ নিচেই চমুকৈ কব খুজিছোঁ। চাৰিঙত শৰ্ম্মা ডাঙৰীয়াক তেখেতকৈ বয়সিয়াল চামে 'বেণু বাপুটি' বুলিয়েই জানে। বয়স অনুপাতে তেখেতক 'দেউ', 'ৰৰদেউ', 'বাপুটি', 'প্ৰভু', 'ৰৰদেউতা', 'দদা', 'মামা', 'ককা' আদি

বিভিন্ন সম্বোধনেৰে সম্ভাষা কৰে। চাৰিওত তেখেতক 'চাৰ' বুলি আজি কালি হে দুই-এক লৰা ছোৱালীয়ে সম্বোধন কৰা শুনা যায়। বৰ্ত্তমানৰ আদহীয়া সকলৰ প্ৰায় সকলোৱেই তেখেতক 'দদা' হে বোলে। আগৰ চামৰ লগৰীয়া সকলে বুঢ়া বয়সত "শৰ্ম্মা" বুলি মাতে।

লৰাৰপৰা বুঢ়ালৈকে সকলোৰে মাজত তেখেতৰ জনপ্ৰিয়তা মন কৰিব লগীয়া। চেমনীয়াবিলাকে তেখেতক খুব ভাল পায়; কিন্তু অলপ আঁতৰি ফুৰিবলৈও চায়। কাৰণ, শৰ্ম্মা ডাঙৰীয়াই কাক কেতিয়া কি প্ৰশ্ন কৰে, ঠিক নাই। কিন্তু যিয়েই তেখেতৰ সান্নিধ্যলৈ এবাৰ আহে, সিয়েই বুজে, সেই প্ৰশ্নবোৰৰ আঁৰত কিমান যে শিকিব লগীয়া কথা সোমাই আছে। কথা-বতৰাৰ মাজত কেনেবাকৈ এটা বিজতৰীয়া শব্দ বা শব্দৰ অপপ্ৰয়োগ শুনিলে তেখেতৰ কাণ টহ্ টহাই থাকে। তৎকালে তাক শুধৰাই দিহে ক্ষান্ত হয়। সেই দেখি, ডেকা চামে তেখেতৰ লগত কথা-বতৰা পাতোতে কিছু সতৰ্ক হবলগীয়া হয়। শৰ্ম্মা ডাঙৰীয়া য'তেই বহে, ততেই এজন দুজনকৈ গোটখাই সমাজখন বহল হৈ পৰে। তেখেতৰ কথাকোৱাৰ ভঙ্গীয়ে সকলোকে আকৰ্ষণ কৰে। কথা নহয়, জানিবা সাধুকথা হে। ৰসগ্ৰাহী শ্ৰোতা পালে সাধুকথা কওঁতাৰ মনত উলাহ লগাদি তেখেতৰো মুখ-মণ্ডলত আনন্দৰ অভিব্যক্তি ফুটি উঠা দেখা যায়। উদাসীনভাবে নীৰৱ শ্ৰোতা হৈ তেখেতৰ কথা শুনি থকা সকলক তেখেতে বৰ ভাল নাপায়। কথাৰ আঁত ধৰি কুহুলিয়াই কুহুলিয়াই কথা উলিয়াই লব জনা শ্ৰোতা পালে, তেখেতৰ কথাই চৌ-চৌৱাই থাকে। অন্তৰ খোলা হাঁহিটো শুনি দূৰৰপৰাই মানুহে 'বেণু বাপুটি' বা আজিকালি "বেণু শৰ্ম্মা" বুলি গম ধৰিব পাৰে।

১৯২১ চনত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত তেখেতে কলিকতাৰ কলেজ এৰি আহি স্বাধীনতা সংগ্ৰামত যোগ দিয়েহি। শিৱসাগৰ মহকুমাৰ ৰাইজক দেশাত্মবোধৰ বাণীৰে উদ্বুদ্ধ কৰি

কেনেকৈ আন্দোলন পৰিচালনা কৰিছিল তেখেতৰ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' পঢ়িলেই বঢ়িয়াকৈ জানিব পাৰি। সেই সময়ৰ তেখেতৰ অনুগামী-সকলৰ ওপৰত শৰ্ম্মা ডাঙৰীয়াৰ অতুল প্ৰভাৱ আছিল। পিছত তেখেত কংগ্ৰেছৰপৰা ওলাই আহিল যদিও, ৰাইজৰ আস্থা অলপো হেৰুওৱা নাছিল। উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যে, এবাৰ তেখেত এজন প্ৰভাৱশীল কংগ্ৰেছীৰ প্ৰতিদ্বন্দী প্ৰাৰ্থীৰূপে শিৱসাগৰ লোকেল বৰ্ডৰ সদস্য পদৰ বাবে নিৰ্ব্বাছনত নামিছিল। এই নিৰ্ব্বাছনত ভালেমান দুৰ্ঘোৰ কংগ্ৰেছী লোকেও তেখেতৰ পক্ষে ভোট দান কৰা দেখিবলৈ পোৱা গৈছিল। অৱশ্যে পিচলৈ দলীয় ৰাজনীতিৰপৰা আঁতৰি তেখেতে একাগ্ৰভাৱে সাহিত্য-চৰ্চ্চাৰ প্ৰতি হে মন দিবলৈ ধৰিলে।

শৰ্ম্মা ডাঙৰীয়া যে কেৱল বুৰঞ্জীবিদ আৰু খ্যাতিমন্ত সাহিত্যিক হে এনে নহয়, তেখেত এজন ভাল সমাজকৰ্ম্মীও। ১৯২৮ চনৰ আগলৈকে চাৰিঙত ডাকঘৰ নাছিল। শৰ্ম্মা ডাঙৰীয়াৰ চেষ্টাতে সেই চনতে চাৰিং ডাকঘৰ প্ৰতিষ্ঠা হয়। প্ৰথম অৱস্থাত ডাকঘৰৰ স্থায়িত্ব আৰু উন্নতিৰ বাবে ডাক কঢ়িওৱাৰপৰা চিঠি বিলোৱালৈকে প্ৰায় সকলোখিনি কামকে তেখেতে নিজেই কৰিছিল। পিছলৈ তেখেতৰ সহকৰ্ম্মী সকলে সাল-সলনিকৈ এই কাম কৰি ৰাইজৰ উপকাৰ সাধন কৰিছিল। বিলাতৰ চেৰিংক্ৰছ" নামৰ ঠাই নামানুসৰি—"চাৰিং ক্ৰছটোক Charing cross চেইৰিং ক্ৰছ কৰি বিলাতৰপৰা চাৰিং ডাকঘৰৰ যোগে 'জোতা' এযোৰ মগাই ডাকঘৰৰ যোগে চাৰিং নামটো বিলাততো সদৰী কৰিবলৈ লৈছিল। যেমদৌ পুখুৰী পাৰত কেবাটাও মৌজাৰ ৰাইজ গোটাই ৰায়তসভা পাতি ৰাইজৰ মাজত যি জাগৰণৰ সোঁত বোৱাই দিছিল, তাৰ স্মৃতি হয়তো বহুতৰ মনত এতিয়াও সজীৱ হৈ আছে। চাৰিঙত চিকিৎসালয় এখন প্ৰতিষ্ঠা কৰিবৰ বাবে পোন প্ৰথমতে তেখেতেই আগবঢ়া হৈ ওলায়। ইয়াৰ বাহিৰেও বিভিন্ন ৰাজহুৱা অনুষ্ঠানত তেখেতৰ সক্ৰিয় সহযোগ আৰু কৰ্ম্ম

তৎপৰতা পৰিলক্ষিত হয়। বাজহুৱা কথাত কেতিয়াবা কাৰোবাৰ লগত মতৰ অমিল হলেও ব্যক্তিগত ভাবে সকলোকে সামৰি লব পৰা গুণটি তেখেতৰ প্ৰকৃতিৰ এটি বিশেষত্ব। তেখেতৰ কেতিয়া খং উঠে ধৰা টান, বৰ একাচেকা। কিন্তু সেই খঙে কোনো অথন্তৰ ঘটোৱাৰ আশঙ্কা নাই। অৱশ্যে, বেণু শৰ্ম্মাৰ লগত কোনোবাই জিদ্ ধৰিলে, তেখেতে প্ৰতিপক্ষৰ ওচৰত সেও মনাৰ প্ৰশ্নই নুঠে, বৰং প্ৰতিপক্ষক সেও নমনোৱালৈকে শুদাই নেৰে।

সমসাময়িক সমাজখনৰ সকলো খাপৰ মানুহৰ লগত খাপ খাব পৰাটো শৰ্ম্মা ডাঙৰীয়াৰ চৰিত্ৰৰ আন এটি বিশেষত্ব। সময় বুজি গঞা-জ্ঞাতিৰ ঘৰলৈ গৈ লৰা-বুঢ়া, জীয়ৰী-বোৱাৰী সকলোৰে লগত সৌহাৰ্দ্দ্যপূৰ্ণ ব্যৱহাৰৰ মাজেদি তেখেত সকলোৰে আদৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈ আছে। আজি ভালেমান বছৰ শৰ্ম্মা ডাঙৰীয়া চাৰিঙৰপৰা আঁতৰি আছেগৈ। আগেয়েও, 'তৰুণ অসম', 'দৈনিক বাতৰি'ৰ সম্পাদনা কাৰ্য্য, যোৰহাট বেজবৰুৱা স্কুলত শিক্ষকতা কৰা আদি কামত চাৰিঙ এৰি থাকিব লগা হৈছিল। কিন্তু যতেই নেথাকক, তেখতৰ মনটো চাৰিঙৰ লগত সদায় সাঙোৰ খাই থাকে। আন হাতেদি, গোটেই অসম দেশখনকে নিজৰ ঘৰ বুলি আঁকোৱালি লব পৰা গুণটি তেখেতৰ বিভিন্ন লিখনি, বক্তৃতা আৰু কথা-বতৰাতে ধৰিব পাৰি। চাৰিঙত থকা কালছোৱাৰ ভিতৰত তেখেতে সৰ্ব্বসাধাৰণ ৰাইজৰে এজন হৈ অতি সাধাৰণ ভাবেই জীৱন যাপন কৰি আহিছে। এলেহুৱা হৈ বহি থকাটো তেখেতৰ স্বভাৱ-বিৰুদ্ধ। আজৰি পালেই কোৰ-কটাৰী, দা-কুঠাৰ হাতত লৈ শাৰীৰিক পৰিশ্ৰমত লাগে। যিমান সাধাৰণ কামেই নহওক, তাকে অতি নিষ্ঠাৰে সৈতে কৰা দেখা যায়। কিন্তু সকলো অৱস্থাতে তেখেতৰ চিন্তাধাৰাত অসম দেশ আৰু অসমীয়া জাতিৰ উন্নতিৰ ভাব সজীৱ হৈ থাকে। তেখেতে বুৰঞ্জীৰ ঘটনা চক্ৰৰ মাজৰপৰা প্ৰকৃত তথ্যটি বাছি লৈ বৰ্ত্তমানৰ সামাজিক পৰিবেশত তাৰ কাৰ্য্যকাৰিতালৈ লক্ষ্য কৰে। সেই হে কথাৰ মাচতে তেখেতে পুৰণি কথাৰ আঁত উলিয়াই বৰ্ত্তমানৰ লগত বজিতা

খোৱাকৈ সময়ৰ টাকনি একোটি দি যায়। তেখেতৰ সমসাময়িক সমাজ খনৰ মাজৰপৰা যি কেইজন ৰসগ্ৰাহী শ্ৰোতা বাছি উলিয়াই লৈছিল, সেই কেইজনৰ ভিতৰত, ৺ৰামচন্দ্ৰ ভূঞা আৰু ৺বিষ্ণুৰাম বৰকাকতী ( বিষ্টু মুক্তিয়াৰ ) আৰু ৺ভোগদল শইকীয়া প্ৰধান আছিল। কাকতে পত্ৰই প্ৰকাশৰ অৰ্থে লিখা প্ৰবন্ধ-পাতি বা তেখেতৰ কিতাপৰ পাণ্ডুলিপিৰ কোনো কোনো অংশ আগৰ দুজন শ্ৰোতাক পঢ়ি শুনোৱাটো তেখেতৰ ধৰা-বন্ধা নিয়মেই আছিল। ৺ভূঞা আছিল পৌৰাণিক আখ্যান বা সাধু কথা আৰু ফকৰা-যোজনা কোৱাত পাকৈত। তেখেতৰ ভাষাও আছিল ৰসাল আৰু ঘৰুৱা; শৰ্ম্মা ডাঙৰীয়াই শুনি সন্তোষ পোৱা বিধৰ। এইজন ৰসিক বক্তা আৰু ৰসগ্ৰাহী শ্ৰোতাৰ পৰা শৰ্ম্মা ডাঙৰীয়াই “ৰাংপতা”, “লাতুমণি” আদি গ্ৰন্থ লিখিবৰ বাবে যথেষ্ট প্ৰেৰণা লাভ কৰিছে। আনজন কথা-গৰকা আৰু তি-বেলোতেই তিনি আলিৰ কথা ধৰিব পৰা প্ৰখৰ বুদ্ধিৰ শ্ৰোতা। তৃতীয় জন ৺শইকীয়া আছিল আৰ্হি খেতিয়ক, এনে উপযুক্ত শ্ৰোতা পাই শৰ্ম্মা ডাঙৰীয়াই অবিৰাম গতিৰে লিখনি চলাই যাবলৈ যথেষ্ট উদগণি পাইছিল। এইসকলৰ বাহিৰেও আগতীয়াকৈ তেখেতৰ লিখনিৰ সোৱাদ পোৱা শ্ৰোতা ভালেমান আছে।

শৰ্ম্মা ডাঙৰীয়া ঘৰত থাকিলে তেখেতৰ ওচৰলৈ অহা মানুহৰ লানি নিছিগে। কাৰণ বহুত। বিশেষকৈ চৰকাৰৰ ঘৰলৈ কোনো আবেদন নিবেদন বা অভাৱ-অভিযোগৰ দৰ্খাস্ত লেখাবলৈ তেখেতৰ ওচৰলৈ মানুহ ঢপলিয়াই যায়। সকলোৰে বিশ্বাস যে, ‘বেণু শৰ্ম্মা’ৰ কলমৰ ওপৰত আৰু কলম ধৰোঁতা নাই। কাৰণ, তেখেতে আঁৰ-কেঁকোৰ মাৰি যেনেকৈ কথা একোষাৰ লেখি দিব, তাক ওফোৰাই কোনে? গাৱঁলীয়া সমাজখনত তেখেত এনেকৈয়ে সকলোৰে লগত জীণ গৈ প্ৰভাৱ বিস্তাৰ কৰি আছিল। সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ প্ৰতি তেখেতৰ সহানুভূতি আৰু আকৰ্ষণ আছে। সমাজৰ চকুত হেয় প্ৰতিপন্ন হোৱা জনৰ গাতো তেখেতে একোটা সংগুণ

বিচাৰি উলিয়াই 'ফটা কেঁথাত সোণ' থকা কথাষাৰ প্ৰমাণ কৰি দেখুৱাইছে তেখেতৰ 'কংগ্ৰেছৰ কাঁচিয়লি বদত"।

আজিকালি গাৱঁৰপৰা গৈ নগৰত বাস কৰিবলৈ লোৱাসকলৰ বহুতেই তুদিনতে মোট সলাই গাৱঁৰ ফালে বেঁকাকৈ চাবলৈ শিকে। লাহে লাহে নিজৰ ওপজা গাওঁখনিৰ নাম লবলৈকে বেয়া পায়। পিছে, শৰ্ম্মা ডাঙৰীয়াৰ ক্ষেত্ৰত ইয়াৰ ওলোটাটো হে দেখা যায়। তেখেতে বৰ্ত্তমান গুৱাহাটী মহানগৰীত থাকে যদিও, মনটো চাৰিঙৰ বাটে-পদূলিয়ে হে ঘূৰি ফুৰে। নগৰীয়া জীৱনৰ আস্বাদে তেখেতক তৃপ্তি দিব পৰা নাই যেন লাগে। চাৰিঙলৈ আহিলেই পুৰণি লগৰীয়া সকলক লগ ধৰি মাত এষাৰ লগাবলৈ নেপায় মানে, শৰ্ম্মা ডাঙৰীয়াৰ মনটো শাঁত নপৰে। 'বেণু শৰ্ম্মা' আহিছে বুলিলেই তেখেতৰ পুৰণি লগৰীয়া আৰু আপোন জনেও লগ পাবলৈ উদ্‌গ্ৰীৱ হৈ পৰে। তেখেতৰ অনুগামী সকলে ইজনে সিজনৰপৰা শৰ্ম্মা ডাঙৰীয়া অহাৰ বাতৰি লৈ তেখেত য'তে যাছে, ত'তে ওলায় গৈ। প্ৰথম দৰ্শনতে তেখেতৰ মিচিকীয়া হাঁহিটিয়ে দুৰৰপৰাই চুম্বকে লো টনাদি বন্ধু-বান্ধৱ সকলক ওচৰলৈ টানি লৈ যায়। কোনোবা এঘৰিত সোমোৱাৰ লগে লগেই, ঘৰখনিত এটি উলহ-মালহ দেখিবলৈ পোৱা যায়। প্ৰথমতে ধপাত এচিলিমেৰে 'বেণু বাপুটি' ক আদৰণি জনোৱাটো সকলোৰে নিয়ম। তেখেত অহা গম পালে এতিয়াও ভালবস্তু এফেৰা পালে আছুতীয়াকৈ থোৱা অভ্যাসটি বহুতৰে আছে। শৰ্ম্মা ডাঙৰীয়াইও পাৰিতপক্ষে ওচৰ সমীপৰ গাওঁ কিখনৰ পুৰণি চামৰ বুঢ়া-মেথা কিজনক দেখা এটা দি আহিবলৈ যত্নৰ ক্ৰুটী নকৰে। অইন কি, কেতিয়াবা গুৱাহাটীৰ পৰা ঘৰলৈ আহোতে হাটকৱা-বাটকৱা-পথকৱাৰ আগত তেখেতৰ আগমনৰ খবৰটো দি ঘৰ পোৱাৰ আগেয়েই সকলো দুখ-ভাগৰ কাতি কৰি তেখেতৰ লগত চেনেহৰ এনাজৰীৰে বান্ধ খাই থকা সকলৰ ঘৰত একোটা পাক মাৰি লৈহে তৃপ্তি পায়। শৰ্ম্মা ডাঙৰীয়া য'ৰে ত'ৰে পৰা আহি প্ৰথমতে শ্ৰীযুত নবীন কটকীৰ দোকানতে খন্তেক বহি লৈ

সকলোৱে বা-বাতৰি লয়। চাৰিওত থকা অৱস্থাতো তেখেতৰ জিৰণিৰ থল শ্ৰীযুত কটকীৰ দোকানেই। সময়ৰ প্ৰভাৱে যেনেকৈ শৰ্ম্মা ডাঙৰীয়াৰ মনৰ কোবাল গতিত বালিচৰ পেলাব পৰা নাই, সেই দৰেই শ্ৰীযুত কটকীৰ দোকানলৈও কোনো পৰিবৰ্ত্তন আনিব পৰা নাই। কটকীয়েও যুগৰ দাবীলৈ ভ্ৰূক্ষেপ নকৰি খবৰ-কাগজৰ পাতত অতীত ৰোমন্থন কৰি নিৰ্ব্বিকাৰ চিত্তে জীৱনৰ ৰথ চলাই গৈ আছে।

শৰ্ম্মা ডাঙৰীয়া সাংসাৰিক জীৱনৰ প্ৰতি কিছু উদাসীন বুলিয়েই কব পাৰি। অথচ, আঙুল নলগাকৈ তেখেতৰ সংসাৰ চলি থাকে। ঘৰখনত তেখেতৰ উপস্থিতি খন্তেকীয়া হে। কিন্তু তেখেতৰ ব্যক্তিত্বৰ প্ৰভাৱে লৰা-ছোৱালীৰপৰা চাকৰ-বাকৰলৈকে সকলোকে এনেদৰে নিয়ন্ত্ৰিত কৰি ৰাখে যে, কোনেও কামত ইৰিক্-বিৰিক বা কথাত হৰক-তৰক্ কৰিবলৈ সাহ কৰিব নোৱাৰে। সময়ে-সময়ে তেখেত আৰ্থিক অনাটনতো পৰিছিল।। কিন্তু গৃহ-সমস্যাৰ চিন্তাত কোনোদিনেই তেখেতক বিমৰ্ষ হৈ থকা দেখা নাই। যেতিয়া যি অৱস্থাতে থাকে, তাতে সন্তুষ্ট। পিন্ধন-উৰণত যেনেকৈ অনাড়ম্বৰ, খোৱা-বোৱাতো তেনেকৈ যি পায় তাতে সন্তোষ। অৱশ্যে মাছে-গৰকা বন-শাকৰ আঞ্জাখন আৰু দৈয়ে-চিৰাই, পিঠাই-পনাই অসমীয়া জলপানটো তেখেতৰ প্ৰিয়। মানিমুনি, বনজালুক, ভেদাইলতা, নৰসিংহ আদি বনৌষধিবোৰ পালে, তেখেতে এৰি থৈ নাহে। গা বেয়া লাগিলেও, ডাক্তৰী চিকিৎসাতকৈ ঘৰুৱা বনৌষধিৰ চিকিৎসালৈহে মন কৰে। কেতিয়াবা হাতত কোনো ঔষধজাতীয় লতা বা গছৰ ঠাৰি এটি লৈ আহি আৰু-তাক সুধিব "এই ডাল বাৰু কি গছ ?" নামটো কব নোৱাৰিলে নিজে কৈ দি তাৰ গুণাগুণ ও ব্যাখ্যা কৰি দিব।

ধৰ্ম্ম সম্পৰ্কে তেখেতৰ মত উদাৰ। আন হাতেদি শৰ্ম্মা ডাঙৰীয়া বৰ গুৰুভক্তিপৰায়ণ। তেখেত দক্ষিণপাটৰ সেৱক। বছৰেকত এবাৰ নহয় এবাৰ সত্ৰলৈ এপাক মৰাটো তেখেতৰ নিয়ম। সাধাৰণতে 'ৰাসোৎসৱ'ৰ সময়টোকে তেখেতে বাছি লয়। তেখেতৰ গোহতীয়াকৈ

ৰচিত উল্লেখযোগ্য গ্ৰন্থৰ ভিতৰত 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী'খন অসমীয়া সাহিত্যৰ এটি মূল্যবান সম্পদ। তেখেতৰ মতে আন ধৰ্ম্মৰ প্ৰতি বিৰূপ মনোভাৱ নলৈ সকলোৱেই নিজ নিজ ধৰ্ম্মত আস্থা ৰাখি—ইয়াক ৰক্ষা কৰিব লাগে। আন্তৰিকতা নাথাকিলে বাহ্যিক আড়ম্বৰে মানুহক ধাৰ্ম্মিক কৰিব নোৱাৰে।

শৰ্ম্মা ডাঙৰীয়াৰ অনুসন্ধিৎসু মনৰ অন্যতম উজ্জ্বল চানেকি তেখেতৰ 'মণিৰাম দেৱান'। এই গ্ৰন্থখনি যুগুত কৰোতে তেখেতে অশেষ কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছিল। গ্ৰন্থৰ সমলখিনি গোটাই লওঁতে তেখেতে দীৰ্ঘকাল ঐদেহি-বৈদেহী হৈ ঘূৰি ফুৰিবলগীয়া হৈছিল। পম খেদি চেঁচোৰ উলিওৱাৰ দৰে দেৱানৰ জীৱনালেখ্য সজাবলৈও বুৰঞ্জীৰ ছোঁঘৰত সোমাই ঘটনাৰ পম খেদি শদিয়াৰপৰা ধুবুৰী পাবগৈ লগীয়া হৈছিল, দিল্লী-কলিকতাৰ (বিশেষকৈ কলিকতাৰ) লাইব্ৰেৰী, ফটাকাকত আৰু পুৰণি কিতাপৰ দোকানত সোমাই ধূলি-মাকতিৰে লেটিও লৈছিল। তেখেতৰ একচিত্ত অনুসন্ধিৎসাৰ ফল স্বৰূপেই ভাৰতৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ শ্বহীদ আৰু বিচক্ষণ ৰাজনীতিজ্ঞ মণিৰাম দেৱানক অসমীয়াই চিনি পালে আৰু 'সাতাৱন ছাল'ৰ এই সৰ্ব্বভাৰতীয় জন জাগৰণত অসমে যি উল্লেখযোগ্য ৰৰঙণি যোগালে তাৰ সম্যক ভু পালে। নহলে, হয়তো অসমীয়া ৰাইজৰ দেশাত্মবোধৰ উচ্ছ্বাসৰ কথা তথাকথিত 'চিপাহী বিদ্ৰোহ'ৰ খলকনিৰ লগতে মাৰ গলহেতেন। কিন্তু শৰ্ম্মা ডাঙৰীয়াৰ সূক্ষ্ম দৃষ্টিত সেই সময়ৰ অসম দেশৰ প্ৰকৃত ৰূপটি উজ্জ্বল হৈ সকলোৰে আগত ধৰা দিছে। সন্তোষ পোৱা কথা যে নগাঁৱৰ মণিৰাম দেৱান-স্মৃতি-কমিটীৰ উদ্যোগত ভাৰত গৱৰ্ণমেণ্টে মণিৰাম দেৱানৰ ডাকটিকত উলিয়াবলৈও যোজা কৰিছে। 'মণিৰাম দেৱান'ত দেশখনৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক অৱস্থাৰ সম্যক বিশ্লেষণ পোৱা যায়।

যি সময়ত মণিৰাম দেৱানৰ নামটো উচ্চাৰণ কৰাটোও ভয়ৰ কথা বুলি সৰ্ব্বসাধাৰণৰ ধাৰণা আছিল, বৃটিছ শাসনৰ সেই পূৰ্ণ পয়োভৰৰ

সময়তে ১৮৫২ শকত শৰ্ম্মা ডাঙৰীয়াই চাৰিঙত মণিৰাম দেৱান আৰু তেওঁৰে সহযোগী পিয়ালী বৰুৱাৰ তিথি উৎসৱ ধুমধাম্‌কৈ পাতি সাহসিকতা আৰু স্বাধীন মনৰ পৰিচয় দিছিল। তেতিয়াৰপৰাই চাৰিঙত এই দুজনা বিপ্লৱী পুৰুষৰ তিথি-উৎসৱ পালন কৰা হৈ আহিছে। এই তিথি-উৎসৱ পালনৰ ক্ষেত্ৰত অৱহেলা কৰাটো বা তিথি পতিত হোৱাটো শৰ্ম্মা ডাঙৰীয়াই সমূলিকে সহিব নোৱাৰে। তেখেত চাৰিঙৰপৰা আঁতৰি থকা অৱস্থাতো দেৱানৰ তিথিটো পালন কৰিবলৈ আঁতৰৰ পৰাই সঁকীয়াই থাকে আৰু তিথিত সোঁশৰীৰেৰে যোগ দিব পৰা ছেগটো কেতিয়াও পিছলি যাবলৈ এৰি নিদিয়ে।

শৰ্ম্মা ডাঙৰীয়াৰ এতিয়া তিনিকুৰি পোন্ধৰ বছৰ হলহি, কিন্তু মনৰ উদ্যম এতিয়াও সতেজ হৈ আছে। বয়সৰ হেঁচাই ৰাজহাড় বেঁকা কৰিব পৰা নাই। তাহানিৰ 'মায়া ৰথ'ত ( তেখেতৰ চাইকেলখন ) উঠিফুৰা 'বেণু শৰ্ম্মা' আৰু এতিয়াৰ বেতৰ আঁকোৰা লাখুটি ডাল লৈ খোজ কাঢ়ি ফুৰা 'বেণু শৰ্ম্মা' একেজন হৈয়ে যাছে। অসমীয়া সাহিত্যাকাশৰ উজ্জ্বল তাৰকা 'বেণুধৰ শৰ্ম্মা' কেৱল চাৰিঙৰে নহয়, সদৌ অসমৰ। তেখেত দীৰ্ঘায়ু হওক।

---

# শিশু-সাহিত্য-লেখক শ্ৰীবেণুধৰ শৰ্ম্মা

শ্ৰীস্নেহেশ্বৰ শৰ্ম্মা

সাধাৰণতে বুৰঞ্জীবিদ্ বুলি খ্যাত শ্ৰীবেণুধৰ শৰ্ম্মাদেৱে অসমীয়া শিশু-সাহিত্যলৈ এটি বুজন পৰিমাণৰ বৰঙনি আগ বঢ়াইছে। বুৰঞ্জীৰ শুকান হাড়-ছালত মৃত সঞ্জীৱনী ছটিয়াই ৰসাল আৰু সজীৱ কৰা শৰ্ম্মাদেৱে শিশুৰ মনোৰঞ্জনৰ কাৰণে যে ৰসাল কাহিনী সৃষ্টি কৰিব পাৰিব ইয়াত কোনো সন্দেহ নাই। তেখেতৰ ভাষাত এটি কালিকা আছে। বেজবৰুৱাৰ পাচত অসমীয়া সাহিত্যত শ্ৰীবেণুধৰ শৰ্ম্মাৰ ভাষাৰ এক বিশেষত্ব মন কৰিব লগীয়া। তেখেতৰ গদ্য ৰীতিক জতুৱা ঠাঁচ, খণ্ড বাক্যৰ সুপ্ৰয়োগে বলিষ্ঠ কৰি তুলিছে। অকল বুৰঞ্জীমূলক প্ৰবন্ধ বা গ্ৰন্থ সমূহতেই নহয়, শিশুৰ বাবে ৰচিত কিতাপ কিখনটো তেখেতে তেনে বলিষ্ঠ ভাষাকেই প্ৰয়োগ কৰিছে।

১৯১৮ চনতেই শ্ৰীশৰ্ম্মা আৰু গোৱালপাৰাৰ ৺গিৰীন্দ্ৰ চন্দ্ৰ নাথ লগ লাগি ডেনিয়েল ডিফ'ই লিখা ৰবিন্সন ক্ৰুছ' খন পঢ়াশলীয়া লৰা-ছোৱালীৰ বাবে ভাঙনী কৰে। তেতিয়া তেওঁলোক দুয়োজন কলিকতাৰ বঙ্গবাসী কলেজৰ মেছত একেলগে একে কোঠাতে বাস কৰিছিল। শিৱসাগৰ আৰু গোৱালপাৰাৰ ভাষা যে একেটাই আৰু এই ভাষাই যে অসমৰ দুয়োটা মূৰ অবিচ্ছিন্নভাৱে লগ লগাই থৈছে পদেপ্ৰমাণে দেখুৱাবৰ নিমিত্তেই এই ভাঙনী কৰিছিল। কিতাপখন ওলোৱাৰ লগে লগে ৺আনন্দ চন্দ্ৰ আগৰৱালা, ৺পদ্মনাথ গোহাঞি বৰুৱা, ৺যতীন্দ্ৰনাথ দুৱৰা আৰু "অসম বন্তি"য়ে কিতাপখনৰ ভাষাত খুঁত নাই বুলি উচ্চ প্ৰশংসা কৰিছিল। বিদেশী সাহিত্যৰ শিশু-উপযোগী অনুবাদৰ ক্ষেত্ৰত এই পুথিখনত ঘৰুৱা শব্দ প্ৰয়োগৰ অনুকৰণীয় ৰীতিটো সকলোৰে বাবেই গ্ৰহণযোগ্য হোৱাটো উচিত। এই পুথিৰ

অনুবাদত আমাৰ ভাষাত থকা শব্দাৱলী হে ব্যৱহাৰ কৰা হৈছে। অইন ভাষাৰপৰা ধাৰ কৰি অনা শব্দেৰে অনুবাদৰ কাম চলাই দিয়াটো উচিত নহয় বুলি শ্ৰীশৰ্ম্মাই সতৰ্ক কৰি দিছিল। ৰবিঞ্চন ক্ৰুছ'ত অনুবাদকদ্বয়ে বিদেশী শব্দৰ ঠাইত সম্পুৰ্ণ জতুৱা ঠাচ্ ব্যৱহাৰ কৰিছে যিটো আমাৰ আন অনুবাদৰ পুথিত সতকাই চকুত নপৰে।

'ৰাংপতা' শ্ৰীশৰ্ম্মাৰ আন এখন উল্লেখযোগ্য শিশু-সাহিত্যৰ পুথি। "কথাচ্ছলেন বালানাং নীতিস্তদিহ কথ্যতে।" কথাৰ ছলতে শিশুক নীতি-শিক্ষা দিব লাগে। এই উদ্দেশ্যেৰেই এই পুথিখনি ৰচনা কৰা হৈছে। জন্মভূমিক কেউফালে নদন-বদন কৰি, পৃথিবী-পূজিতা কৰিবলৈ হলে তেওঁৰ সন্তান সকলৰ অন্তৰখন চেমনীয়া কালতে চহাই মাতৃভূমিলৈ ওপজা মৰমৰ কঠীয়া সিঁচিব লাগিব। তেহে কালত সি গুটি-লখিমীত পৰিণত হবগৈ। এই আদৰ্শ আগত ৰাখি চেমনীয়া লৰা-ছোৱালীক মাতৃভূমিক ভাল পাবলৈ শিকোৱাটোৱেই 'ৰাংপতাত' দিয়া আখ্যান কেইটিৰ প্ৰধান উদ্দেশ্য। 'ৰাংপতা' চেমনীয়া লৰা-ছোৱালীৰ বাবে এখন সুখ-পাঠ্য পুথি আৰু ইয়াক পাঠ্যপুথি ৰূপে আমাৰ বিদ্যালয় সমূহত গ্ৰহণ কৰা হৈছে। 'ৰাংপতা'ৰ বিষয়ে ৺জ্ঞানদাভিৰাম বৰুৱাদেৱে এটি সুন্দৰ অভিমত দিছিল। তেখেতে কৈছিল, "ৰাংপতা এখনি যে কিতাপ নকলেও হব। বাহিৰৰ আকৃতি যেনে নয়ন-তৃপ্তিকৰ, ভিতৰৰ কথাখিনিও তেনে মনমোহা, চিত্তাকৰ্ষক। পঢ়িবলৈ হাতত ললে এৰিবৰ মন নাযায়। নিভাঁজ নিখুঁত। অসমীয়া পঢ়ি নতুন কথা শিকি বিশেষকৈ সৰু লৰা-ছোৱালীৰ মন আকৃষ্ট কৰিবৰ শক্তি দেখি মন উল্লাসেৰে ভৰি পৰিল। কোৱাৰ, লেখাৰ, ভাবৰ নিমিত্তে মন মুহি যায়।" বৰুৱাদেৱৰ এই মতেই কিতাপখনৰ গুণাগুণ নিৰ্ণয় কৰিবৰ কাৰণে যথেষ্ট। 'ৰাংপতা'ত 'মৌ-খোৱা বীৰ', 'বাঁহী মাতৰ গছ', 'আলহী কেইথিধ', 'ইও এক সিও এক' আদি আমোদজনক আখ্যান থকাৰ উপৰিও 'লাচিত

ফুকন', 'জয়মতী কুৱঁৰী', 'ফুলমতী কুৱঁৰী বা ফুলেশ্বৰী কুৱঁৰী' আদি আহোম-যুগৰ দুই এটি চৰিত্ৰৰ কাহিনী আকৰ্ষণীয় ভাৱে শিশুৰ উপভোগৰ বাবে লিখা হৈছে। 'সাগৰ-দুষ্ট মণিৰাম দেৱান' নামৰ এটি আখ্যানত বীৰ পুৰুষ মণিৰাম দেৱানৰ শিশুকালৰ লৰালি স্বভাৱ মনোৰম কৈ লিখিছে। মণিৰামৰ লৰাকালৰ এই আমোদজনক কাহিনী শ্ৰীশৰ্ম্মাৰ প্ৰসিদ্ধ গ্ৰন্থ "মণিৰাম দেৱান"তো আছে। বুৰঞ্জীৰ এনেবোৰ ৰসাল কাহিনীয়ে আমাৰ শিশুৰ মনত প্ৰেৰণা যোগাবলৈ সক্ষম আৰু এনে কাহিনী পঢ়াৰ পাছত শিশুয়ে ভৱিষ্যৎ জীৱনত বুৰঞ্জী অধ্যয়নৰ বাবেও আকৰ্ষিত হ'ব। শ্ৰীশৰ্ম্মাৰ ভাষাৰ নিজস্ব বৈশিষ্ট্য প্ৰত্যেকটো কাহিনীতেই ৰক্ষা পৰিছে। অসমীয়া জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ সু-প্ৰয়োগৰ অসংখ্য উদাহৰণ আছে। 'মণিছালৰ বেহাৰ' পৰা তেনে এটি উদাহৰণ দিব পাৰি, "মৰ-আউসী নিশা শেহৰাতি এনে আপদীয়া মাত শুনি নগৰৰ আটাইৰে পেটতে হাত ভৰি লুকাল। ৰজা ঘৰতো পালী-পহৰীয়াৰপৰা আৰম্ভ কৰি ৰজালৈকে কিহে মাতিলে কি হ'ল বুলি সকলোৰে থৰথৰ-বৰবৰ লাগিল। মাত শুনিবৰপৰা কোনো মানুহৰ চকুৰ পতা আৰু জাঁপ নগল। নগৰৰ ইমূৰৰপৰা সিমূৰলৈকে গোটেইখন হুৱাদুৱা লাগিবলৈ ধৰিলে।" "দৈৱাসন তল গল" নামৰ সাধুৰপৰা তেনে এটি উদাহৰণ দাঙি ধৰিব পাৰি, "সেই গাৱঁতে ভেকো বুলি এজন একা-চেকা বামুণ আছিল। তেওঁৰ উগ্ৰপতাল খং। খং বুলি তেওঁ কেতিয়াও মিছা কথা নকয় আৰু লোকৰ বস্তুলৈ মোহ নকৰে। নিজৰ হাত দুখনেৰে আজুৰি যি পায় তাকে বহুত বুলি টোক্‌টোক্‌-টাক্‌টাক্ কৈ খাই সুখে-সন্তোষে থাকে, কাকো অপকাৰ নকৰে, কাৰো অহিতো নিচিন্তে। গাৱঁৰ আনবোৰ মানুহে হেমাৰভাৱে সোণৰ আখৈ গোটোৱা দেখি ভেকো বাপুৰ বৈণীয়েকৰ মনটো লিকৃলিকাই আছিল।"

ইয়াৰ উপৰিও শ্ৰীশৰ্ম্মাৰ জীৱনী গ্ৰন্থৰ দ্বাৰা শিশু-সাহিত্যৰ ভঁড়াল চহকী কৰিছে। তেখেতৰ "গঙ্গাগোবিন্দ ফুকন" (১৯৪৮) এখন

তথ্য-পাতিৰে সমৃদ্ধ জীৱনী আৰু চেমনীয়া ছাত্ৰৰ বাবে উপযোগী কিতাপ। "সীমান্ত কেশৰী আব্দুল গফুৰ খাঁ", "জৱাহৰলালৰ জীৱনী" (১৯৩৫) আৰু "গোবিন্দ বেজবৰুৱা" আদি তেখেতৰ দ্বাৰা ৰচিত জীৱনী পুথি। তেখেতৰ জীৱনী সাহিত্যৰ এক বিশেষত্ব আছে আৰু সেয়ে হৈছে লিখক আৰু নায়কৰ প্ৰত্যক্ষ সম্পৰ্কৰ দ্বাৰা এই জীৱনী সাহিত্য সমুজ্জ্বল। কিন্তু এই পুথি কিখন বৰ্ত্তমান দুষ্প্ৰাপ্য হৈ পৰিছে। ১৯৬৪ চনত প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যেৰে "অৰ্ঘ্যাৱলী" নামে এখনি অতি মনোৰম পুথি প্ৰকাশ পাইছে। উনবিংশ শতিকাৰ শেষ ভাগৰপৰা বিংশ শতিকাৰ আগভাগলৈকে যি সকল স্বনামধন্য পুৰুষে নিজৰ প্ৰতিভা আৰু কৰ্ম্মময় জীৱনৰ অৱিহণাৰে অসমীয়া ভাষা সাহিত্য আৰু জাতিৰ সেৱা কৰি গল সেই সকলৰ ব্যক্তিগত সান্নিধ্যৰ পৰা লাভ কৰা অভিজ্ঞতাৰ ভেটিত কেইটিমান জীৱনৰ আলেখ্য আগ বঢ়াইছে। 'অৰ্ঘ্যাৱলী'ত থকা আলেখ্য সমূহ পূৰ্ণ জীৱনী নহয়। একোজন স্বনামধন্য পুৰুষৰ জীৱনত একো একো সময়ৰ একোটা ঘটনা বা বৰ্ণনা সন্নিবিষ্ট কৰিছে আৰু চৰিত্ৰৰ এটি বিশেষ দিশলৈ আলোকপাত কৰা হৈছে। দৰাচলতে জীৱনী গ্ৰন্থত কোনো মহৎ লোকৰ জীৱনীৰ সকলো ঘটনা বা কাৰ্য্যাৱলীৰ চমু বিৱৰণ নিদি তেওঁৰ চৰিত্ৰৰ কোনো এটা দিশৰ ওপৰত গুৰুত্ব আৰোপ কৰি তাৰ অনুকূল কাৰ্য্য বা ঘটনা সংযোগ কৰিলে পাঠকৰ ওপৰত অধিক প্ৰভাৱশীল হয়। শৰ্ম্মাদেৱে তেনেদৰে অসমৰ কেইজনমান সিংহপুৰুষৰ চৰিত্ৰৰ মহত্ব পাঠক সমাজক দেখুৱাবলৈ চেষ্টা কৰিছে। 'অৰ্ঘ্যাৱলী' শিশুৰ বাবে ৰচিত পুথি নহলেও চেমনীয়া সকলৰ বাবে লাগতিয়াল পুথি বুলি আমি ভাবো। ৰসৰাজ বেজবৰুৱা, গোবিন্দ বেজবৰুৱা, তৰুণৰাম ফুকন, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰনাথ শৰ্ম্মাকে আদি কৰি কেইবাজনো প্ৰখ্যাত সাহিত্যিক, দেশনেতা আৰু দেশসেৱকৰ জীৱনৰ আমোদজনক ঘটনা 'অৰ্ঘ্যাৱলী'ত আছে আৰু এই সকলোবোৰ চৰিত্ৰৰ লগত লিখকৰ প্ৰত্যক্ষ সম্পৰ্ক আছে বাবে বেছি উপভোগ্য হৈ পৰিছে। অসমৰ এই সিংহপুৰুষ সকলৰ জীৱনৰ আদৰ্শই

পৰা আমাৰ উঠি অহা যুৱক সকলে বহুতো আদৰ্শ গ্ৰহণ কৰিব লগা আছে। সেই মহৎ লোক সকলৰ জীৱনৰ আমোদজনক ঘটনা লিপিবদ্ধ কৰোঁতে তেখেতে যি হাস্যৰসৰ সৃষ্টি কৰিছে তাক পাঠকে কেতিয়াও পাহৰিব নোৱাৰে।

'লাতুমণি' শৰ্ম্মাদেৱৰ আন এখন উল্লেখযোগ্য শিশু সাহিত্যৰ পুথি। 'লাতুমণি'ৰ সাধু কেইটি মানুহৰ মুখে মুখে শুনা; ক'ৰ সাধু কোন ঠাইৰপৰা আহিল, কোনেও কব নোৱাৰে। শুনা সাধুকে লেখকে নিজৰ ভাষাত লেখিছে বুলি পাতনিত কৈছে। লাতুমনি চেমনীয়া শিশুৰ বাবে উপযোগী পুথি। ইয়াৰ সাধু কেইটিত নীতি শিক্ষা আছে। জতুৱা ঠাঁচ আৰু খণ্ডবাক্যৰ প্ৰয়োগে ইয়াৰ ভাষাকো চহকী কৰিছে। মুখখন দোণটো যেন কৈ ওফোন্দাই, তলেপুত্তল, কথাৰ সাগৰ, ভূৰ্ভঙেই নাই, সনসনাই যোৱা, চিঠিখনৰ বিযোগটো লেখি, খচি-খচি খালে, গিজ-গিজ খকুৱা, দীকছো বাট, ঢকা-ডিঙৰা আদি অলেখ জতুৱা ঠাঁচৰ ব্যৱহাৰে সাধুবোৰ বেচি ৰসাল কৰি তুলিছে। যোজনা-পটন্তৰৰ অলেখ প্ৰয়োগ তেখেতৰ সকলো ৰচনাতেই আছে। "কাৰ্য্যৰ বুজিবা ভাও, ছাগৰো পখালিবা পাও" নামৰ সাধুটিত এটি ঐতিহাসিক ঘটনাও সুমুৱাই দিছে। এই পটন্তৰটি মণিৰাম দেৱানে ১৮৫৭ ছালৰ বিদ্ৰোহৰ সময়ত স্বৰ্গদেৱ কন্দৰ্পেশ্বৰ সিংহলৈ লেখি পঠিয়াইছিল। এই পটন্তৰৰ আলমত লেখকে বিক্ৰমাদিত্য ৰজাই ছাগৰ চৰণ ধুউৱা সাধুটো ৰচনা কৰিছে। ইয়াৰ আটাই কেয়োটি সাধু চেমনীয়াৰ বাবে আকৰ্ষিত হৈছে আৰু নীতি শিক্ষাও জড়িত হৈ আছে।

শৰ্ম্মাদেৱৰ লগত ব্যক্তিগত ভাবে মোৰ কথা পতাৰ সৌভাগ্য হৈছে। যি তেখেতৰ বক্তৃতা শুনিছে তেখেতসকলে নিশ্চয় তেখেতৰ শিশু-সুলভ মনোভাৱৰ লগত পৰিচিত হৈছে। বয়সে তেখেতৰ মনৰ শিশু সুলভ আনন্দক মোলান পেলাব পৰা নাই। কথা প্ৰসঙ্গত, বক্তৃতা প্ৰসঙ্গত তেখেতে সদাই হাঁহিৰ থুনুপাক সৃষ্টি কৰিবই। তেখেতৰ

বলিষ্ঠ লিখনিতো ইঁহিৰ সমল প্ৰচুৰ পৰিমাণে আছে। শিশু সাহিত্যৰ ক্ষেত্ৰত তেখেতৰ ৰচনা তাকৰীয়া হলেও সেইখিনি সময়ে পুৰণি কৰিব নোৱৰা বস্তু। কিন্তু দুখৰ বিষয় তেখেতৰ ৰচিত 'গঙ্গাগোবিন্দ ফুকন', 'মঙ্গলতি কণ্ঠীমালা', 'সীমান্ত কেশৰী আব্দুল গফুৰ খাঁ', 'গোবিন্দ বেজবৰুৱা', 'জৱাহৰলালৰ জীৱনী' আদি কেইখনমান পুথি বৰ্ত্তমান দুষ্প্ৰাপ্য হৈ পৰিছে। দুষ্প্ৰাপ্য কিতাপকিখন প্ৰকাশৰ ব্যৱস্থা কৰিব পাৰিলে তেখেতৰ সাহিত্য সম্ভাৰ উপভোগ কৰিবলৈ সুবিধা হব। অসমীয়া সাহিত্যৰ ভড়াল গগণচুম্বী কৰিবলৈ শৰ্ম্মা ডাঙৰীয়াৰ নিচিনা সাহিত্যিক আমাক আৰু লাগে। অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিবলৈ শৰ্ম্মা ডাঙৰীয়া দীৰ্ঘজীৱী হওক—"জীৱতু শৰদঃ শতম্"।

# বেণুধৰ শৰ্মাৰ গদ্যশৈলী

ডঃ সৰ্বেশ্বৰ ৰাজগুৰু

জাতি হিচাবে সকলো মানুহ অভিন্ন হ'লেও, ব্যক্তিগত হিচাবে এই অভিন্নতাৰ মাজতো বিভিন্নতা পৰিলক্ষিত হয়। ব্যক্তিৰ ব্যক্তিগত বৈশিষ্ট্যই হৈছে পৰস্পৰৰ মাজত থকা এই বিভিন্নতাৰ মূল। সেইদৰেই, সাহিত্যজগতো, সাহিত্যিক হিচাপে সকলো একে হ'লেও, ব্যক্তিগত বৈশিষ্ট্য অনুযায়ী সাহিত্যিক সকলৰ পাৰস্পৰিক বিভিন্নতা দেখা যায়। সাহিত্যিকৰ নিজা বিশিষ্ট ৰচনা ভঙ্গীয়েই এই ব্যক্তিগত বৈশিষ্ট্যৰ মূল। বিশিষ্ট ৰচনা-ভঙ্গী সাহিত্যিকৰ "মানস-ব্যক্তিত্বৰ" পৰিচায়ক। ৰচনা-ভঙ্গীক সাহিত্যিকৰ "মানস-ব্যক্তিত্বৰ" পৰিচায়ক বুলি এই কাৰণেহে কোৱা হয় যে শব্দ-চয়ন, শব্দ-বিন্যাস তথা বাক্যৰ প্ৰকাশভঙ্গীৰ যোগেদি লেখকৰ ব্যক্তিত্বৰ সৈতে তেওঁৰ প্ৰবৃত্তিয়েই প্ৰকাশ পায়। যাৰ লেখাত এই স্বকীয়া ৰচনা-ভঙ্গী পৰিলক্ষিত নহয়, মাত্ৰ আন এজনৰ নকলহে দেখা যায়, সাহিত্যিক হিচাপে তেওঁ প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে; কাৰণ, এনে নকল ৰচনাভঙ্গীত লেখকজনৰ মানসিক ব্যক্তি-সত্বাৰ প্ৰতিফলন নাথাকে। ৰচনাশৈলীৰ মাজেদি লেখকৰ ব্যক্তিগত চিন্তা, অনুভূতি আৰু প্ৰকাশভঙ্গীৰ সমস্ত ব্যক্তিসত্বা স্পন্দিত হয় বুলিয়েই ৰচনাশৈলীক সাহিত্যিকৰ বিশিষ্ট ব্যক্তিত্বৰ পৰিচায়ক ( Style is the man-ষ্টাইল ইজ দি মেন ) বুলি অভিহিত কৰা হয়।

আধুনিক অসমীয়া সাহিত্যত বেণুধৰ শৰ্মা ডাঙৰীয়াই নিজস্ব বিশিষ্ট ৰচনাশৈলীৰে এখনি শ্ৰেষ্ঠ আসন অধিকাৰ কৰিছে। তেখেতৰ গদ্যশৈলী আধুনিক অসমীয়াৰ গদ্য-সাহিত্যিকৰ এটি আপুৰুগীয়া সম্পদ। "মেকলে, গিবন আদিৰ ৰচনা ঐতিহাসিক তথ্যপূৰ্ণ হৈও সাহিত্যৰ

পৰ্য্যায়লৈ উঠিছিল, শৰ্ম্মাৰ বিশিষ্ট ৰচনাভঙ্গী আৰু ওজগুণ বিশিষ্ট গদ্যৰ যোগেদি ঐতিহাসিক বিৱৰণেও সাহিত্যৰ মৰ্য্যাদা লাভ কৰিছে। বুৰঞ্জীৰ শুকান হাৰ-ছালত মৃত-সঞ্জীৱনী ছটিয়াই সজীৱ আৰু স্পন্দনপূৰ্ণ কৰিবপৰা শক্তি শৰ্ম্মাৰ গদ্য-ভঙ্গীৰ বৈশিষ্ট্য"—। (ডাঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত ২৫৩ পৃঃ)। শৰ্ম্মা ডাঙৰীয়াৰ এটি প্ৰধান বিশেষত্ব হৈছে বৰ্ত্তমানৰ লগত পুৰণিৰ সম্বন্ধ আৰু সামঞ্জস্য ৰক্ষা কৰা।

আমেৰিকাৰ বেপটিষ্ট মিছন শিৱসাগৰলৈ অহাৰ লগে-লগে অসমীয়া সাহিত্যৰ এটি নতুন যুগ আৰম্ভ হয়। ইয়েই হৈছে আধুনিক অসমীয়া সাহিত্যৰ আদি যুগ। মিছনৰ পাদুৰী সকলেই আছিল তাৰ স্ৰষ্টা। এই সকলেই এটি নতুন সুৰ নতুন গদ্যৰীতি সাত সাগৰ তেৰ নদী পাৰ কৰাই আনি অসমীয়া সাহিত্যত মেলি দিলেহি। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কৈছে,—"আমি এই সুৰ আৰু ঠাচঁৰ মাজত ডাঙৰ-দীঘল হোৱাৰ কাৰণেই ইয়াক বেলেগে অনুভৱ কৰিব নোৱাৰো। কিন্তু শঙ্কৰদেৱ বা মাধবদেৱক মাতি আনিলে সি সকলে সহজেই এই সুৰ-ঠাঁচ আদিৰ পাৰ্থক্য আমাক দেখুৱাই দিব পাৰিব।" সেই মিছনেৰী সকলে লৈ অহা সুৰ-ঠাঁচৰ লগত এটি নতুন শব্দ-বিন্যাস পদ্ধতিও জড়িত হৈ আছে। দৰাচলতে সুৰ বা ঠাঁচৰ মূলতেই শব্দ-বিন্যাস পদ্ধতিহে। জাতীয় সাহিত্যৰ লগত জাতিগত চিন্তাপ্ৰণালী, ৰুচি আৰু অনুভূতি-প্ৰবাহৰ সম্বন্ধ আছে। সকলো জাতিৰে চিন্তাপ্ৰণালী, ৰুচি আৰু অনুভূতি-প্ৰবাহৰ গতি একে নহয় বাবেই বিভিন্ন জাতিৰ সাহিত্যৰ প্ৰকাশভঙ্গিমা বা ঠাঁচো বিভিন্ন। মিছনেৰী সকলে দিয়া সুৰ আৰু প্ৰকাশভঙ্গীৰ অসমীয়া জাতিগত চিন্তাপ্ৰণালী, ৰুচি আৰু অনুভূতি প্ৰবাহৰ গতিত ঐতিহ্যসূচক এটি সম্বন্ধৰক্ষা হোৱা নাছিল। বেণুধৰ শৰ্ম্মাৰ প্ৰকাশভঙ্গীত আমি নতুন আৰু পুৰণিৰ মাজত এডালি শক্তিশালী যোগসূত্ৰ দেখিবলৈ পাওঁ। অৰ্থাৎ তেখেতৰ ৰচনাভঙ্গীত অসমীয়াৰ জাতিগত চিন্তাপ্ৰণালী, ৰুচি আৰু অনুভূতি-প্ৰবাহে নিজস্ব গতিত

আপোনা-আপুনি নিঃসৃত হৈ বাক্যটিৰ আৰম্ভণে পৰা পাঠক বা শ্ৰোতাক অভিভূত কৰে। উদাহৰণ স্বৰূপে চাওক ;—

"......১৮৫৭ চালৰ পৰা জগতত হেজাৰ-বিজাৰ বৃন্দাবন পুৰি ছাই হ'ল, হেজাৰে বিজাৰে হাঁহিলে মাতিলে, হেজাৰ-বিজাৰ নৰ নাৰী চিৰকালৰ নিমিত্তে প্ৰলয়-প্ৰাপ্ত হ'ল, অৱশেষত, পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে বৃটিছ জাতিৰ হৈ লৰ্ড মাউণ্টবেটেনে কাতৰবাদে মিনতি কৰিলেহি অতীতক পাহৰি পেলোৱা। অত্যাচাৰ পাহৰিব পাৰি ; সন্তাপ কিন্তু ক'লৈ যায় ? যি মণিৰামে স্বাধীনতাৰ পৰিকল্পনাটি পোন-প্ৰথমে আউটি লয়, সেই মণিৰামৰ কাৰ্য্যকলাপবোৰক না অসমীয়াই কোন সতে পাহৰে ?" ( দূৰবীণ, ১১২ পৃঃ )

এই বাক্যকেইটিত পাঠক বা শ্ৰোতাৰ অন্তৰত ৰসবোধ সঞ্চাৰ কৰিবলৈ অৰ্থাৎ কৰুণতাসিক্ত আক্ষেপৰ সুৰ ফুটাই তুলিবলৈ যি চেষ্টা, সি বিশেষকৈ শব্দবিন্যাস আৰু প্ৰকাশভঙ্গীৰ দ্বাৰাই জয়যুক্ত হৈছে। বাক্যবিলাক পাঠ কৰাৰ লগে লগেই, তাৰ শব্দগত বা বাক্যগত অৰ্থ উপলব্ধি কৰিবলৈ নোপাওঁতেই পাঠক বা শ্ৰোতাক অনুভূতিয়ে অভিভূত কৰে। "সন্তাপ ক'লৈ যায় ?" আৰু সেই মণিৰামৰ কাৰ্য্যকলাপ বোৰকনো অসমীয়াই কোন সতে পাহৰে ?" এই বাক্য দুশাৰীত শব্দবিন্যাসৰ কৌশল অভিনৱ। ইয়াত লিখকৰ অভিপ্ৰেত আক্ষেপৰ সুৰটি সম্পূৰ্ণৰূপে প্ৰকাশ পাইছে বাক্যকেশাৰী সকলো ফালৰ পৰা অসমীয়াৰ অনুভূতি প্ৰবাহ আৰু চিন্তাপ্ৰণালীৰ লগত খাপ খোৱা কাৰণেই এনে কাৰ্য্য সম্ভৱ হৈছে। আজিকালিৰ বাক্যপ্ৰণালীত ( আন লেখকৰ ) উক্ত ছেদ দুটিয়ে নিশ্চয় বেলেগ ৰূপ ললেহেঁতেন। উদাহৰণ স্বৰূপে ২য় ছেদটিৰ কথাবোৰ এনে ধৰণেই প্ৰকাশ হোৱাৰ সম্ভাৱনা। "অত্যাচাৰ পাহৰিব পাৰিলেও, মানুহে কিন্তু সন্তাপ পাহৰিব নোৱাৰে। যি মণিৰামে স্বাধীনতাৰ পৰিকল্পনাটি পোনপ্ৰথমেই আউটি লৈছিল সেই মণিৰামৰ কাৰ্য্যকলাপ বোৰক অসমীয়াই কোনোমতে পাহৰিব নোৱাৰে।" এই বাক্য-

কেইশাৰী দেখাতেই ওপৰৰ বাক্যকেইশাৰীৰ সমান শক্তিশালী নহয়। এইটো নকলেও হব যে পিচৰ কেইশাৰী বাক্য সাতসাগৰ তেৰনদী পাৰ হৈ অহা ঠাঁচৰ প্ৰভাৱত গঠিত।

এজন ইংৰাজ সমালোচকে "ষ্টাইল"ৰ আলোচনা প্ৰসঙ্গত কৈছে যে সৰহভাগ লেখকৰ ওপৰতেই সমসাময়িক যুগৰ ভাষাৰ প্ৰভাৱ দেখা যায়। কিন্তু প্ৰতিভা-সম্পন্ন লেখক সমসাময়িক ভাষাৰ দাস নহয়, বৰঞ্চ ভাষাইহে তেওঁবিলাকৰ হাতত নিজৰ ইচ্ছা অনুসৰি ৰূপ লয় (হাড্‌চন)।

এই কথা শৰ্ম্মা ডাঙৰীয়াৰ ক্ষেত্ৰতো খাটে। শৰ্ম্মাই তেখেতৰ উদ্দেশ্য পূৰণৰ কাৰণে শব্দ চয়নত কিয়, শব্দবিন্যাস, বাক্যপদ্ধতি, ভঙ্গিমা আদিতো অসমীয়া সাহিত্যৰ পুৰণি জগতখনলৈ সময়ত উভটি গৈছে। সঁচা কথা কবলৈ গলে অন্তৰ্হিত হৈ যাব খোজা অসমীয়া বাক্য প্ৰণালীৰ নিজস্ব পদ-লালিত্য (দিক্সন), প্ৰকৃত জঁতুৱা ঠাঁচ কেৱল শৰ্ম্মাৰ গদ্যতহে ৰজন্ জনাই আছে।

শৰ্ম্মাৰ গদ্যশৈলীত আধুনিক আৰু পৌৰাণিকতাৰ মাজত যি সামঞ্জস্য দেখিবলৈ পাওঁ, তাৰ মূলত কি, তাক অনুধাৱন কৰিলে প্ৰথমতে দেখিবলৈ পাওঁ তেখেতৰ ৰচনাৰ বিষয়বস্তু। তেখেতৰ প্ৰায়বিলাক ৰচনাৰ বিষয়বস্তু হ'ল অতীত বুৰঞ্জী। অসম বুৰঞ্জীপ্ৰিয়তা বা অধিক বুৰঞ্জী অধ্যয়ণৰ চাপ তেখেতৰ ৰচনাতো পৰিছে। স্মৃতি-পটৰ পৰা ম্লান হৈ যোৱা অতীত বুৰঞ্জীৰ গৌৰৱপূৰ্ণ অধ্যায় বিলাকে শৰ্ম্মাৰ হাতত পুনৰ উজ্জ্বল হৈ উঠাৰ লগে লগেই পাঠক বা শ্ৰোতাৰ অন্তৰখনো বিজুলী সচকিতে জ্যোতিষ্মান কৰি সেই সকলক আত্ম-গৌৰৱৰ আভিজাত্যিক প্ৰলেপেৰে ৰঞ্জিত কৰি তোলে। পুৰণি অসম-বুৰঞ্জীৰ ভালেমান বাছকবণীয়া বৈশিষ্ট্যপূৰ্ণ শব্দই নিমজ চকচকীয়া হৈ গুৰুত্বপূৰ্ণ ভূমিকাৰে শৰ্ম্মাৰ ভাষাত স্থান লাভ কৰিছে। শৰ্ম্মাৰ চমু বনাম বাক্য সমূহৰ লগত অসম বুৰঞ্জীৰ বাক্যৰাজিৰ সাদৃশ্য থকাৰ উপৰিও ঠাঁচ বা প্ৰকাশভঙ্গীৰো সাদৃশ্য আছে। তেখেতৰ

"মণিৰাম দেৱান", "কংগ্ৰেছৰ কাচিয়লি ৰ'দত", "ৰাংপতা" "গঙ্গাগোবিন্দ ফুকন" আদি কিতাপ পঢ়িলে আৰু এটি কাৰণো ধৰা পৰে।

সেইটি হৈছে আহোম ৰাজতন্ত্ৰৰ আমোলতে পৰ্হলোৱা, বৰ্ত্তমান নিষ্ক্ৰিয় হৈ থকা পুৰণি অসমীয়া সমাজখনৰ ক্ষীণ প্ৰতিচ্ছবিটিৰ লগত থকা শৰ্ম্মাদেৱৰ ঘনিষ্ঠ সম্বন্ধ। "ৰাংপতা"ৰ ভাষাৰ সম্পৰ্কত স্বনামধন্য জ্ঞানদাভিৰাম বৰুৱাৰ মন্তব্যটি মন কৰিব লগীয়া। তেখেতে কৈছে......

"ইয়াৰ ভাষা সৰল, নিভাঁজ, নিখুঁত, 'খ্ৱাচ' অগ্নি অসমীয়া। আমি যেনেকৈ দিনৌ কথা কওঁ, সেই ভাষা। ইয়াৰ বিশেষত্ব এই যে ইয়াত কোনো অনা-অসমীয়া শব্দ নাই। আমাৰ ঘৰুৱা মাতেৰেই ইয়াৰ কথাবোৰ কোৱা হৈছে যেন বেণুধৰ শৰ্ম্মাই চোতালত কি জুহালৰ ওচৰত বহিছে লৰা-ছোৱালীৰ সৈতে কথা পাতিছে।"

এই 'খ্ৱাচ', 'অগ্নি' ঘৰুৱা ভাষাৰ মূলতো আছে এখন 'খ্ৱাচ', 'অগ্নি' 'ঘৰুৱা' সমাজৰ লগত শৰ্ম্মাৰ নিবিড় সম্বন্ধ। এইখন সমাজৰ বহুতকে শৰ্ম্মাৰ লেখনিয়ে অমৰ কৰিছে আৰু আমিও লগতে পুৰণিক নতুনকৈ ন-ৰূপত দেখিবলৈ পাইছোঁ। সেই পুৰণি সমাজখনৰ বাট চ'ৰাৰ পৰা আৰম্ভ কৰি একেবাৰে ৰজঘৰলৈকে শৰ্ম্মাৰ অবাধ গতি। আনকি একেখন সমাজৰে একোজনহঁত মাতব্বৰী লোকেও যে শৰ্ম্মাৰ শব্দ-বিন্যাস আদিত কেতিয়াবা মন্তব্য দিছিল সেইকথা শৰ্ম্মাই নিজেও স্বীকাৰ কৰিছে। :—

"বাতৰি আৰু আলোচনী কাকতলৈ প্ৰবন্ধ লিখা মোৰ অভ্যাস আছিল। কেতিয়াবা একোটা প্ৰবন্ধ লিখি নি তেখেতৰ ( বিনুৰাম বৰকাকতী ) আগত পঢ়ি শুনাওঁগৈ। পঢ়ি যাওঁতে, ক'ৰবাত যদি শব্দ গাঠনিত আৰ লগা যেন শুনে, তৎক্ষণাৎ তেখেতে "ওঁ হুঁ" বুলি শলাগিবলৈ এৰি দিয়ে আৰু কমক খাই হাঁহি এটি মাৰি মাত লগায় 'ৰ'বচোন এইখিনিতে অলপ উজুটি খোৱা যেন লাগিছে। আকৌ পঢ়কচোন বাৰু। দোৱাবাৰ পঢ়িলেই ভুলটো আপোনা-আপুনি মোৰ চকুত পৰে।"—
( কংগ্ৰেছৰ কাচিয়লি ৰ'দত ১১৭ পৃঃ )

গতিকে এইটো অনুমান কৰা অযুক্তিসঙ্গত নহব যে সেইখন সমাজৰ চাল-চলন, কথা-বাৰ্ত্তা, আদৰ্শপ্ৰণালী, ৰীতি-নীতি, ধৰণ-কৰণ আৰু চেহেৰা আদিয়েও শৰ্ম্মাৰ গল্প লেখনীত প্ৰভাৱ পেলাইছিল। সেই সমাজৰ জনৈক চিংফৌ খহুৱাৰ চিত্ৰ শৰ্ম্মাৰ ভাষাত কেনে মনোৰমকৈ দেখা দিছে চাওক :—

( বাবুলা নামৰ এজন লোকৰ লগত চিংফৌ খহুৱাৰ কোনো কাৰণত বিবাদ হ'লত, বাবুলাই চিংফৌ খহুৱাৰ ওপৰত মেল চপালে। সেই মেললৈকে চিংফৌ খহুৱা আহিছে। )

বাবুলা অহা শুনি বাইজে মতালতো চিংফৌৱে নাহোঁনথওঁ কৰিছিল। কিন্তু, তেওঁৰ বৰপুতেক মিহিৰামে ক'লত যেনিবা গা লৰিল। লৰা-লৰিকৈ মূৰৰ পাহকটা দীঘল পকাচুলিখিনি মিহিকৈ আছুৰি, ফুলকলি যেন খোপাৰ গাঠিটো গলধনত পেলাই, লুইত পৰীয়া কহুৱাঁ ফুল যেন বগা ডাঠ গোঁফ কোঁচা ফণিয়াই, মুগাৰ দীঘপাতৰ বাণী দিয়া ছুৰিয়া এখনি ককিলা সজীয়া গাৰ চিঞা ককালটিত লিপিত খুৱাই পিন্ধি, ককালত ফুলাম টঙালি এডালি বান্ধি, ডিঙিত মতামণি এধাৰ আৰু কাণত লংকেৰ এজুৰি আঁৰি লচ্‌পচ্‌কৈ চিংফৌ খহুৱা মেলত ওলালহি।" ( কংগ্ৰেছৰ কাচিয়লি ৰ'দত—৭৯ পৃঃ )

আকৌ আন এখন চিত্ৰ চাওক :—

"তেওঁৰ ( শ্ৰীযুত মিহিৰাম খনিকৰৰ ) সাজপাৰকে নো নেচাব কি? ভাৱনা-সৱাহ বা ৰাজহুৱা সকামলৈ যাবৰ হ'লে, নাইবা চ'তৰ বিহুত কণী-যুঁজোৱা গছৰ তলিলৈ গলে, তেওঁ মূৰত পাগ এটা মাৰিব, ডিঙিত মতা-মণি এধাৰ আঁৰিব, খমখমীয়া মুগাৰ চুৰীয়া পিন্ধি থোৰটো গোৰোহা লেটাই লব। গাত গুণাঠমৰা ( কাপোৰৰ জলাম ) এৰি-চাপকনটো পিন্ধিব আৰু গুণা-ফুলীয়া কাপোৰখন জাপিজুপি তাৰ ফুলটো উলিয়াই কাণত পেলাই লব।" ( কং, কা, ৰ', ১০ পিঠি )।

এয়া হ'ল সাজপাৰ, ধৰণ-কৰণৰ কথা। সেইখন সমাজৰ

"ভালেখিনি মিলগত নগৰৰ পৰা" আধুনিকতাৰ বা-বাতৰি নোপোৱাকৈ থকা একোজনহঁত 'জুৰমণ বড়া'ৰ জীৱনযাত্ৰাৰ দৰ্শনো শৰ্চাকৈয়ে হিয়া-মন জুৰ কৰি নিয়া। শৰ্মাৰ ৰচনাত প্ৰকাশ হোৱা জনৈক ভেলেক ভুৱৰাৰ জীৱন-দৰ্শন চাওক :—

"ভেলেক ভুৱৰা নামৰ এজন মানুহ আছিল। এওঁৰ দৰে দেখাত হোজা, কথাত পাকৈত ধৰ্ম্মিষ্ঠ মানুহ পোৱা টান। আমাৰ চেমনীয়া কালতে তেওঁক যেনেকুৱাটো দেখিছিলোঁ, ছকুৰি বছৰ পাৰহৈ যোৱাৰ পিছতো ঠিক তেনেকুৱাই দেখিলোঁ। জাৰ-জহ, হেমন্ত বসন্ত কতটা আহিল, গ'ল। জগতৰ মানুহ ডুহুহ, নীতি-কাণ্ঠা, পিন্ধন উৰণৰ গঢ়ো কত সলনি হৈ গ'ল। ভেলেক ভুৱৰাৰে কিন্তু সেইবোৰৰ একো এটাই সলনি হব নাজানিলে। ঘামকালি কাণত চেলেঙখন আৰু জাৰকালি ছুছুৰলীয়া এৰিয়া কাপোৰখন গাত ছাটি মাৰি লৈয়েই মৰিবৰ দিনলৈকে ওচৰ-সমীপৰ গাওঁহে নেলাগে দূৰণি বটীয়া নগৰতো ভ্ৰমি ফুৰিলে! গুৱালে গাখীৰত পানী দিয়ে, সকলোৱে জনাকথা। "আমাৰ গুৱালে" ( ভেলেক ভুৱৰাই ) হলে, এনখ পানীও গাখীৰত নিমিহলায় আৰু গাখীৰৰ দামো নবঢ়ায়। যুদ্ধৰ দিনত গাখীৰৰ সেৰে চাৰি অনা হৈ গ'ল। তথাপি তেওঁ এক অনা পইচাও নবঢ়ালে—যি ভুই অনা ভুই অনাই থাকিল।" ইত্যাদি ( কং, কং, ৰ', পৃঃ—১০৩—৪ )।

এইবোৰ কথা সাধুকথা নহয় বাস্তবেই। কিন্তু কালৰ গতিত সকলো বৈশিষ্ট্যৰে সেই সমাজখন আজি ক্ৰমাৎ অন্তৰ্হিত হবলৈ ধৰিলে। যি বা ভুই এজন সেই সমাজৰ এতিয়াও আছে, সেই কিজনৰ লগত আজিৰ সাহিত্যিকৰ ঘনিষ্ঠ সম্বন্ধ দূৰৈত থাওক তেওঁলোক "পুৰণা ছালনৰ" হৈ মাত্ৰ দিন গণিব লাগিছে—সেই ৰামো নাই, অযোধ্যাও নই।

শৰ্ম্মা ভাঙৰীয়াৰ ভাষাৰ প্ৰধান গুণ হৈছে ওজস্বিতা। আধুনিক অসমীয়া সাহিত্যত শৰ্ম্মাৰ ভাষাৰ ওজস্বিতা একক আৰু অতুলনীয়।

আত্মবিলোপ নষ্টই মুমূৰ্ষ হৈ থকা চেতনাবিহীন পাঠক বা শ্ৰোতাজনকো শৰ্মাৰ ভাষাই চেতনা সঞ্চাৰ কৰি আত্ম-প্ৰত্যয়ৰ সুধা ঢালি জীৱন্ত আৰু শক্তিশালী কৰি তোলে। পাহৰণিৰ গৰ্ভত লুকাই থকা অতীত টোৱেও জলন্ত মূৰ্ত্তিৰে দেখা দিয়ে। বেণুধৰ শৰ্মা বুৰঞ্জীবিদ্জনৰ ধৰণগুনি অনস্বীকাৰ্য্য। কিন্তু এইবুলি ক'লেও অধিক কোৱা নহব যে শৰ্মাৰ নাম লোৱা মাত্ৰকে অসমীয়া সাহিত্যৰ পাঠক বা শ্ৰোতাৰ মনত বুৰঞ্জীবিদ মানুহজনতকৈ ওজস্বী ভাষাৰ মানুহজনেহে আগতে ভুমুকি মাৰেহি। তেওঁৰ অন্তত কেতিয়াবা বিষয়বস্তুৰ গুৰুত্ব বঢ়াবলৈ নাটকীয় ভঙ্গিমাৰে লিখা তেখেতৰ বাক্য অতি শক্তিশালী। যেনে:—

"......১৫৮৭ শক ভাদমাহতে গড়গাওঁ নগৰৰ পৰা একলাখ যাঠি হেজাৰ মূল বথুৱা ওলাল দলদোপ হেন্দোল দোপকৈ—বঙাল মাৰিবলৈ।"

নাটকীয় ঘটনাই ক্ৰমাৎ ক্লাইমেক্সলৈ আৰোহণ কৰাৰ দৰে পাঠক-শ্ৰোতাকো বাক্যশাৰীয়ে ওপৰলৈ তুলি দিছে......যেন আমি পাঠক শ্ৰোতাবোৰো বঙাল-বৈৰী লাচিত বৰফুকণৰ সেই সৈন্য সমাবেশৰ লগতে ওলাই গৈছো দলদোপ হেন্দোলদোপকৈ বঙাল মাৰিবলৈ।

আগতেই উল্লেখ কৰা হৈছে যে তেখেতৰ ভাষাৰ ওজস্বিতাৰ আন এটা মূল কাৰণ হৈছে ইংৰাজী বাক্য-প্ৰণালীৰ পৰা মুক্ত বিন্যাস-পদ্ধতি অটুট ৰখা। অভিপ্ৰেত অৰ্থপ্ৰকাশ কৰিব পৰা শব্দ বাক্যত যথাক্ৰমে সন্নিবিষ্ট কৰিব নোৱাৰিলে সেই ভাষা অপ্ৰসন্ন বা লেবেকা হয়। প্ৰতিভাশালী লিখকে অভিপ্ৰেত অৰ্থ প্ৰকাশ কৰিব পৰা অৰ্থ থকা শব্দহে বাক্যৰ কাৰণে চয়ণ কৰে। আমি কেৱল সাজে সময়ে বৰ্জিত শব্দছাতহে ব্যৱহাৰ কৰা একোটাইঁত শাহ বকলা শব্দই শৰ্মাৰ লিখিত ভাষাত চিত্ৰবোৰ কেনে জীৱন্ত আৰু মনোৰম কৰিছে চাওক:—

"আসামৰ এজন ডমকা ফুলীয়া যৌৱনকালত অসম বুৰঞ্জী লেখকে সৰ্বজনতো আৰু ভাবিব পাৰিছিলনে যে সেই আত্ম-প্ৰতিষ্ঠাৰ নিৰ্ভলি

ডাল ছিগি-ভাগি পৰ্‌দ্‌বাৰ্‌ হব, বগচালি দি কুবা জাতি এটাৰ দেশখন শ্মশানশালী হব, ইন্দ্ৰদত্ত হেংদানত মামৰে ধৰিব, বিদেশী বঙালে টিঘিলঘিলাব আৰু জীৱন্ত গড়গাওঁ নগৰখনি যাদুঘৰৰ প্ৰতিমূৰ্ত্তিৰূপ "নিৰ্ব্বাত নিস্কম্প তৰুৱিৰ" জঠৰ লাগি পৰি থাকিব ?" ( নবীণ—৭০ পৃঃ অসমত ফিৰিঙ্গী )।

এই বাক্যশাৰীত ব্যৱহাৰ কৰা যৌৱনৰ আগত ভমকা-ফুলীয়া, জাতিৰ আগত বগচালি দি কুবা, হেংদানৰ আগত ইন্দ্ৰদত্ত, বিদেশী বঙালৰ পাচত টিঘিলঘিলোৱা আদি শব্দবোৰৰ কিছুমান 'খাছ' খুব-প্ৰচলিত হলেও, সেইবোৰে লিখকৰ অভিপ্ৰেত চিত্ৰবোৰৰ জেউতি দুগুণে চৰাই তোলাৰ লগে লগে পাঠক বা শ্ৰোতাৰ মনতো অতীতৰ একোটাইঁত চিত্ৰ সজীৱ কৰি তুলিছে। দুখৰ বিষয়, আধুনিক সাহিত্যত "ভমকা-ফুলীয়া" "টিঘিলঘিলোৱা" "বগচালি দি কুবা" আদি শব্দবোৰ বা খণ্ডবাক্যবোৰ অস্পৃশ্য হৈ পৰিছে। অৱশ্যে, এইবোৰৰ যথাযথ প্ৰয়োগৰ ক্ষমতাও আজিৰ লিখকৰ নোহোৱা হৈছে। "সমাজিকতো বাৰু" আৰু "কেতিয়াবা ভাবিব পাৰিছিলনে" এই দুই ঠাইত অলপ জোৰ দি "পজ" ( Pause ) দিয়া হৈছে। ইয়াৰ ফলত যিটো সুৰ পোৱা হৈছে সিয়েই অসমীয়া নিজস্ব সুৰ আৰু তাতেই লিখকৰ আশ্চৰ্য্য ভাবটো সুন্দৰকৈ ফুটি উঠিছে। তদুপৰি 'বগচালি দি কুবা' জাতি এটাৰ দেশখন শ্মশানশালী হোৱা ইন্দ্ৰদত্ত হেংদানত মামৰে ধৰা, বিদেশী বঙালে টিঘিলঘিলোৱা জীৱন্ত গড়গাওঁ নগৰখন জঠৰ লাগি পৰি থকা আদি বাক্যাংশত পৰস্পৰ বিপৰীত ধৰ্মী চিত্ৰৰ সমাবেশত সংঘটিত এই বৈপৰীত্যৰ ( contrast ) দ্বাৰাই পাঠক-শ্ৰোতাৰ অন্তৰত তীব্ৰ চেতনাবোধ সঞ্চাৰ কৰি আওপাকে প্ৰতিৰোধী শক্তিটোক যুদ্ধক্ষেত্ৰলৈ মাতি আনিছে।

শৰ্মা ভাওনাৰ গদ্যত অসমীয়া প্ৰবাদ-বাক্যৰ প্ৰচুৰ প্ৰয়োগ দেখা যায়। এই বিলাকৰ প্ৰয়োগত তেওঁৰ ভাষা শক্তিশালী, গভীৰ আৰু তাৎপৰ্য্যপূৰ্ণ হৈ উঠে। কেতিয়াবা অধিক লিখাৰ পৰা বিৰত

থাকি ইয়াৰ একোটা চুম্বক-প্ৰয়োগ কৰিয়েই সাকৰা মন্তব্য দাঙি ধৰে। যেনে :—

"বিদেশীৰ কৃপাত আশ্ৰয় লৈয়েই আমি উশাহ লৈছোঁহক। আমি জানো কেতিয়াবা ভাবিছোঁ,

পৰে কি আপোন হোৱে নাৰায়ণ,

শিমলু নহয় চন্দন।" ( মণিৰাম দেৱান )।

ইয়াৰ বাহিৰেও তেখেতৰ গদ্যত মধ্যযুগৰ বুৰঞ্জীৰ উদ্ধৃতিও অসংখ্য দেখা যায়। সেইবিলাক যদিও একোটা স্বকীয়া বিশেষ যুগৰ, তথাপি উদ্ধৃতিবিলাকে উৰ্দ্ধকমাৰ বন্ধনীত সোমাই তেখেতৰ গদ্যত অজীনপাতকী হৈ নাথাকে। বৰঞ্চ জীন গৈ, ন-পুৰণি একেটি সুঁতিতে মিলিজুলি অহাযোৱা কৰে। আধুনিক গদ্য লিখকৰ হাতত এনেদৰে আনযুগৰ উদ্ধৃতি মিলি থকা দেখা নাযায়। দৃষ্টান্ত স্বৰূপে শৰ্ম্মাৰ গদ্যত মধ্যযুগীয়া বুৰঞ্জীৰ উদ্ধৃতি কেনেভাৱে মিলি গৈছে, চাওক :—

"বঙালৰ অধীন হৈ থকাতকৈ মৰাই ভাল। এইবুলি স্বৰ্গদেৱে পাত্ৰ মন্ত্ৰী সকলেৰে আলচ কৰি মোমাই তামুলী-বৰবৰুৱাৰ পুতেক লাচিত ডেকাক বৰফুকণ পাতিলে। বঙালক ধৰিবলৈ সকলো সষ্টম হ'ল। বৰবৰুৱা, ৰাজখোৱা, কাড়ী, হজুৱা, চমুৱা, বিষয়া সকলো সমবেত হ'ল। তেনেতে বাঁহগড়ীয়া বুঢ়াগোহাঁইয়ে সকলোলৈকে চাই মাত লগালে," "সদায় স্বতন্ত্ৰৰজা আমি; বঙালৰ আইচটি আৰু কিমান সহিম? স্বৰ্গদেৱতাই উত্তম বুলিছে। পাৰিত পক্ষে, আজিয়েই যেন মোগলক ধৰিম।" এই কথাৰ পিছতে তেওঁ এষাৰ কথা মহাৰাজক সকৈ ভাবি চাবলৈ ক'লে, 'কুমাৰে চক বেছে, পাইকে হাতত লৈ বজাই চায়, হাতত যদি বাজিলে চাৰিকড়া কড়িকো দিয়ে, চককো নিয়ে। সেয়ে যদি হাতত নেবাজে নিয়েনেকি? বুঢ়াগোহাঁইৰ পৰামৰ্শগুনি, ৰজাদেৱে সেই সভাতে তামদলৈক সুধিলে, বোলে, 'আমাৰ আহিলা পাতি লো কি আছে?" ( দুৰবীণ, ২৯ পৃঃ )।

উক্ত ছেদত কেইবাটিও উদ্ধৃতি আছে যদিও সেই উদ্ধৃতি, আৰু লিখকৰ নিজা লিখাৰ মাজত পাৰ্থক্য বোধ কৰিবৰ সাধ্য নাই। ইয়াৰ কাৰণ হ'ল, শব্দবিন্যাস, শব্দ প্ৰণালী, আৰু প্ৰকাশ ভঙ্গিমাত বুৰঞ্জী-লিখক আৰু শৰ্ম্মাৰ মাজত থকা সামঞ্জস্য।

সকলো সময়ত সংস্কৃত সাহিত্যৰ ওচৰ চপাকৈ নিভাঁজ অসমীয়া শব্দবোৰেও যে উৎকৃষ্ট সাহিত্যিক অলংকাৰ সম্ভৱপৰ হব পাৰে, তাৰ উদাহৰণ শৰ্ম্মাৰ ৰচনাত অলেখ পোৱা যায়। যথা,—

'মাইক' নাই, 'গেলেৰী' নাই, তথাপি ঋষিতুল্য মহাত্মাৰ নিয়ৰৰ টোপাল হেন বাণীয়ে মুখে-পেটে এক মৌলানাৰ মেঘগৰ্জ্জন কণ্ঠস্বৰে আৰু প্ৰভাৱশালী দেশভক্তৰ ৰূপোৱালী ঠলঠলীয়া মাতে গছৰ আগত ওলোমা বাদুলি দি থকা অগণন শ্ৰোতাৰ মাজত ডুবন্ত সাহ উদগনিৰ একোটা কুড় (কুণ্ড) সৃষ্টি কৰিলে।" (কং, কা, ৰ, পৃঃ ৭)।

প্ৰয়োগৰ অভাৱত কালৰ মামৰ লাগি আমাৰ যিবোৰ পুৰণি বৈশিষ্ট্য-পূৰ্ণ শব্দই সমাদৰ লাভ কৰিব নোৱাৰি অসমীয়া সাহিত্যৰ পৰা মেলানি মাগিবৰ উপক্ৰম কৰিছে, শৰ্ম্মাৰ ৰচনাত সেইবোৰে উৎকৃষ্ট স্থান দখল কৰিছে। সেইবোৰ শব্দ যেনে:—"থুলথুলীয়া, বহগাওঁ, টেটকুটীয়া, পিয়াহদৰীয়া, লেকাতলগা, উলমূলাই, অবৈয়া, খৰৌখজৌ, বেগুকুটা, ফুকলি মাৰি, টৌকৃমা, আৰং পথাৰ, (ষ্টেডিয়ম), বাণ্ডি (ভিঃ পিঃ) ঠেম (কুচ-কাৱাজ) সতংজোৰা, ফোৰোহনি মৰা, সজা-সৰকা, ঘঞ্চাল, সলিসিয়ান্, ফুট্-তৰকা, কথা-গৰকা, ফুটমণিয়াৰ, মতৰী, ঢেপৰেপীয়া, পাগচিএগ, ভকৰা, চন্দুৱা পৰা, হামচৈয়া, জয়পতাল, কিলিঙ্খা, ঠাওকাল, উমাজলীয়া (যাৰ জুই-কোমল), ফোপযহী, ওকাইডাং, লামলাকটু"—ইত্যাদি। তেখেতৰ ভাষাত এইবোৰৰ প্ৰয়োগো ভাৱেভাষাই হৃদয়গ্ৰাহী হৈ উঠিছে। আকৌ এফাঁকি তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ,—

"শ্ৰীৰাম ভুঞাৰ সাধুও থুহুতীয়া, হাঁহি-ধেমালী, ৰগৰ-ৰহন উপদেশ এটাইবোৰ ৰসেৰে থুলথুলিয়া।" (কং, কাঃ ৰ, পৃঃ-৯২)

শৰ্ম্মা ডাঙৰীয়া একালেদি নিভাঁজ অসমীয়া শব্দৰ পক্ষপাতী যদিও

সংস্কৃতীয়া শব্দৰ ওপৰত যে তেখেতৰ অহি-নকুল সম্বন্ধ তেনে নহয়। প্ৰয়োজন হলে, সংস্কৃতীয়া শব্দৰ প্ৰয়োগেৰেও তেখেতৰ ৰচনা ওজস্বীপূৰ্ণ, ৰসাল, আৰু তাৎপৰ্য্য পূৰ্ণ কৰি তোলে। যেনে :—

"ৰাজবংশ আছে ৰাজ্যবৰ্দ্ধনৰ শক্তি নাই। সমৃদ্ধি সকল আছে যুগুতাবৰ সামৰ্থ্য নাই। অস্তিত্ব আছে লিও জড়। জড়-ভৰত হৈ জীয়াই আছে মাথোন ধাৰাবাহিকৰূপে গঠিত হৈ অহা দূৰ ভৱিষ্যতৰ মহৎ আকাঙ্ক্ষা এটি।"—দূৰবীণ-৫১ পৃঃ

সচাঁ কথা, বেণুধৰ শৰ্ম্মা "সময়ে পূৰণি কৰিব নোৱৰা, অসমীয়া সাহিত্যৰ এজন প্ৰতিভাশালী লিখক।" পৰাধীনতাৰ পাটমাদত পৰি দ-লৈ পোত খাই যোৱা স্বাধীনতাৰ পাতকাই পৰ্ব্বতটো" আকৌ গগণ চুম্বী কৰিবলৈকে শৰ্ম্মা ডাঙৰীয়াৰ নিচিনা সাহিত্যিক অসমীয়া সাহিত্য ক্ষেত্ৰত আৰু লাগে। অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিবলৈ শৰ্ম্মা ডাঙৰীয়া দীৰ্ঘজীৱী হওক—এয়ে আমাৰ কামনা আৰু প্ৰাৰ্থনা।

---

# বেণুধৰ শৰ্ম্মা

॥ চিনাকি মানুহজন ॥

শ্ৰীটাগাং টাকি

১৯৫৯ চনৰ কথা। সেই বছৰৰ এপ্ৰিল মাহত নগাৱঁত অসম সাহিত্য সভাৰ সপ্তবিংশতিতম্ অধিবেশন বহিছিল। সেই সভালৈ মই প্ৰথম বাৰৰ বাবে নেফাৰ বিশেষ প্ৰতিনিধি হিচাবে যোগদান কৰিছিলোঁ। মোৰ মনত আছে—১৮ এপ্ৰিলৰ দিনা পুৱা ৮ বজাত কাৰ্য্যনিৰ্ব্বাহক সভালৈ মোকো মাতিছিল। সেই সভাত বহি থাকোতে মোৰ বাওঁফালে বেতৰ শকত লাঠি এডাল লোৱা এজন বয়সীয়াল লোক বহা দেখিছিলোঁ। মই আসনত বহাৰ লগে লগে মোৰ অলপ ওচৰ চাপি মানুহ জনে মোক সুধিলে—"তোমাৰ নাম কি?" মই মোৰ নাম কলোঁ। তাৰ পিছত দুই এটা সৰু-সুৰা প্ৰশ্ন তেখেতে কৰিলে। কথাৰ পাতনি নেমেলাকৈ মই তেখেতৰ প্ৰশ্নৰ উত্তৰবোৰ মাথোন চমুকৈ দি গৈছিলো। মাজতে যেতিয়া তেখেতে নিজৰ নাম মোক কলে—তেতিয়াহে মোৰ মনলৈ চেতন আহিল,--আৰু ভাবিলো—যে সেইজনেই নেকি এইজন—যিজনক মই আগৰ পৰাই লগ পাবলৈ ইচ্ছা কৰি আছিলোঁ। আনন্দতে বৰ ভয়-সংকোচেৰে দুই এটা প্ৰশ্ন কৰিলোঁ। এয়া সেইদিনা আছিল শ্ৰদ্ধেয় শ্ৰীযুত বেণুধৰ শৰ্ম্মা দেৱৰ সৈতে মোৰ প্ৰথম সাক্ষাৎ।

সভাৰ কাম চলি থাকোতে আমাক চাহ আৰু চুজি দিয়া হৈছিল। চাহ আমাক সকলোকে দিলে,—কিন্তু তেখেতক নিদিয়া দেখি মই সুধিলো—আপোনাক দেখোন চাহ দিয়া নাই? তেখেত কলে—"মই গাখীৰৰ চাহ নেখাওঁ। ৰঙা চাহহে খাওঁ।" ইতিমধ্যে এটা সৰু

গিলাচত লাল চাহ লৈ আমাক চাহ দিয়া মানুহজনে তেখেতকো আনি দিলে।

দ্বিতীয়বাৰ তেখেতক দেখা কৰিছিলোঁ—১৯৬৫ চনত তেখেতৰ গুৱাহাটীৰ ৰিহাবাৰীৰ ঘৰত। তেতিয়াও মই কিন্তু আজিৰ দৰে তেখেতৰ লগত বিনা ভয়-সংকোচেৰে কথা পতা নাছিলো। তেতিয়াও কথা পাতিছিলো-মনৰ ভয় আৰু সংকোচৰ সানমিহলিৰে।

১৯৬৬ চনত মই যেতিয়া গুৱাহাটী কটন কলেজলৈ পঢ়িবলৈ আহিলো তেতিয়াৰ পৰা তেখেতৰ ওচৰলৈ মই প্ৰায়ে যাওঁ আৰু বিনা ভয়-সংকোচেৰে কথা পাতোঁ। প্ৰয়োজন বুজি আলোচনা কৰো। পিছৰ কালত তেখেতৰ সৈতে মোৰ ঘনিষ্ট সম্বন্ধটো সম্ভৱ হৈছিল—তেখেতৰ ডাঙৰ লৰা অধ্যাপক শ্ৰীঅজিত কুমাৰ শৰ্ম্মা দেৱৰ দ্বাৰা। অজিতদাদাক মই আগৰ পৰাই চিনি পাও কাৰণে গুৱাহাটীত আহি দাদাক দেখা কৰোঁতে পৰিয়ালৰ সকলোৰে সৈতে আপোনভাবেৰে কথা বতৰা হওঁ। তেতিয়াৰ পৰা শ্ৰদ্ধেয় শৰ্ম্মা দেৱৰ সৈতে মোৰ ঘনিষ্ঠ সম্পৰ্ক হয়। তেখেতক মই দেউতা বুলি সম্বোধন কৰোঁ।

আজি প্ৰায় তিনি বছৰ ধৰি তেখেতৰ লগত বিভিন্ন সময়ত বিভিন্ন বিষয়ে কথা-বতৰা আৰু আলোচনা কৰিছোঁ। কেতিয়াবা কলেজৰ পাঠ্য পুথিত নাইবা বাহিৰা কিতাপ আলোচনী আদিত কিবা খুবুজা অসমীয়া শব্দ বা বাক্য পালে তেখেতৰ ওচৰলৈ যাওঁ আৰু সোধোঁগৈ। কিছুমান শব্দ যেনে—"ততুপৰি," 'এজাক এন্ধাৰ' 'এজাক পোহৰ' ইত্যাদি শব্দবোৰ ভুলনে শুদ্ধ ধৰিব নোৱাৰি তেখেতৰ ওচৰলৈ গৈ সোধোঁ। তেখেত বুজাই দিয়ে—"সেইবোৰ অশুদ্ধ। তুমি সেইবোৰ ব্যৱহাৰ নকৰিবা।" কেতিয়াবা কথা কওঁতে কৰবাত ভুলকৈ কলে-তৎক্ষণাত তেখেত শুধৰাই দিয়ে। মোৰ মনত আছে—এদিন গধূলি দাদাক লগ পাবলৈ ঘৰলৈ গৈছিলোঁ। উভতি আহোঁতে তেখেতক বাটতে লগ পালো। মই মাত দিয়াৰ আগে তেখেতে মোক মাত দিলে—"ক'লৈ গৈছিলা ?" মই ক'লো, দাদাক লগ পাবলৈ গৈছিলোঁ-কিন্তু দাদা ঘৰত

নাই। বাইদেউকহে লগ-'কৰিলোঁ'। তেখেত ততালিকে মাত দিলে--"লগ কৰিলো বুলি নকবা—লগ পালোঁ বুলি ক'বা।"

পাহাৰীয়া জনজাতিবিলাকৰ প্ৰতি তেখেতৰ মনৰ বিশ্বাস বৰ গভীৰ। এই বিশ্বাসত কোনো কৃত্ৰিমতা নাই। ইয়াত আছে আন্তৰিকতাৰ গভীৰ বিশ্বাস। এইবোৰ প্ৰমাণ তেখেতৰ কথা-বতৰা আৰু লিখনিৰ পৰাই গম পোৱা যায়। তেখেত প্ৰায়ে মোক নেফাৰ বিষয়ে সোধে,—আৰু সোধে—আদি জনজাতিবিলাকৰ সামাজিক জীৱন ধাৰণৰ সম্পৰ্কে। তেওঁলোকৰ সামাজিক মানদণ্ড কেনেকুৱা—সেইবোৰৰ বুজ লয়। ঘৰতেই হওক বাটতেই হওক, মোক দেখিলেই ধেমালি কৰি মোৰ লগৰীয়াবোৰক মোলৈ আঙুলিয়াই কয়—"এওঁ আদি লৰা।"

এদিন—"আবৰ" -শব্দৰ অৰ্থ মই তেখেতক সুধিছিলো আৰু তেখেতৰ ওচৰত 'আবৰ'-শব্দৰ অৰ্থ সম্পৰ্কত এক সৰু সুৰা তৰ্ক ই জুৰিছিলো এইদৰে,—হেমবৰুৱাকে মুখ্য কৰি অসমৰ কোনো কোনো ডাঙৰ লিখকে আবৰ শব্দৰ অৰ্থ "অসভ্য" বুলি কৈছে। হেমবৰুৱাৰ মতে (বৰ্ত্তমানৰ এম, পি জনৰ কথাকে কৈছো) 'আবৰ' মানে "unknown savages।" কিন্তু আবৰ জাতিটোনো "Unknown Savages"—কেনেকৈ হব? প্ৰকৃততে যিবোৰ জাতিৰ নিজৰ সমাজ গোষ্ঠি, সংস্কৃতি ভাষা একেবাৰেই নাই;— সেইবোৰহে 'অসভ্য'। কিন্তু আদিজাতিৰ (আবৰ জাতিৰ) নিজা সমাজ; সংস্কৃতি, লোৱান সকলো আছে। তেওঁলোকৰ সমাজ ব্যৱস্থা গণতান্ত্ৰিক। তেনেক্ষেত্ৰত 'আদি' জাতিটো কেনেকৈ "Unknown Savages হব পাৰে?— বাৰু, আপোনাৰ মতে "আবৰ" মানে কি? তেখেত মোৰ প্ৰশ্নৰ উত্তৰত কলে—"আবৰ"—মানে যি আনক নবৰে অৰ্থাৎ "unsubmissive"—সেয়ে আবৰ। আবৰ মানে অসভ্য নহয়। আবৰবিলাক অতীতৰ পৰা কোনো জাতিৰ অধীনত নাছিল। স্বৰ্গদেউ সকলৰ সৈতে আবৰৰ সদভাৱ আছিল; কিন্তু কোনো কালছানিও তেখেত সকলৰ অধীনত নাছিল।" পিছত তেখেতৰ "মণিৰাম দেৱান" কিতাপ খনৰ দ্বিতীয় সংস্কৰণ যেতিয়া ওলাল

তেতিয়া কিতাপ খনত মোক দেখুৱাইছিল। আবৰবিলাকৰ স্বৰ্গদেউ সকলৰ লগত যে সদভাব আছিল আৰু তেওঁলোকৰ দুখৰ সময়ত আবৰে সহায়ো কৰিছিল সেই কথা কিতাপ খনত তেখেতে আভাস এটা দিছে। আমাৰ আদি আবৰ বিলাকৰ কথিত বুৰঞ্জীত এইদৰে পোৱা যায় যে কোনো এখন আহোমৰ যুদ্ধত আবৰ বিলাকে- আহোমৰ শত্ৰু সৈন্যক মাৰি সহায় কৰিছিল ;—আৰু আহোম ৰজাৰ সৈতে বন্ধুত্বৰ গাঁঠি কটকটীয়া কৰিছিল। কোনো অসম বুৰঞ্জীতে এই কথা পোৱা নাই।

অসমৰ পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিৰ কথা তেখেতে ভাবে। তেখেতৰ মতে—ৰাজনৈতিক অখণ্ডতাই আনি দিব-অসমৰ একতাৰ বান্ধ। "কুটুমে কুটুমক" শত্ৰুতা আচৰণ কৰিলে 'কুটুমৰেই' সম্প্ৰীতিৰ বান্ধোন সুলকি পৰিব। গতিকে কুটুমৰেই বুকুৰ চেনেহৰ বান্ধোন এনাজৰীৰে কটকটীয়াকৈ বান্ধি ৰাখিবলৈ পৰ্ব্বত ভৈয়াম দুই জাতিৰ মনৰ বুজাবুজি অত্যন্ত প্ৰয়োজনীয়। পৰ্ব্বত ভৈয়ামৰ সম্প্ৰীতিৰ ভূমিকাত দুয়ো জাতিৰ বৈবাহিক সম্বন্ধৰ কথা যে প্ৰয়োজনীয়—সেই কথা এদিন কথা প্ৰসঙ্গত তেখেতক কৈছিলোঁ। এই ক্ষেত্ৰত তেখেত আমাৰ সৈতে একমত।

আমি নেফা আৰু মিছিং লৰাবোৰ প্ৰায়ে তেখেতৰ তালৈ যাওঁ,—আৰু মই লগৰীয়া কিজনক তেখেতৰ সৈতে চিনাকি কৰি দিওঁ। নেফা আৰু মিছিং নাইবা অন্যান্য পাহাৰীয়া লৰাবোৰ দেখিলে তেখেত খুব ভাল পায়। আমাক লৰাবোৰক আগত লৈ তেখেত মুকলি ভাবেৰে কথা বতৰা কৰে ;—আৰু সৰু সুৰা প্ৰশ্ন কৰে। প্ৰশ্নৰ উত্তৰ আনৰ পৰাও শুনে আৰু নিজেও শুনায়। আমাৰ লৰাবোৰক উপদেশ দিয়ে। তেখেত কয়—"মোক লগ পাবলৈ হলে পুৱা ন বজাৰ পিছত আহিবা। তাৰ আগেয়ে নহয়।" কাম থাকক নাথকক গধূলি তেখেত আবেলি ভ্ৰমণলৈ ওলাই যায়েই। গধূলি পাঁচ বজাৰ পিছত তেখেতক প্ৰায়ে ঘৰত নেপায়। সেই সময়তে তেখেত আবেলি ভ্ৰমণলৈ ওলাই গলেই।

মই প্ৰায়ে দেওবাৰৰ দিনা পুৱাহে তেখেতৰ তালৈ যাওঁ। সেই

সময়ত তেখেতক কেতিয়াবা বাবাণ্ডাৰ বেতৰ শকত চকিত বহি ধোঁৱা-খোৱা—হুঁপি থকা অৱস্থাত দেখো। আৰু কেতিয়াবা মেজত কিবা-কিবি লিখি থকা অৱস্থাত দেখা পাওঁ। লিখি থকা অৱস্থাত দেখা পালে মই তেখেতৰ ওচৰত লাহেকৈ থিয় দি মাত লগাওঁ,—মই আহিছোঁ দেউতা। মোৰ মাত শুনি তেখেতে লিখাৰ পৰা মূৰ দাঙি কয়—"তুমি আহিছা? ভাল কৰিলা।" ওচৰত থকা চকি খনলৈ আঙুলিয়াই কয় "বহাঁ।"

সৰু সৰু কাগজৰ টুকুৰাৰ ওপৰত প্ৰায়ে তেখেতে লিখে। মই সেইবোৰ প্ৰায়ে লাৰি-চাৰি চাওঁ, আৰু কি বিষয়ে নো লিখিছে সোধোঁ। তেখেত আনন্দ মনে সেইবোৰ দেখুৱায়। কেতিয়াবা তেখেতৰ ওচৰত বহি মই চাহ খাওঁ—আৰু তেখেতে খায় ধোঁৱাখোৱা। সময় আৰু সুবিধা বুজি অসমীয়া ভাষা সাহিত্যৰ বিষয়ে সোধোঁ। তেখেতে কৈ যায়। বুঢ়ী আইৰ ওচৰৰ অকণ অকণ লৰা-ছোৱালীবোৰে সাধু কথা শুনাৰ দৰে মই তেখেতৰ ওচৰত বহি কথাবোৰ শুনি যাওঁ। কৈ যাওঁতে কেতিয়াবা কিবা নুবুজিলে তেতিয়াই সুধি পেলাওঁ।

তেখেত মানুহজন ইমান সহজ আৰু সৰল। নেদেখা মানুহে হয়তো কল্পনাও কৰিব নোৱাৰে। তেখেতৰ এই সহজ আৰু সৰলতাৰ বাবে সঁচাকৈয়ে মই তেখেতৰ সৈতে ইমানখিনি ঘনিষ্ঠতাৰ সম্বন্ধৰ পাকত পাক খাই আছোঁহি। তেখেতৰ সৈতে কথা পাতি আলোচনা কৰি মোৰ খুব ভাল লাগে।

ন-পুৰণি কিতাপ-পত্ৰ, সংবাদ, আলোচনী আদিৰে তেখেতৰ কোঠালিৰ আলমিৰা ভৰি আছে। পুৰণি কাগজ-পত্ৰ, বাতৰি-কাকত আলোচনী আদি অৰ্থাৎ যিবোৰ বস্তু আজি-কালি বাহিৰত সতকাই পোৱা নেযায় অথচ মূল্যবান, তেনেকুৱা বস্তুবোৰ তেখেতৰ আলমিৰাত পোৱা যায়। "অৰুণোদই" বাতৰি-কাকতৰ নাম আমি শুনিছো যদিও দেখা নাছিলোঁ। তেখেতৰ আলমিৰাত সেইবোৰ কাকত এতিয়াও যতনে ৰখা আছে। তাৰ উপৰিও "জোনাকী", "বাঁহী", "উষা", বন্তি আদি

পুৰণি আলোচনীবোৰ তেখেতৰ তাত পোৱা যায়। অকল সেইবোৰেই নহয়—কিছুমান মূল্যবান বুৰঞ্জীৰ কিতাপ—যিবোৰ কিতাপ আন কি বিশ্ববিদ্যালয়ৰ পুথি ভঁৰালতো পোৱা নেযায় তেনেকুৱা বুৰঞ্জীৰ কিতাপ তেখেতৰ তাত পোৱা যায়।

১৯৬৮ চনৰ ১৬ নবেম্বৰৰ দিনা তেখেত ৭৪ বছৰ পূৰ্ণ কৰি ৭৫ বছৰ বয়সত ভৰি দিলে। ৭৪ বছৰ বয়সতো তেখেত ঘৰত এনেই এলেহুৱা হৈ বহি নেথাকে। ডেকা এজনৰ দৰে খোজ কাঢ়ে। আজিও তেখেতৰ কাপ বন্ধ হোৱা নাই। পাহাৰীয়া নিজৰাৰ দৰে আজিও তেখেতৰ লিখনি ওলাই আছে। আজি তেখেতৰ ৭৫ বছৰ জন্মৰ দিনা মই তেখেতলৈ মোৰ আন্তৰিক অভিনন্দন জনাইছোঁ,—আৰু পৰম পিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যেন তেখেতক ভগৱানে শতাধিক বছৰ আমাৰ মাজত আৰু জীয়াই থাকিবলৈ শক্তি প্ৰদান কৰে।

---

# বেণুধৰ শৰ্ম্মাদেৱৰ ভাষা

ডঃ উপেন্দ্ৰনাথ গোস্বামী

বেণুধৰ শৰ্ম্মাদেৱ এজন বুৰঞ্জীবিদ। বুৰঞ্জীমূলক ঘটনাক লৈ তেখেতৰ বহুখিনি ৰচনা যুগুত কৰা হৈছে। সেইবোৰত বুৰঞ্জীৰ নিচিনাকৈ কোনো ব্যক্তি বা কোনো এটা ঘটনা সম্পৰ্কীয় খুঁতি-নাতি, সৰু-বৰ সকলো কথাৰ আলোচনা তেখেতে দাঙি ধৰে। তেখেতৰ বাক্যবোৰ সচৰাচৰ মিশ্ৰবাক্য। প্ৰথম দৃষ্টিত চালে কোনো কোনো সময়ত তাৰ ভিতৰলৈ সোমাবলৈ মন নোযোৱাৰ নিচিনা হয়। কিন্তু এবাৰ প্ৰবেশ কৰিব পাৰিলে ভাষা আৰু শৈলীৰ নিজস্ব সোৱাদে পাঠকক নতুন আনন্দ দান কৰে। বুৰঞ্জীৰ ভাষাৰ নিচিনা তেখেতৰ ভাষাতো নানা-ধৰণৰ শব্দৰ প্ৰয়োগ দেখা যায়। সেইবোৰৰ কিছুমান কথিত ভাষাৰ শব্দ, কিছুমান সংস্কৃতীয়া, কিছুমান প্ৰাচীন অসমীয়াৰ শব্দ, কিছুমান বিদেশী শব্দ আৰু কিছুমান নিজে সজাই লোৱা শব্দ। উদাহৰণ স্বৰূপে তলৰ বাক্যবোৰলৈ লক্ষ্য কৰিব পাৰি :

বাৰীখন চাৰিউফালে পৰ্ব্বত যেন ঢাপেৰে মেৰোৱা। তাৰ ওপৰতে টাহি ঘনকৈ বোৱা জেওৰা। ৰজাদেৱে বাৰীখনৰ ঠগ দেখি তম্মান্ খাই লগৰ মানুহক সেই বাৰীয়লীয়া মানুহটোক তেওঁৰ আগত ভেটাবলৈ কলে। ...মাগন্তাজনে ইয়াত সাহিত্যৰ সঁফুৰা...পাব। সম্মিলনে তক্ৰাৰ কৰাৰ আৱশ্যক নাই। ...ভিতৰ—কাৰেঙত আবুৰত ৰাখিব লাগিব। ...সাহিত্য সভাই এক্তিয়াৰ লাভ কৰিব লাগে। ...স্বৰ্গদেৱৰ ৰাজ্য যদি বুঢ়াগোহাঞে লখিন্দাৰৰ মেৰঘৰকে কৰিব খুজিছিল, তাত নো আকৌ পিজোৰে চিঠি সৰকাৰ পৰা কুপ্ৰাক্ষ কিয় থৈছিল ? ...তথাপি "মৌনেন সম্মতি লক্ষণ" প্ৰকাশ পোৱা দেখা যায়। ...নিজ দেশৰ ৰাজতন্ত্ৰ পৰিৱৰ্ত্তন কৰিবলৈ পৰদেশীৰ আশ্ৰয় লবলগীয়া হয়।

কেতিয়াবা আকৌ একোটা বাক্য একেবাৰে সংস্কৃতীয়া শব্দেৰে ভৰপূৰ আৰু কেতিয়াবা অসমীয়া শব্দেৰে আঁট খোৱা : "শস্য শ্যামলা অসম ধৰিত্ৰীৰ বুকুত বিপুল অৰ্থ সম্পদৰ অনন্ত আকৰ তন্দ্ৰাৱস্থাত তলপৰি আছে।" ইফালে, "ইংৰাজী ১৮০৬ চন! ক্ৰমাৎ দেশখন সুথিল হৈ আহিছে মাত্ৰ। আহিব-যাবলৈ ৰেল-জাহাজ নাই। লেখালেখি কৰিবলৈ ডাকঘৰ নাই। এঠাইৰপৰা আন এঠাইলৈ যাবলৈ হলে হাঁহ-পাৰ মাৰি এদনীয়া হৈ ওলাই যাব লাগে।" "জয়ে-জয়ে অসমৰ তালু শদিয়াত যীচু খৃষ্টৰ পুণ্যপ্ৰেমৰ শঙ্খত ফুঁক দিব পাৰিছিল।" "ৰঙ্গিলী সঁচাসঁচিকৈয়ে ৰঙ্গিলী আছিল—আঙ্গুলী পাজীসেৰী, গা কেতেকী-কঁকাল। হাত-ভৰি, পুৰঠ গাল আৰু সাপৰ নেগুৰ যেন চুলিতাৰে ৰঙ্গিলীক তুলি ধৰিছিল।" সংস্কৃত-অসমীয়া মিহলি শব্দেৰে ৰচা বাক্য : বেজবৰুৱাৰ জীৱন সন্ধিয়া ডাঠ হৈ আহিছে। আৰু মই কৈশোৰ-যৌৱনৰ দুৱাৰ-ডলিত ভৰি দিছোঁ।

জতুৱা ঠাঁচ, প্ৰৱাদ-বচন আদিৰ উপযুক্ত স্থানত প্ৰয়োগ, শৰ্ম্মা-দেৱৰ ভাষাৰ এটা চকুত লগা বিশেষত্ব। তেখেতৰ ভাষাত "মানুহজন কথাবতৰাত পাগত উঠা। দুয়োঘৰ সিৰফুটা। মানুহৰ নিদানে বিৰ দিও বাট পাবলৈ নোহোৱা হয়। বোলে, বেৰৰো কাণ আছে। জীৱনত ছেগ এবাৰ হে আহে। এতিয়া সেই ৰামো নাই অযোধ্যাও নাই। "ৰাইজেই ৰজা, জাতিয়েই গঙ্গা, ৰাইজ নহলে কিহৰ ৰজা?" সঁচা কথা, যি লাই বাঢ়িব দুপতীয়াতেই চিন। মাউখে উটিলে গুড়ি পকৱাবো যে মৰণ নাই, এয়ে তাৰ প্ৰমাণ। গছ নোহোৱা ঠাইত এৰা গছেই বৰ গছ। উঠোঁতেই বুকুৰে ধান বানিবলৈ ধৰিলে। পদূলি গুড়াৰ শাৰীত নাম লগাই এনেয়ে বহি আছোঁ। স্কুল ঘৰটো কাঁহ পৰি জীণ গ'ল। শিক্ষক সকলো বেঙেমূতা গৰুৰ দৰে কঁপি থাকিব। বাটত পালোঁ কমাৰ দা গঢ়ি দিয়া আমাৰ।"

তেখেতৰ স্বৰচিত বাক্য কিছুমান প্ৰৱাদ বাক্যৰ শাৰীলৈ উঠিছে। তলত তাৰ কেইটামান উদাহৰণ দিয়া হ'ল :

(ক) ৰাজছত্ৰ আৰু ব্যক্তিগত স্বাৰ্থ ৰাজনীতিৰ তুলাচনীত সমানে জুখিব নোৱাৰি।

(খ) মানুহ দুৰ্ব্বল হলে হিতাহিত জ্ঞানৰ অভাৱ হয়, সামান্য লেজুডালতে কেঁটীসাপৰ বিভীষিকা দেখে।

(গ) সমানে সমানক অৱজ্ঞা কৰাতকৈ মহা অনিষ্টৰ এক্যো হব নোৱাৰে—বিশেষকৈ দেশ-শাসনত।

(ঘ) ৰজাৰ পুতেক ৰজা হোৱা আমাৰ দেশৰ নিয়ম।

(ঙ) এইখন অসম দেশ, ইয়ালৈ সোমোৱা বিদেশী মাত্ৰৰেই অভিপ্ৰায় মন্দ।

(চ) কঠোৰ ত্যাগ আৰু একতা নহলে দেশ কেতিয়াও স্বাধীন নহয়।

(ছ) বল যাৰ চল তাৰ।

(জ) অত্যাচাৰ সহিব পাৰি, সন্তাপ কিন্তু কলৈ যায়?

(ঝ) বিদেশীলৈ অশ্ৰদ্ধা অসমীয়াৰ বাপতি সাহোন। জাকত জীণ যোৱা বিদেশীলৈ যে শ্ৰদ্ধা সিও অসমীয়াৰ বাপতি-সাহোন।

(ঞ) অন্তৰ মৃগ-পহু যেন শান্ত, বাহিৰ বাঘ যেন ভয় লগা।

নিপুণ লেখকৰ ৰচনাত আপোনা-আপুনি ভাষা আলঙ্কাৰিক হৈ পৰে। শৰ্ম্মাদেৱৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। "ৰাজবংশ আছে; ৰাজ্যবৰ্দ্ধনৰ শক্তি নাই। সমৃদ্ধি সমল আছে, যুগুতাবৰ সামৰ্থ্য নাই। অস্তিত্ব আছে-সিও জড়।" এইটো বিশেষোক্তি অলঙ্কাৰৰ নিদৰ্শন। "চাওডাঙ্গৰ চন্দৰ শইকীয়াৰ চকু কাঢ়িলে, বলোৰামক খুমেৰে খুন্দিলে। গুৰুদত্ত চাংকাকতীৰ বাওকাণ কাটিলে, ধনাইক শালত চেপিলে, লুতুমক কৰতেৰে কটোৱালে।" ইয়াত প্ৰয়োগ হোৱা অলঙ্কাৰৰ নাম সাৰ বা আৰোহণ। ইয়াৰ ওলোটা গতিত অৰ্থাৎ ক্ৰমে উচ্চৰপৰা নিম্ন স্তৰলৈ ভাৱে গতি কৰা দেখুৱাক অৱৰোহণ বুলিব পাৰি। শৰ্ম্মাদেৱৰ ভাষাত: "অসমৰ এনে ভমকা ফুলীয়া যৌৱন কালত অসম বুৰঞ্জী লেখকে সমাজিকতো ভাবিব পাৰিছিল নে যে

সেই আত্ম-প্ৰতিষ্ঠাৰ শিকলি ডাল ছিগি-ভাগি থানবান হ'ব, ৰণচালি দি ফুৰা জাতি এটাৰ দেশ এখন শ্মশানশালী হ'ব, ইন্দ্ৰদত্ত হেংদানত মামৰে ধৰিব, বিদেশী বঙ্গালে টিঘিলঘিলাব আৰু জীৱন্ত গড়গাওঁ নগৰখনি যাদুঘৰৰ প্ৰতিমূৰ্ত্তিৰূপে "নিৰ্বাত-নিষ্কম্প তৰুৰিব" জঠৰ লাগি পৰি থাকিব।"

কেতিয়াবা বিপৰীত ধৰ্মী ভাব দুটা একে বাক্যত প্ৰকাশ কৰি পৰিস্থিতিটো বেছি গভীৰকৈ দেখুৱাৰ প্ৰচেষ্টাও দেখিবলৈ পোৱা যায়; যেনে, "ল'ৰা চন্দ্ৰকান্ত ল'ৰা-ধেমালিত, মগ্ন, বুঢ়া পূৰ্ণানন্দ আপোন-অভিলাষ পূৰোৱাত ব্যস্ত।" শব্দ-প্ৰয়োগৰ স্বকীয়তা শৰ্ম্মা-দেৱৰ ভাষাৰ আন এটা আকৰ্ষণ। তেখেতৰ লেখাত আছে: ভাগ্য-কেঁকুৰি, নিঘূণী নেতৃত্ব, আউলীয়া সমস্যা, লগনীয়া কথা, সুৰৰ্ণ সুযোগ ইত্যাদি। যুৰীয়া শব্দ হিছাপে পাওঁ: দীন-দৰিদ্ৰ, থান-থিত, বন-বাৰি, ভেম-অহঙ্কাৰ, দ্ৰব্য-বস্তু, জেঙ্গা-জঞ্জাল, লাখ-বিলাখ, হেজাৰ-বিজাৰ ইত্যাদি। দুটাতকৈ অধিক শব্দৰ সংযোগ ঘটাই একোটা পদ কৰা বা দীঘল সমাসযুক্ত শব্দৰ ব্যৱহাৰ আন এটা উল্লেখনীয় প্ৰয়োগ; যেনে, বাৰুৰতিক বাৰু চলাবলৈ কৈ, ৰূপ—কাপোৰ—তিৰোতা—গাখীৰ—মাছ—লোণ—চাউল দি উৎসাহ বঢ়াবলৈ ধৰিলে।

বাক্যাৰণিক আৰু আন প্ৰয়োগ কিছুমানতো শৰ্ম্মাদেৱৰ নিজস্ব ভঙ্গী দেখা যায়। উদাহৰণ স্বৰূপে এইবোৰ লব পাৰি: সকলোটিৰ ভিতৰত, চাৰিউফালে, ভনীয়েকেসৈতে, তিকতাইঁত, আটাইকেউটাৰ, খোওৱালে, খোৱালে, পঢ়ুউৱা, মোমাই তামূলীৰে যুগুতি হৈ, লুইতে তেজ বৈ গ'ল, কাম খতি কৰি, গলত কাপোৰ মেৰাই, অসমীয়া বুৰঞ্জীৰ আধ্যা পেলাওঁতা, নানান্ তৰহৰ, উকীলেসৈতে, বেজবৰুৱাৰে-সৈতে, কোনোৰ চকু কঢ়া হ'ল, কোনোক বনলৈ খেদা হ'ল, আলিয়েদি যোৱা কোনোবা, এইৰূপে, তেওঁবিলাকৰ, এওঁবিলাক, যিসকল, গতিকেই, সোমাই থকা-দি, চিপাহীবিলাককো, তস্মান্ খাব লাগে, জাতীয়তাৰ টোপানীতি, জনদিয়েক, চকাচন্দা পোহৰ, 'পদব্ৰজৰ বাজন' শুনি, মই

গ'লত তেওঁ মোক···বুজনি দিছে, আজি চুৰিয়া পিন্ধি দেখিলত হাঁহি এটা ওলাইছিল। চৌধুৰীকে প্রমুখ্য কৰি, গা কঁটালিবৰ হ'ল। শৰ্ম্মাদেৱে ব্যৱহাৰ কৰা শব্দবোৰৰ কিছুমান নামনি অসমৰ কথিত ভাষাৰসৈতে ৰূপ আৰু অৰ্থৰ পিনৰপৰা একে; যেনে, থান-থিত, বন-বাৰি, সাঁজ লাগ, গল, নানান্‌, তেহে, ফিকি, ঠগ ইত্যাদি।

ওপৰৰ আলোচনাত সংক্ষিপ্তভাৱে শৰ্ম্মাদেৱৰ ভাষাৰ বৈশিষ্ট্য কিছুমানলৈ আঙুলিওৱা হৈছে মাত্র। তেখেতৰ বিভিন্ন ৰচনাৰাজিৰ মাজৰপৰা আৰু বহুতো কথা উলিয়াব পৰা হব। তেখেতৰ ভাষা আৰু বিশিষ্ট ৰচনা শৈলীয়ে অসমীয়া ভাষা আৰু গদ্য-শৈলীৰ বুৰঞ্জী প্ৰনয়ণত যথেষ্ট সমল যোগাই তেখেতক বিশিষ্ট আসন দান কৰিছে।

# বেণুধৰ শৰ্ম্মা

শ্ৰীঅতুলানন্দ গোস্বামী

কলিকতাৰ হুগলীৰ দাঁতিত ষ্ট্ৰেণ্ড ৰ'ডত থকা' মেটকাফ্ হলটো ৰোমীয় ভাস্কৰ্য্যৰ আৰ্হিত সজা। গহীন। যাওঁ বুলিয়েই "ঘপহকৈ সোমাই যাবলৈ পোন প্ৰথম বাৰত হাজাৰ জনা-শুনা মানুহ হওক অলপ সঙ্কোচ লাগিবই। এই 'হল'তে আছিল বিখ্যাত ইম্পিৰিয়েল লাইব্ৰেৰী। এতিয়াৰ কথা হোৱা হলে অৱশ্যে কথা সুকীয়া অছিল। ১৯১৭ চনৰে কথা। 'হল'টোৰ দুৱাৰ মুখতে এখন্তেক থমক খাই ৰৈছিল এদিন অসমীয়া ডেকা এজন। কলিকতাত পঢ়িবলৈ যোৱা চফল ডেকা। বুকুত অপাৰ উত্তম আগ্ৰহ।

দিনটোলৈ প্ৰবেশপত্ৰ এখন পোৱা সহজ। তাকে লৈ তেতিয়াৰ ডেকা, আজিৰ চৌসত্তৰ বছৰীয়া বেণুধৰ শৰ্ম্মা লাইব্ৰেৰীলৈ সোমাই গল। দুবছৰ মান পিচত অনুসন্ধান কৰিব লগীয়া হল ফাৰ্চী সাহিত্যত অসম বুৰঞ্জীৰ সমল।

১৯১৮ চনত ডিব্ৰুগড়ত বহা অসম-ছাত্ৰ-সম্মিলনৰ এখন অধিবেশনত তাৰে উকীল মৌঃ ফৈজনুৰ আলীয়ে তেনে সমলৰ ওপৰত প্ৰবন্ধ লিখোঁতা এজনলৈ ৫০ টকীয়া পুৰস্কাৰ এটা আগ-বঢ়াইছিল। এইজনা উকীলৰ উদগনিয়ে যোগোৱা ভৰসাৰে শ্ৰীযুত শৰ্ম্মাই অসমৰ অতীত বুৰঞ্জী খুচৰিবলৈ আগবাঢ়ি গল।

প্ৰবন্ধটি লিখিলে শৰ্ম্মাই। লগে লগে ইম্পিৰিয়েল লাইব্ৰেৰীৰ নিছাই লাগ দিলে। লাইব্ৰেৰীয়ানক নিজকে গবেষণাৰ ছাত্ৰ বুলি চিনাকি দি এদনীৱাকৈ প্ৰবেশ পত্ৰ এখন যোগাৰ কৰি ললে। এই বেলি ঠিক কৰিলে বাহিৰত কেৰে ভালকৈ নজনা অসমৰ নিখুঁত প্ৰতিকৃতি দাঙি ধৰা বুৰঞ্জীৰ ঘটনাৱলী লিপিবদ্ধ কৰি প্ৰচাৰ কৰিব

লাগিব। কাৰণ সেইবোৰ নজনাৰ বাবেই অসমৰ বিষয়ে অতি অজ্ঞ মনোভাব লৈ থাকি বাহিৰৰ কোনেও আমাক চিনি পাবলৈ চেষ্টাই নকৰে। তেনেতে শৰ্ম্মাৰ চকুত পৰিল কোনোৱা এটা পুৰণি সংখ্যাৰ "হিন্দুপেট্ৰিয়ট" নামে কাগজত '৫৭ চনৰ বিদ্ৰোহৰ কথা উল্লেখ কৰোতে সম্পাদকে অসমক ভীৰু, তিৰীমতি প্ৰদেশ বুলি মন্তব্য কৰিছে। (There was a slight commotion in the effeminate province of Assam). বহুত সহপাঠী বন্ধুৱেও কেতিয়াবা প্ৰশ্ন কৰি শৰ্ম্মাক ব্যতিব্যস্ত কৰিছিল—অসমত নন্দকুমাৰ আদিৰ দৰে স্বদেশপ্ৰেমী শ্বহীদ আছে জানো বুলি।

আছে। শৰ্ম্মাই মুখেৰে উত্তৰ দিলে। হাতে কামে লাগিল তাক প্ৰতিপন্ন কৰি দেখুৱাবৰ বাবে। ১৯২০ চনত চিটী কলেজত বহা এ. এছ. এল ক্লাবৰ অধিবেশনত প্ৰথম বাৰৰ বাবে মণিৰাম দেৱানৰ স্মৃতি সভা এখনৰ আয়োজন কৰি, উলাহেৰে পাতি তাতে "৫৭ ছাল" নামে এটি প্ৰবন্ধেৰে মণিৰাম দেৱানৰ চমু জীৱনী আৰু সেই স্বাধীনতা সংগ্ৰামত অসমত আনৰ লগত তুলনা নোহোৱা সক্ৰিয় সহযোগৰ বিষয়ে আলোচনা কৰে।

শ্ৰীশৰ্ম্মাৰ মতে সঁচা কথা কবলৈ হলে "১৯২০ চনতে অসমীয়া ছাত্ৰই স্বাধীনতা যুদ্ধৰ কথা উপলব্ধি কৰিছিল আৰু তাত সংশ্লিষ্ট থকা লোক সকলৰ বিলুপ্ত স্মৃতি উদ্ধাৰ কৰিবলৈ দৃঢ় সংকল্প কৰিছিল।"

এনে এটা সংকল্প সাৰোগত কৰিয়েই শ্ৰীযুত শৰ্ম্মাই সেই প্ৰবন্ধটিকে বহলাই বিখ্যাত "মণিৰাম দেৱান" গ্ৰন্থ লিখি উলিয়ায়। তাকে কৰোতে শৰ্ম্মাক ত্ৰিশ বছৰ সময় লাগিছিল। তাতে অনুমান কৰিব পাৰি এই কামৰ বাবে কিমান পৰিশ্ৰম আৰু যত্ন কৰিব লগা হৈছিল। "মণিৰাম দেৱান" শৰ্ম্মাৰ জীৱনৰ আটাইতকৈ মূল্যবান সৃষ্টি আৰু সিয়ে সম্ভৱ অসম বুৰঞ্জী সাহিত্যৰো সেই বিষয়ৰ আটাইতকৈ মূল্যবান গ্ৰন্থ। কেবা ফালৰ পৰা কথাটো সঁচা। এনে ধৰণেৰে মণিৰাম দেৱানৰ দৰে দেশপ্ৰাণ, সূৰ্য্যসন্তাশ বিচক্ষণ ৰাজনীতিজ্ঞ

পুৰুষৰ জীৱনীৰ মাজেদি গোটেই অসমৰ সমসাময়িক সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক বুৰঞ্জী আজিলৈকে প্ৰণীত হোৱা নাই। আৰু শ্ৰীযুত শৰ্ম্মাই যি ধৰণে পৰিশ্ৰম কৰি নোযোৱা ঠাইলৈ গৈ নোপোৱা বস্তু বিচাৰি উলিয়াই ইংৰাজ আমোলত ডেও-পাৰি মৰিলেও, চাবলৈ নিদিয়া চৰকাৰী নথি-পত্ৰ চাই নকল কৰি কতো আঁৰ নোহোৱাকৈ এই গ্ৰন্থ ৰচনা কৰিলে, তুলনা কৰিবলৈ তেনে প্ৰচেষ্টা আমি দেখা নাই। কলিকতাৰ ইম্পিৰিয়েল লাইব্ৰেৰী বা পাটনাৰ খুদাবক্স লাইব্ৰেৰীতে সমল বিচাৰি শৰ্ম্মা সন্তুষ্ট হোৱা নাছিল। ইংলণ্ডৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ পৰা ডাকযোগে কিতাপ পত্ৰ অনাইও চাবলৈ সুবিধা কৰি লৈছিল। যোৰহাটৰ কাছাৰী ঘৰত, শ্বিলঙৰ চেক্ৰেটেৰীয়েটত আগ্ৰহশীল প্ৰতিপত্তি থকা মানুহৰ সহায় লৈ কি দৰে ছল-চক্ৰান্ত কৰি—তেতিয়াৰ অতি গোপন কাগজপত্ৰৰ হুবহু নকল এই কিতাপত সন্নিবিষ্ট কৰা হৈছে অকল মণিৰাম দেৱানৰ এত্‌লা কেইখন। পঢ়ি চালেই কথাটো ধৰিব পাৰি।

এই অক্লান্ত পৰিশ্ৰমৰ ফলস্বৰূপে শৰ্ম্মাই কি পালে আমি নাজানো। কিন্তু "মণিৰাম দেৱানে" অসমীয়া সাহিত্যলৈ যে কেৱল এটি আপুৰুগীয়া সম্পদেই দিলে এনে নহয় ই অসমৰ পৰাধীন যুগৰ বুৰঞ্জীলৈ এটা সম্মানো আনি দিলে। কাৰণ মণিৰাম দেৱানৰ তেজস্বী ব্যক্তিত্ব, তেওঁৰ বিচক্ষণ ৰাজনীতিজ্ঞান, দূৰদৰ্শিতা আৰু স্বাধীন চিতীয়া চৰিত্ৰৰ যোগেদি সেই সময়ৰ অসমীয়া জাতিৰ এটি সম্যক পৰিচয়ও এই গ্ৰন্থই সুন্দৰকৈ দাঙি ধৰিছে। সেই বাবেই শৰ্ম্মাৰ মতে "মই মণিৰাম দেৱান বিশ্ববিদ্যালয়ৰ ডিগ্ৰী পোৱা উচ্চ শিক্ষিত লোকৰ নিমিত্তে লেখা নাই। লেখিছোঁ আমাৰ দেশৰ হাজাৰ-বিজাৰ অসমীয়া মানুহে নিজৰ অন্তৰ-আত্মাৰ মানুহজনক চিনি পাবলৈ।"

এই দৰে এহাতুধীয়াকৈ অসমৰ বুৰঞ্জী সাহিত্য চৰ্চ্চা কৰা শ্ৰীযুত শৰ্ম্মাক বিচাৰি গৈ এবাৰ অধ্যাপক মহেন্দ্ৰ বৰাই লেখিছিল—

"পুৰণি চিঠিৰ ফাইল আৰু পুৰণি পুথিৰ
সাঁচি পাত ঘাটি ঘাটি
বুৰঞ্জীৰ পম খেদে, পুৰাতে মাচিয়াত
বহি উঠে মাজ ৰাতি
ধোঁৱাখোৱা খায় আৰু লিখে ঘনে ঘনে
কপালৰ গাঁঠি থোপা খায়
দুপৰীয়া পালেঙত ঘাৰ্মাচ ভাঙি ভাঙি
লাটিপুতি কৰে ছুটি নাতি।"

মযো এদিন সুধিছিলোঁ এনেকৈ লিখিবলৈ, লিখা কামটোক ইমান শ্রদ্ধা কৰিবলৈ কিহে প্রেৰণা যোগাইছিল তেখেতক। সততকাং একো উত্তৰ নিদি মোক এৰাই গল প্রথমতে। "সেইবোৰ কিবা-কিবি বহুত।" এবাৰ কলে। "জানি কাৰো একো নহয়।" বুজিলো শ্রীযুত শৰ্ম্মাৰ মনত ক'ৰবাত এফেৰা আক্ষেপ আছে। "বাৰু ৰবা, দেখুৱাওঁ তোমাক বস্তু এটা।" বুলি কৈ মোক ভাঙৰ পকাবন্ধা বহী এটা আনি দেখুৱালেহি তেখেতৰ আত্মজীৱনী। যুকিয়াই লিখি গৈছে "যোৱা যাঠি বছৰে কি দেখিলোঁ কি শুনিলোঁ।" শেষ হোৱাই নাই। মই ভালকৈ পঢ়ি চাওঁ বোলোতে নিদিলে, বোলে সম্পূর্ণ হলে চাবা। শিৱসাগৰৰ চাৰিং কাকতি গাঁৱৰ পুৰণি ঘৰৰ ঠিকনাত ১৮৯৪ চনৰ ১৫ নবেম্বৰ ( ১৮৬১ শঁক ৩০ কাতি )ৰ নিজৰ জন্মদিনটোৰ পৰা আৰম্ভ কৰি ডেকা কালৰ এছোৱা লৈকে লিখা হল। মুখেৰেও কৈছিল কেনেকৈ চমাৰ গাঁও পাঠশালাৰ পৰা তিনটকীয়া বৃত্তি এটা পাই শিৱসাগৰৰ হাই স্কুলত নাম লগাই পঢ়িবলৈ যায়, কেনেকৈ তাতে ৱাল্যাশ্ৰম ছাত্র সভাৰ জৰীয়তে কবিতা প্রবন্ধ আদি লিখিবলৈ উদগনি পায় আৰু কেনেকৈ তাতে ৺ভগৱতী প্রসাদ বৰুৱাৰে লগ লাগি "জেউতি" নামে এখন হাতেলিখা আলোচনী উলিয়াবলৈ লয়। "জেউতি" শৰ্ম্মা আৰু ৺বৰুৱাৰ যুটীয়া সম্পত্তি, লিখিছিল তেওঁলোক দুজনেই প্রথমতে। পিছলৈ হে আনবো প্রবন্ধ পাতি উলিয়াই মূল্য

বঢ়াইছিল। "জেউতীতে" শৰ্ম্মা আৰু বৰুৱাৰ 'প্ৰথম সাহিত্য আখৰা বা সাধনা'।

বাল্যাশ্ৰম ছাত্ৰসভাত ৰচনা-কবিতা আদি লিখি পাঠ কৰাটো হেনো ধৰাবন্ধা নিয়ম আছিল। তৰ্কসভাত যোগ দিয়াটোও। সেই ছাত্ৰ সভাতে শ্ৰীযুত শৰ্ম্মাৰ প্ৰথম ৰচনা "প্ৰভু" নামে কবিতা এটি পাঠ কৰা হয়। পিছত সেইটো "আলোচনী"ত প্ৰকাশিত হয়। তাৰ পিছত "জেউতিত" লেখা "হৃদয় ৰাজ্য" নামে ৰচনা এখন "আলোচনী"ত প্ৰকাশ হয়। তেতিয়াৰে পৰা এডেও ডুডেও কৈ আগবাঢ়ি আহি থাকোতে প্ৰথম কিতাপ প্ৰকাশ কৰে ১৯১৮ চনত "ৰবিঞ্চন ক্ৰুছ'"। "ক্ৰুছ'" শৰ্ম্মাই গোৱালপাৰাৰ গিৰীন্দ্ৰ নাথেৰে স'তে লগ লাগি প্ৰকাশ কৰে।

পিছে শ্ৰীযুত শৰ্ম্মাৰ সাহিত্যিক চিনাকিটোকে দি থলে তেখেতক জনাই নহ'ব। যিটো জাতীয় চেতনাৰে তেখেতে মণিৰাম দেৱান লিখিবলৈ কলম হাতত লৈ অসমৰ চুকে কোণে হাবাথুৰি খাই সমল বিচাৰি ঘূৰি ফুৰিছিল সেই চেতনাক কাৰ্য্যকৰী কৰিছিল নিজৰ জন্মস্থান চাৰিং অঞ্চলৰ স্বাধীনতা আন্দোলনৰ উমি উমি জ্বলি থকা জুই কুৰা খুচৰি দি। ১৯২১ চনত বি, এ নিদি কলিকতা এৰি আহি মহাত্মা গান্ধীৰ "গাৱঁত ধৰাগৈ" মন্ত্ৰ সাৰোগত কৰিলে চাৰিঙত। শৰ্ম্মাৰ কথাৰে "হয় অসহযোগেৰে স্বৰাজ লভি দেশ উদ্ধাৰ কৰিম, নহয় ৰাইজৰ সহযোগেৰে গাঁৱকে বৰ নগৰ পাতিম। এই প্ৰতিজ্ঞা কৰিয়েই অলক্ষ অহিংস যোদ্ধাৰ লগত লৰিবলৈ ওলালোঁ অৰ্থাৎ কংগ্ৰেছত সোমাই অসহযোগ আন্দোলন প্ৰচাৰ কৰিবলৈ ধৰিলোঁ।"

এই প্ৰতিজ্ঞা শৰ্ম্মাই কায়মনোবাক্যে পালন কৰিবলৈ চেষ্টা কৰিলে, সেই সময়ত তেখেতৰ দৰে মানুহে চৰকাৰী আয়াসতে পাব পৰা লোভ লগা খিতাপো আওহেলা কৰিলে। এবাৰ পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে তেখেতক বাৰ্ণচ্ চাহাবৰ লগত চিনাকি কৰি দিছিল, চাহাবে মৰম লাগি উপযাচি কৈছিল"—"চাব ডেপুটিৰ কাৰণে দৰ্খাস্ত এখন কৰিবলৈ। শৰ্ম্মাই উত্তৰ দিছিল, "নকৰোঁ, don't want to bind myself hand and foot.

হাতে-ভৰিয়ে বান্ধ খাব নোখোজা শৰ্ম্মাক অসহযোগ আন্দোলনত লগা বাবে চৰকাৰে তিনি মাহলৈ ফাটেকত ৰাখিলে ১৯২২ চনত। আৰু এই আন্দোলনত তেখেতৰ নিজৰ ভাগৰ দিন পঞ্জীৰ উপৰিও তেখেতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস হিচাপে ৰচিত হল – "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত।" "কংগ্ৰেছৰ কাঁচিয়লি ৰদত" শ্ৰীযুত শৰ্ম্মাৰ সাহিত্যিক জীৱনৰ আন এটি কীৰ্ত্তিস্তম্ভ। তেখেতৰ মতে "কোনেও নজনা নুশুনা ধনাই মনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্ত্তনে কেনেকৈ খুন্দিয়াখুন্দি কৰিছিল, আৰু সেই খুন্দিয়াখুন্দিয়ে মোৰ হৃদয়-ৰাজ্যত কেনেকৈ চৌপাশে থকা পৰিবেশৰ পোহৰ পট এখনি চাব মাৰি থৈ গল তাৰে এটি জান-নেজান চিন।"

জান-নেজান্ চিন নহয়, শ্ৰীযুত তীৰ্থনাথ শৰ্ম্মাই কোৱাৰ দৰে 'ই এচৰু ভাতৰ এটা।' ইয়াক পঢ়িলেই সেই সময়ৰ স্বাধীনতা আন্দোলনত গোটেই দেশৰ চুকে কোণে অগণন ৰাইজৰ মনত কেনে মনোভাব পৰিলক্ষিত হৈছিল, গাওঁ-ভূঁইৰ চিনাকি অচিনাকি মানুহে কি বুদ্ধিৰে আন্দোলনটো চাইছিল তাৰ প্ৰকৃত আভাস পাব পাৰি। "মণিৰাম দেৱান" এটা যুগৰ অসমৰ বুৰঞ্জী, কাঁচিয়লি ৰদত" আন এটা যুগৰ। সাহিত্য অকাদেমীয়ে "কাঁচিয়লি ব'দত"ৰ লিখোতা শৰ্ম্মাক ১৯৬০ চনত অকাদেমী পুৰস্কাৰেৰে সন্মানিত কৰে।

সাহিত্যৰ কাম শ্ৰীযুত শৰ্ম্মাই "মণিৰাম দেৱান" আৰু "কংগ্ৰেছৰ কাঁচিয়লি ৰদত"তে শেষ কৰা নাই, বা তেখেতে যে অকল বুৰঞ্জী সাহিত্যকে চৰ্চ্চা কৰিছে এনেও নহয়। তেখেতৰ প্ৰকাশিত অপ্ৰকাশিত আটাইবোৰ কিতাপলৈ চালে এইটো কথাও স্পষ্ট হয় যে অসমীয়া ভাষাৰ জতুৱা ঠাঁচ খণ্ড-বাক্য, মৌলিক অসমীয়া শব্দৰ নিখুঁত চানেকী তেখেতৰ লিখনীতহে পোৱা যায়। ভাষা যিমান সবল আৰু সহজ, শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ ৰচনাভঙ্গীও তেনেকৈ অনুপম। পঢ়ি আউল নলগাকৈ অসমীয়াত কোনে ভালকৈ লিখে বুলি সুধিলে পোনে পোনে কেবল শ্ৰীযুত শৰ্ম্মালৈহে আঙুলিয়াব পাৰি। তেখেতৰ ৰচনাৱলীৰ ভিতৰত এতিয়ালৈকে প্ৰকাশিত

হৈছে 'ৰবিঞ্চন ক্ৰু'ছ', 'ৰাংপতা' ; 'মণিৰাম দেৱান', 'গঙ্গাগোবিন্দ ফুকন', "বঙ্গমুৱা নৌযাত্ৰাৰ আপদীয়া কাহিনী", "দূৰবীণ", "মঙ্গলতীৰ কণ্ঠীমালা", সীমান্ত কেশৰী আব্দুল গফুৰ খাঁ, সাতাৱন ছাল, তুণৰি, The Rebellion of 1857 vis-a-vis Assam, Dr. Wade's An Account of Assam ( সম্পাদিত ), লাতুমণি আৰু "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত।" এতিয়া আৰু এখন কিতাপ ওলাইছে নামটো "অৰ্ঘ্যাৱলী" ; অসমৰ কেবাজনো স্মৰণীয় লোকৰ প্ৰতি জনোৱা শ্ৰীযুত শৰ্ম্মাৰ শ্ৰদ্ধাঞ্জলি।

ইয়াৰ উপৰিও প্ৰকাশ কৰিব লগীয়া হৈ আছে কেইবা খনো কিতাপ, সেইবোৰৰ নাম হল, গোবিন্দ বেজবৰুৱা, বিহুৰ ভোগজৰা, চন্দন চ'ৰা, ঠাই নামৰ বুৰঞ্জী, পটন্তৰৰ পৰ্ব্বতিত বুৰঞ্জীৰ আঁক, জিলমিল, ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী, দক্ষিণপাট সত্ৰৰ বুৰঞ্জী, মৰমৰ কাৰেং আৰু মোক দেখুওৱা তেখেতৰ আত্মজীৱনী "ষাঠি বছৰে কি দেখিলোঁ কি শুনিলোঁ" খন।

ইমানবোৰ কিতাপ লিখোঁতে শ্ৰীযুত শৰ্ম্মাই এতিয়ালৈকে গোটেই জীৱনটোৰ সময় লাগিছিল আৰু অকণো অবাবত খৰচ নকৰাকৈ এতিয়াও প্ৰতিটো দিন তেখেতে লিখোতেই নিয়াইছে। মাজে মাজে এতিয়াও অলৈ তলৈ সভা-সমিতিলৈ যাওঁতে, এপৰ এবেলা বা এদিন দৰকাৰ হলে থাকি আহে, তেনে ঠাইত যদি পুৰণি কাহিনী সাঁচি থোৱা বুৰঞ্জীৰ কিবা পথ থকা যেন দেখে।

এই দৰে ঘূৰি ফুৰি অসমৰ প্ৰায় প্ৰতিখন গাৱঁৰে পৰা শ্ৰীযুত শৰ্ম্মাই অসমৰ সামাজিক আৰু ৰাজনৈতিক জীৱনৰ বহুত সাঁচতীয়া ছবিৰ টুকুৰা গোটাই থৈছে। যলৈকে যেতিয়াই গৈছে তাত দেখা, শুনা, আমোদ লগা বা আঁহ লগা কথা পালেই সৰুটোকা বহীত টুকি থৈছে। এই টোকা বহীখনৰ নাম দিছে "টোকোৰা বাহ"। টোকোৰা বাহটো তেখেতৰ লগত সেই কলেজ এৰাৰ দিনৰ পৰাই আছে।

আমাৰ বিশ্বাস শ্ৰীযুত শৰ্ম্মাৰ "টোকোৰাবাহ"ত আমি চাব নজনা অকণ অকণ কাহিনী বা ঘটনাৰ মাজত অসমৰ বৰ্ত্তমান আৰু ভৱিষ্যৎ বুৰঞ্জীৰ ভালেমান মূল্যবান সমল সোমাই আছে। সেইবোৰৰ মূল্যাঙ্কণ

হয়তো এতিয়াও কৰিবৰ হোৱা নাই। তাৰ যে এটা মলা আছে সি ধুৰুপ। আমি আশা কৰো ভূ-ৰাখোঁতাই এই বিষয়ে খবৰ ৰাখিব।

মেট্ৰিক পাচ কৰাৰ পাচতেই কিছুদিন শ্ৰীযুত শৰ্ম্মাই যোৰহাটত বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰেহি। সেই কাল ছোৱাতে ওপজা শিক্ষাবিদ্ ৺গোবিন্দ বেজবৰুৱাৰ প্ৰতি শ্ৰদ্ধাকে তেখেতৰ জীৱনীৰ মাজেদি প্ৰকাশ কৰিবলৈ এখন কিতাপ লিখি থৈছে।

শিক্ষকতাৰ বাহিৰেও স্বাধীনভাবে আৰ্জিব পৰা জীবিকা কেইবাটাতো শ্ৰীযুত শৰ্ম্মাই হাত দিলে। জীৱনবীমা আৰু এটা বিশেষ বস্তু হাতে হাতে লৈ বিক্ৰী কৰাও তাৰে একোটা। যোৰহাটত থাকোতেই তেখেতে "দৈনিক বাতৰি"ৰ সহকাৰী সম্পাদকৰূপে কাম কৰিছিল কিছুদিন। ১৯৩৯ চনত ডিব্ৰুগড়ৰ পৰা ওলোৱা "তৰুণ অসম"ৰ সম্পাদকৰ ভাৰ লয়গৈ। "তৰুণ অসম"ৰ সম্পাদক হৈ থাকোঁতে -টেঙৰ শব্দৰ ব্যৱহাৰ লৈ তেখেতক এবাৰ শদীয়াৰ পলিটিকেল অফিচাৰে এটা গোচৰত দোষী কৰি চমন দি মাতি নিছিল। সেইটো এটা সাধুৰেই। মই নকওঁ। তেখেতৰ নিজা ভাষাত পঢ়িলে বেছি আমোদ পাব।

১৯৫৭ চনত ধুবুৰীত বহা অসম সাহিত্যসভাৰ ৰূপালী জয়ন্তী অধিবেশনত শ্ৰীযুত শৰ্ম্মাই সভাপতিত্ব কৰে। সভাৰ ছিলং অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতিত্বও কৰিছিল। ইয়াৰ উপৰিও অসমৰ বিভিন্ন ঠাইত বিভিন্ন সভা-সমিতিত শ্ৰীযুত শৰ্ম্মাৰ যোগদানে যেই সেই ঠাইৰ মানুহৰ মনত দ সাঁচ বহুৱাই থৈছে।

বুৰঞ্জীবিদ্, জীৱনী লিখক, সাধুকওঁতা, গল্পকাৰ শ্ৰীযুত শৰ্ম্মাৰ আজীৱন সাহিত্য সাধনাক সন্মান কৰি সাহিত্য সভা, প্ৰকাশন পৰিষদ বা আন তেনে অনুষ্ঠানে তেখেতৰ অপ্ৰকাশিত কিতাপ সমূহৰ বাছকবনীয়া দুই এখন প্ৰকাশ কৰি উলিয়ালে বা "মণিৰাম দেৱান"ৰ দৰে গ্ৰন্থৰ নতুন তাঙৰণ উলিয়াবলৈ আয়োজন কৰিলে আমি ভাবো শৰ্ম্মাৰ শ্ৰমক এটি মৰ্য্যাদাপূৰ্ণ স্বীকৃতি দিয়া হ'ব।

---

# বুৰঞ্জী লেখক শ্ৰীযুত বেণুধৰ শৰ্ম্মা

শ্ৰীসমৰ সিং ৰাভা

"সাতাৱন ছাল", "মণিৰাম দেৱান" আৰু বিবিধ আলোচনীৰ পাতত সাহিত্যিক বুৰঞ্জীবিদ শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ লেখনী আৰু ব্যক্তিত্বৰ বিষয়ে জানিবলৈ পাই স্কুলীয়া কালৰপৰাই তেখেতৰ প্ৰতি অযাচিত শ্ৰদ্ধা-ভক্তি আমাৰ অন্তৰত পুহি ৰখা হৈছিল। তেতিয়াই তেখেতৰ প্ৰতি যি ধাৰণ আমাৰ অন্তৰত আছিল সি ১৯৫৭ চনৰ ছটমাটিয়াত বহা ৰাভা ছাত্ৰ সন্মিলনত লগ পোৱাৰ লগে লগে সি চাট কৰে নোহোৱা হৈ গ'ল। তেতিয়াহে শ্ৰীযুত শৰ্ম্মাদেৱ মানুহজনৰ অন্তৰত থকা বহল আৰু উদাৰ মনৰ মহান ব্যক্তিজনৰ সৈতে আমাৰ পৰিচয় হয়। বুৰঞ্জীৰ নিৰস আৰু হাড়ছাল বিশিষ্ট শুকান জকাক বিষয়-বস্তু হিচাবে লৈ ৰসাল আৰু উপাদেয় সাহিত্য ৰচনা কৰি খ্যাতি অৰ্জা এইজনা ব্যক্তিৰ সৈতে তেতিয়াহে আমাৰ ভালকৈ চিনাকি হৈছিল।

মূৰত পকাচুলি, ৭৪ বছৰ বয়সীয়া, ৫ ফুট চাৰি ইঞ্চি ওখ, শকতকৈ থুলন্তৰ চেহেৰাৰে সৈতে শ্ৰীযুত বেণুধৰ শৰ্ম্মা মানুহজন। প্ৰথম দেখাতে কোনো আড়ম্বৰ নথকা, মুখত ধোঁৱা-খোৱাটো লৈ আপোন মনে ধপাত হুঁপি থকা দেখিলে এনে হেন লাগে যেন তেওঁ কিবা কথাত (ভাৱত) আপোন পাহৰা হৈ আছে। এনে দৰে কিবা ভাৱত ব্যস্ত হৈ ধপাত হুপি থকা সময়ত তেওঁৰ ওচৰত বহাৰ লগে লগে তেওঁ নিজৰ ব্যস্ততা ভাঙি তেওঁৰ স্বাভাৱিক সম্ভাষণেৰে অভ্যাগত জনৰ লগত কথা পাতে। ইটো সিটো কথাৰ লগতে তেওঁ তেওঁৰ পুৰণি কালৰ কথাবোৰ এনে ৰাহ লগাই কবলৈ ধৰে। কলিকতাত পঢ়ি থাকোতে লগ পোৱা তেখেতৰ পুৰণি বন্ধু সকলৰ কথা আৰু তেওঁ বিলাকৰ কেতবোৰৰ আচৰণৰ কথাবোৰ এনে আঁৰ নলগাকৈ



শ্ৰীসমৰসিং ৰাভা　　শ্ৰীবেণুধৰ শৰ্মা　　শ্ৰীহৰিমোহন সৰকাৰ



শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা　　শ্ৰীপ্ৰিয়নাথ বৰুৱা　　শ্ৰীবেণুধৰ শৰ্মা

সুন্দৰ ভাবে বৰ্ণনা কৰি যায়—শুনি থাকোঁতে সকলোবোৰ কথা চকুৰ আগতে ঘটা যেন হে লাগে। তেওঁৰ কি স্মৰণ শক্তি! কথাৰ মাজতে তেখেতে একোটা চৰিত্ৰৰ কথা ৰসলগাকৈ ক'ব যে শুনি হাঁহিত পেটৰ নাড়ী ছিগিব খোজে।

এদিন তেখেতৰ ঘৰলৈ যাওঁতে কৈছিল, মানুহে যি বৃত্তিকেই নকৰক সেই বৃত্তিক ভৱিষ্যতে জীয়াই থকাৰ সম্বল হিচাপে লৈ শ্ৰদ্ধা আৰু সন্মান সহকাৰে কাম কৰি যাব লাগে। তাক অসন্মান কৰা মানে নিজৰ বৃত্তিৰ প্ৰতি অমনোযোগিতা হোৱাকে হে বুজায়। কামত অমনোযোগিতা হলেই নানাৰকম গোলমালবোৰ ওলাই পৰে। বৃত্তিত অশ্ৰদ্ধা হলেই মানুহ স্বেচ্ছাচাৰ হয় আৰু ফলত তাৰ পৰাই নানাৰকমৰ বিশৃঙ্খলা ওলাই পৰে। তেওঁৰ শিক্ষকতা কৰা কালৰ কথা আমাৰ আগত কওঁতে আমি হাঁহি হাঁহি মৰিব লগীয়া হৈছিল আৰু তেওঁৰ অজানিত আৰু অপ্ৰত্যাশিত ভাবে কৰা ভুলৰ বাবে পুতৌও জন্মিছিল।

শৰ্মাৰ বিষয়ে আলোচনা কৰোঁতে এবাৰ এখন কাকতৰ সম্পাদক এজনে কৈছিল, "বেণুধৰ শৰ্মা নিজেই এখন ছাত্ৰ-আন্দোলনৰ বৃহৎ বুৰঞ্জী।" বুৰঞ্জী পুথিত দেশৰ অতীত বৰ্ত্তমান সকলোবোৰ ঘটনা একাদিক্ৰমে বৰ্ণনা থকাৰ দৰে শৰ্মাই অসমৰ ছাত্ৰ-আন্দোলন, ছাত্ৰ সন্মিলন আৰু তাৰ প্ৰতিফলন কি হল ইত্যাদি সকলোবোৰ কথা কব পাৰে। কলিকতাৰ এ, এছ, এল, ক্লাবৰ পৰা আৰম্ভ কৰি অসমৰ প্ৰত্যেক ছাত্ৰসভাৰ সৈতে জড়িত থকা শৰ্মাৰ দৃষ্টিভঙ্গী আৰু পাণ্ডিত্য তেওঁৰ ৰচিত গ্ৰন্থাদিত বেচ পৰিস্কাৰৰূপে লিপিবদ্ধ হৈছে। এতিয়াও শৰ্মাদেৱে সময় আৰু সুবিধা পালে তেনেকুৱা ছাত্ৰসভাবোৰত উপস্থিত নোহোৱাকৈ নেথাকে।

অতীত প্ৰীতিয়েই শৰ্মাদেৱৰ বুৰঞ্জী লিখাৰ ঘাই উৎস। আমাৰ অতীত ইমান সুন্দৰ অথচ সি অগম্য। অসমৰ অতীত ঘটনাৱলীক একেলগ কৰি কীৰ্ত্তিমান মণিকৰৰ দৰে এটা-এটাকৈ গাঁঠি সাহিত্যৰ

আকাৰে সাহিত্যামোদী সকলৰে আগবঢ়াই শৰ্ম্মাদেৱে অসমীয়া সাহিত্য-জগতত এখন স্বকীয়া আসন প্ৰতিষ্ঠা কৰিছে।

গাওঁ ফুৰাত শৰ্ম্মাৰ বৰ চাধ। গাওঁ ফুৰিলে অসমৰ অতীত সম্বন্ধে সম্যক উপলব্ধি কৰা টান। গাৱঁতেই যে অসমৰ অতীত বুৰঞ্জীৰ সমল লুকাই আছে সেই কথা তেওঁৰ গোটাই থোৱা টোকোৰা বাহৰ কুটা আৰু লামলাকটুবোৰ এবাৰ চকু ফুৰালেই বুজিব পাৰি। শৰ্ম্মাদেৱে অসংস্কৃত গাৱলীয়া শব্দ ভাণ্ডাৰৰ পৰা বাছকবনীয়া শব্দ জাৰি জোকাৰি বুটলি আনি তেওঁৰ লেখা আৰু কথাত ব্যৱহাৰ কৰে। তেওঁৰ ভাষা সচেতন নিভাঁজ অসমীয়া ভাষা। লগতে জতুৱা আৰু পুৰণি ঘৰুৱা শব্দবাজি অ'ৰ ত'ৰ পৰা জাৰি জোকাৰি আনি যথাস্থানত খটুৱাই শুনিবলৈ এনে শুৱলা কৰে যে শুনি কাণত মৌ বৰষে। তেওঁৰ সৈতে কথা পাতিলে আৰু তেওঁৰ লেখা পঢ়িলে মানুহজনে আৰু লিখকজনে আমাৰ নিজা ঘৰৰ মানুহ যেন লাগে। শৰ্ম্মাৰ ভাষাত ভাষাৰ তাৎপৰ্য্য আৰু চমৎকাৰিত্য আছে কিন্তু ভাবৰ দুৰ্বোধ্য নাই। সেই কাৰণে তেওঁৰ আৰু আমাৰ মাজত যেন কোনো পাৰ্থক্য নাই।

বৰ্ত্তমান যুগৰ বঙলা সাহিত্যৰ পাঠ লুটিওৱা সাহিত্যিক সকলৰ প্ৰভাৱত অসমীয়া ভাষাত বঙলুৱা হয় গৈ বুলি বেজবৰুৱাৰ দৰে শৰ্ম্মা-দেৱেও কব খোজে,—"ঈশ্বৰে নকৰক, দুই শতিকাৰ পিছত বঙলা ভাষাৰ কাল অজগৰে যদি অসমীয়া ভাষাক তাৰ পেটত সুমুৱাবলৈ টানি লৈ যায়ও দুই তিনি শতিকাৰ আগেয়েই আজি আমি নিজকে ৰক্ষা কৰিবলৈ কিয় পুৰষাৰ্থ নকৰিম !"

শৰ্ম্মাৰ সকলো প্ৰকাৰ পুথিলৈকে সমান আদৰ আছে। তেওঁৰ ঘৰলৈ যাওঁতে এদিন তেওঁৰ পুৰণি পুথি থোৱা ৰেকৃত চকু ফুৰাই তন্ত্ৰ-মন্ত্ৰৰ কাগজৰ টোপোলা দেখি সুধিছিলোঁ, "আপুনি বেজালি কামো কৰে নেকি !" উত্তৰত তেখেতে কৈছিল এইবোৰ হেনো তেওঁ এনেয়েই অনাই থৈছে। তন্ত্ৰ-মন্ত্ৰৰ পুথিতো পুৰণি অসমৰ বুৰঞ্জী লুকাই থাকিব পাৰে যে তাক তেওঁ বুজাই কৈছিল। কম কথাত

বুঢ়ালোকে কোৱা নাই যে, "যাক নালাগে কাজত 'গাক থ বাৰীৰ মাজত।" অসমৰ ইফাল সিফাল ঘূৰি ফুৰোঁতে অ'ত ত'ত পোৱা পুথিৰ লগতে এইবোৰ পাই আহি অশ্ৰদ্ধা নকৰি নিজৰ ঘৰত সযত্নে সজাই থৈছে। শৰ্ম্মাদেৱে নোকোৱা হলে এই কথাৰ মৰ্ম্ম বুজাই টান হ'লহেঁতেন। তন্ত্ৰ-মন্ত্ৰৰ পুথিৰ পৰা বুৰঞ্জী ঘুটিয়াই উলিওৱা কাৰ্য্যক শামুকৰ পেটৰ পৰা মাণিক উলিয়াবলৈ কৰা চেষ্টা যেন লাগিছিল।

অসম আৰু অসমৰ থলগিৰি সকলৰ প্ৰতি শৰ্ম্মাৰ গভীৰ ভাল পোৱা আছে। শৰ্ম্মাৰ নিজৰ মতে গোটেই অসমখনেই যেন তেওঁৰ বুকুৰ আগমণ্ডহ স্বৰূপ। তেওঁৰ গাৰ সিৰায় উপসিৰায় অসমৰ নৈ-জান-জুৰি প্ৰবাহিত হৈ অসমৰ জাতীয় জীৱনক জীপাল কৰি ৰখাৰ প্ৰবল বাসনা জাগৃত হৈ আছে। তেওঁৰ মতে ভেম আৰু জাতীয় কলহবোৰ নিৰৰ্থক। একে ঠাইৰ মানুহৰ মাজত বিবিধ সাম্প্ৰদায়িকতাৰ ভাব থকা অনুচিত। এনে ভাবে জাতীয় শৃঙ্খলা ৰক্ষা কৰক চাৰি পৰস্পৰে পৰস্পৰৰ পৰা দূৰত্ব বঢ়ায় হে। অসমৰ লোকসকলৰ মাজত পৰস্পৰে পৰস্পৰৰ প্ৰতি সমান মৰম-প্ৰীতি অনুৰাগ নাথাকিলে দেশৰ বিশৃঙ্খলা ঘটায় হে। নিজৰ দেশৰ মানুহৰ মাজতে ভেদাভেদ দূৰ কৰিব নোৱাৰিলে অইন মানুহে আমাৰ মাজত কলহৰ ভাব বঢ়াই দিবলৈ সুবিধা হে পাব। গতিকে সাম্প্ৰদায়িকতাৰ ভাব আঁতৰাই এক দেশৰ সকলো মানুহৰ প্ৰতি সমান আদৰ সন্মান আৰু মৰম প্ৰীতিৰ ভাব স্থাপন কৰিব লাগে, এহেলৈ সি গাৱোৱেই হওক বা বামুণেই হওক। তেহে সাম্প্ৰদায়িক বিবাদ আদি নাইকিয়া হৈ যাব। তাকে নকৰি কৌটীকলীয়া কুসংস্কাৰ অন্তৰত পুহি ৰাখি জাতীয় গৌৰৱত বুকু ফুলাই থাকিলে তাৰ দ্বাৰা দেশৰ একো কামত নাহে, বৰং দেশৰ স্বাৰ্থৰ হানি হে কৰে।

অসমৰ ৰাজনৈতিক আন্দোলনৰ সম্পৰ্কত এবাৰ শৰ্ম্মাদেৱে এবাৰ কথা কৈছিল এই লিখকৰ আগত। তেওঁ কৈছিল, "সামান্য

সাম্প্ৰদায়িক আৰু ব্যক্তিগত দলীয় স্বাৰ্থৰ খাটিৰত পৰস্পৰে পৰস্পৰৰ পৰা কোনোবাই যদি আঁতৰি যাব খোজে, তেন্তে সি নিজকে দুৰ্ব্বল কৰি লোৱাৰ দৰে হব। তাকে নকৰি পৰস্পৰৰ অভাৱ-অভিযোগবোৰ মুকলি ভাবে আলোচনা কৰি আপোচ মীমাংসালৈ আহি দেশৰ শক্তি অক্ষুণ্ণ ৰাখিব পাৰিলে কাজিয়াৰ ভাববোৰ নেথাকিব।” কাৰণ বিপদৰ সময়ত আশ্ৰয় বিচাৰি হাবাথুৰি খাই ফুৰিব লগীয়া হলে আপোন মানুহে আশ্ৰয় নিদিলে অইন বেলেগ মানুহে নিদিয়েগৈ।

শৰ্ম্মাদেৱৰ মতে একেদেশৰ মানুহৰ মাজত কোনো ভিনপৰ নাই। মানুহ একোটাইঁতৰ মনবোৰ যেতিয়া কুসংস্কাৰ আতৰি সংস্কাৰলৈ আহিব তেতিয়াই মানুহৰ অন্তৰ শুচি হয়। তেওঁ কয়, “এটা পুখুৰীত মাগুৰ, চেং, গৰৈ, পুঠি, শিঙি আদি বিভিন্ন মাছ থাকিলেও পুখুৰীৰ মাছ বুলিয়েই কোৱা হয়, অসমত বিভিন্ন সম্প্ৰদায়ৰ মানুহ থাকিলেও মূলতঃ সকলো অসমীয়া। সকলোৱে অসমৰ জাতীয় স্বাৰ্থ পুৰণৰ কাৰণে ভেদাভেদ, হিংসা, অসুয়া আদি ভাব দূৰ কৰি জাতি গঠনৰ কামত ধৰিলে অসমখন বৰ অসম হব।”

অসমৰ উত্তৰাধিকাৰ অসমৰ থলগিৰি সকল। এই থলগিৰি সকলক শিক্ষা-সংস্কৃতি আৰু অৰ্থনৈতিক উন্নতিৰ সুবিধা দিব পাৰিলে তেওঁ-লোকৰ মনতো জাতীয়তাৰ ভাব জাগি উঠিব।

শৰ্ম্মাৰ সকলো সম্প্ৰদায়ৰ মানুহৰ প্ৰতি সমান বিশ্বাস আৰু ভাল পোৱা আছে। কি হিন্দু, কি মুছলমান, গাৰো-কছাৰী-ৰাভা আদি সকলোলৈকে তেওঁৰ অগাধ বিশ্বাস আৰু এই সকল লোকৰ ছাত্ৰ সভা, ধৰ্ম্ম সভা, জাতীয় সভা আদিত যোগদান কৰি তেওঁলোকৰ অন্তৰত সোমাই পৰিছে। শৰ্ম্মাই পৰাপক্ষত কোনো জাতীয় অনুষ্ঠানৰ সভাৰ নিমন্ত্ৰণ আদি ৰক্ষা নকৰাকৈ নাথাকে। তেওঁ প্ৰায়েই কয়, “নিজে এই সকল সম্প্ৰদায়ৰ অন্তৰত সোমাই নপৰিলে কাৰোবাৰ অন্তৰ জয় কৰা বৰ টান। মিছা ভেম, মিছা আপত্তি দৰ্শাই কাৰোবাৰ নিমন্ত্ৰণ ৰক্ষা নকৰাটো আওপাকেদি কোনো মানুহক তেওঁৰ ওচৰৰ পৰা দূৰলৈ

ঠেলি পঠিয়াৰ খোজাৰ বাহিৰে আন একো নহয়।” শৰ্ম্মাৰ গুণ এই খিনিতেই। এনে উদাৰতা নথকা হলে অসমৰ অতীত বুৰঞ্জী উদ্‌ঘাটনৰ দৰে জটিল কাম কৰিব পৰা টানেই হ’লহেতেন। বীৰ লাচিত, ৰাণী গাইডাল্যু, বীৰ টিকেন্দ্ৰজিৎ, ৰাভাবীৰ পৰশুৰাম, কছাৰী বীৰ তুলাৰাম আদি জাতীয় বীৰ একোজনৰ কাহিনী উদ্ধাৰৰ জৰিয়তে বুৰঞ্জী অনুসন্ধান সমিতি আৰু চৰকাৰী কাৰ্য্যালয় আদিৰ কৃপাৰ গুণে হৈ উঠিলেও সেইবিলাক জাতি একোটাইতৰ মাজলৈ নিজকে ঠেলি নিদিয়া হলে এই সকল বীৰৰ কাহিনী চৰকাৰী নথিপত্ৰ আৰু বিদেশী লিখকৰ কিতাপৰ চাৰিচাপৰ বাহিৰলৈ নোলালেহেতেন। এনেকৈ নিজকে সকলো সম্প্ৰদায়ৰ মানুহৰ লৈতে সপি দি অ’ত ত’ত লগ পোৱা একোজন বিশ্বাসী মানুহৰ সহায়ত লাভ কৰা বুৰঞ্জীৰ সমল শৰ্ম্মাদেৱৰ প্ৰকাশিত অপ্ৰকাশিত পুথিবোৰত থুপ খাই আছে।

মানুহ যিমান পৰা যায় পৰাপক্ষত সজ নিৰহংকাৰ অমায়িক আৰু উদাৰ মনৰ হব লাগে। এই চাৰি গুণে মানুহৰ মনত যিমান সহজে প্ৰভাব বিস্তাৰ কৰিব পাৰে আন একোৱেই নোৱাৰে। শৰ্ম্মা এনেকুৱা চাৰিগুণ বিশিষ্ট লোক। শৰ্ম্মাৰ সজ ব্যৱহাৰ, অমায়িক কথন ভঙ্গি আৰু উদাৰ ভাবে অসমৰ সকলো প্ৰকাৰ মানুহৰ অন্তৰ জয় কৰি পেলাইছে। নগা, বুঢ়, কি হিন্দু, কি খ্ৰীষ্টিয়ান, ছাত্ৰ-চাকৰিয়াল যিসকলে এবাৰ তেওঁৰ সাক্ষাৎ লাভ কৰিছে সি তেওঁৰ ব্যৱহাৰত অভিভূত নোহোৱাকৈ থকা নাই। বুৰঞ্জীৰ উজ্জল চৰিত্ৰ একোটাইতৰ গাত থকা সজ গুণৰ উজ্জল বিশেষণবোৰ শৰ্ম্মাৰ গাতেই বজিতা খোৱাকৈ পৰিস্ফুট হৈ আছে। এবাৰ তেওঁৰ ঘেভিয়ৰ কথিকাত দূৰ্নীতি নিৰ্মূল কৰাৰ সম্পৰ্কে এইদৰে কৈছিল, দেশত কোনো গোলমাল হবলৈ উপক্ৰম হোৱাৰ লগে লগে তাৰ মূলটো নাশ কৰি পেলোৱাৰ যত্ন নকৰিলে, গোলমালে সৰ্ব্বদেশ চানি পেলোৱাৰ পাচত তাক নোহোৱা কৰিবলৈ গলে মিছা পৰিশ্ৰম কৰাহে হব। ভেভিয়া গোলমাল কমক চাৰি বৃদ্ধি হোৱাৰহে বেছি ভয়। নিজে গোলমালত

থাকি গোলমালকাৰীৰ বিৰুদ্ধে দমন-নীতি ধাৰণ কৰা মানে আওপাকেদি গোলমালকাৰীক প্ৰশ্ৰয় দিয়াহে হয়। শৰ্ম্মাৰ বুৰঞ্জী গ্ৰন্থবোৰত দেখা যায়, তেওঁ দুৰ্নীতিত লিপ্ত ঐতিহাসিক চৰিত্ৰৰ লোকসকলক ব্যঙ্গাত্মক বচনেৰে থকা-সৰকা কৰি সৎ চৰিত্ৰবান লোকক শতমুখে বখানি তাৰ গুণ গাইছে। গোলমলীয়া কোনো বিতৰ্কমূলক বিষয়ৰ লগত বান্ধ নেখাই শৰ্ম্মাই নিজস্ব বিচাৰ বুদ্ধিৰে যিবোৰ কথাৰে আমাৰ দেশৰ মানুহ ধীৰ স্থিৰ, দৃঢ় সঙ্কল্প পৰায়ণ, সত্যবাদী আৰু সাহসী হৈ জাতীয় চেতনা ঘূৰাই পাই নিজক উপলব্ধি কৰিবলৈ প্ৰেৰণা লাভ কৰে তেনেকুৱা কথাকে তেওঁৰ বুৰঞ্জী গ্ৰন্থত লিপিবদ্ধ কৰিছে।

শৰ্ম্মাৰ ওচৰলৈ গলে বুৰঞ্জী লেখক বেণুধৰ শৰ্ম্মা আৰু তেওঁ মানুহজনৰ পাৰ্থক্য ধৰিব নোৱাৰি। কোনো লেখকৰ ৰচনা কৰা গ্ৰন্থৰ ভিতৰত লুকাই থকা সাহিত্যিকৰ দৰে শৰ্ম্মা নিজেই তেওঁৰ ৰচিত গ্ৰন্থৰাজিৰ ভিতৰত থাকি পাঠক বৰ্গক হাঁহি ইঁহুৱাইছে আৰু অতীত কীৰ্ত্তিকলাপ, অতীতৰ গৌৰৱময় বীৰত্বপূৰ্ণ কাহিনী কৈ জাতিৰ জীৱনত ন দৃষ্টি দান কৰি জাতিৰ ধৰ্মানত ন তেজৰ সঞ্চাৰ কৰিছে। তেওঁ জানে অতীতৰ ঘটনাৱলীয়ে এক মহান আদৰ্শৰ ইঙ্গিত দি আছে আৰু তেনে মহত আদৰ্শত অনুপ্ৰাণিত হৈ আজিৰ সুপ্ত অসমীয়া জাতিয়ে উন্নতিৰ জখলা বগাই যাব পাৰে। 'মণিৰাম দেৱান'ৰ দৰে ঊনবিংশ শতিকাৰ জাতি এটাৰ ৰাষ্ট্ৰ জীৱনত তলওপৰ লগোৱা কাহিনীত সেই কালৰ সূৰ্য্যসংকাশ অসমীয়া ডাঙৰীয়া এজনৰ বৃত্তান্ত; "কংগ্ৰেছৰ কাচিয়লী ৰ'দত"ৰ দৰে ১৯২১—২৯ চনৰ অসহযোগ আন্দোলনত অসমত ৰাজনীতি আৰু সমাজ জীৱনত উজান-ভাটী লগোৱা এটা যুগাবৰ্ত্তনৰ কাহিনী; "সাতাৱন ছাল"ৰ চিপাহী বিদ্ৰোহৰ দৰে ভাৰতৰ স্বাধীনতা যুদ্ধত সংঘটিত হোৱা ভাৰতৰ অন্যান্য ঠাইত উমি উমি জ্বলা জুই কুৰাৰ পৰিণতি স্বৰূপে লাভ কৰা অসমৰ স্বাধীনতা যুদ্ধৰ কাহিনী আদি বুৰঞ্জী গ্ৰন্থৰাজিত শ্ৰীশৰ্ম্মাই নিজে সোমাই পাঠকক অতীতৰ কাহিনী কৈছে।

শৰ্ম্মাৰ ভাষাতে, খ্ৰীষ্টিয় পঞ্চদশ শতিকাৰ পৰা উনবিংশ শতিকাৰ মাজভাগলৈকে শত ব্যৱধানৰ মাজত থাকিও একদেহ একপ্ৰাণকৈ অসমীয়া মানুহে দেশৰ স্বাধীনতা ৰক্ষা কৰাত শত্ৰু সৈতে যুঁজি লুইতৰ উত্তৰ দক্ষিণ কূলে থকা সম অসমৰ সৰু সৰু ৰাজ্যবিলাক একেকটা হৈ অসম নাম লোৱাৰ পিছৰ পৰা···যিসকল পুৰুষ সিংহই একো একোটা যুগসন্ধি সৃষ্টি কৰি অনুকৰণীয় আৰু জাতীয়তাৰ চৌপানীতি ৰচনা কৰি থৈ গল; সেইসকলৰে জনদিয়েকৰ অন্তৰালৰ ঘটা ঐতিহাসিক ঘাত প্ৰতিঘাত আৰু বুৰঞ্জীৰ ভাগ্য কেঁকুৰি ছুটামান···পৰাধীনতাৰ উশাহ নিশাহৰ উকমুকনি লাগি থাকোতেই চোৱা তেওঁ "দুৰবীণৰ" আৰু "তুণৰি"ৰ সৌৰভ। চালুকীয়াৰ মন মুহিব পৰা লাতুমণি, ৰাংপতা আৰু মৰমৰ কাৰেং ৰসিক অমায়িক আৰু গাম্ভীৰ্যপূৰ্ণমনৰ পৰিচায়ক শিশু সাহিত্য গ্ৰন্থ। ইয়াৰ উপৰিও লেখকৰ অন্যান্য গ্ৰন্থ যেনে বঙ্গযুৱা নৌযাত্ৰাৰ আপদীয়া কাহিনী আৰু "ৰবিনচন ক্ৰুচ" হৈছে তেওঁৰ মূল্যবান অনুবাদ গ্ৰন্থ। "মঙ্গলতি কণ্ঠিমালা", "সীমান্ত গান্ধী আব্দুল গফুৰ খাঁ," "গঙ্গাগোবিন্দ ফুকন" The Rebellion of Assam, 1857, vis-a-vis Assam, Dr. Wade's Account of Assam. আদি লেখকৰ জীৱনী আলোচনা ঐতিহাসিক তাৎপৰ্য্য পূৰ্ণ অমূল্য গ্ৰন্থ। 'অৰ্ঘ্যাৱলী' অসমৰ মুধাফুটা কেইজনমান সম্মানিত ব্যক্তিলৈ জনোৱা শৰ্ম্মাৰ শ্ৰদ্ধাঞ্জলি। এখন কিতাপ এতিয়াও অপ্ৰকাশিত অৱস্থাত আছে। যিখন তেওঁৰ মনত পৰা দিনৰে পৰা ৭৫ বছৰীয়া বয়সে পৰাজয় কৰিব নোৱৰা দিনলৈকে অৰ্থাৎ মজিয়াৰ পীড়া পাৰি তাত খোৱা দিন ধৰি মেজত খাব লগা হোৱা দিনলৈকে যিবোৰ দেখিলে শুনিলে সেই আটাইবোৰ এটিও এৰা নপৰাকৈ লিপিবদ্ধ কৰা তেওঁৰ আত্মজীৱনী স্বৰূপ "মজিয়াৰ পৰা মেজলৈ।" 'ফাৰ্চী সাহিত্যত অসমীয়া বুৰঞ্জী আৰু ফকৰা পটন্তৰত বুৰঞ্জী আৰু' নামৰ দুখন গ্ৰন্থ এতিয়াও প্ৰস্তুতিৰ পথত। গোটেই জীৱন জুৰি অদম্যভাৱে কাপ হাতত লৈ উচ্চস্তৰৰ সাহিত্য ৰচনাকাৰ শ্ৰীযুত শৰ্ম্মা নিসন্দেহে এই যুগৰ এজন নিষ্ঠাবান

শ্ৰেষ্ঠ সাহিত্যিক। তেওঁৰ ৰচনাৰ চাতুৰ্য্য, গাম্ভীৰ্য্যপূৰ্ণ কথাশৈলী, পুৰণি অসমীয়া সচেতন ভাষা প্ৰয়োগ আৰু জটুৱা ঠাঁচে অসমীয়া সাহিত্য জগতত শৰ্ম্মাক নিসন্দেহে বেজবৰুৱাৰ উত্তৰাধিকাৰৰ আসনত বহুৱাব পাৰি। বুৰঞ্জী গৱেষণাৰে অতীতৰ কাহিনী উদ্ধাৰ কৰি জাতীয় চেতনা পুনৰ জাগৃত কৰি তোলা শৰ্ম্মাদেৱৰ অফুৰন্ত কৰ্ম প্ৰেৰণা। ধীৰ-স্থিৰ, সদালাপী, উদাৰ অমায়িক লিখকজনক ভাৰত চৰকাৰে ১৯৬০ চনত একাদেমী পুৰস্কাৰেৰে সন্মান জনাই উপযুক্ত কাম কৰিছে।

নাতি নাতিনীহঁতৰ মৰমৰ আব্দাৰত শৰ্ম্মা এতিয়া মতলীয়া। মতলীয়া হলেও তেওঁ হাতৰ পৰা কাপ এৰি দিয়া নাই। এৰি দিয়া নাই কাৰণেই ৰাম-অযোধ্যা নোহোৱা যুগত ৰাজবংশ থকাতো ৰাজ্যবৰ্দ্ধনৰ শক্তি হেৰুওৱা মুমূৰ্ষ অসমীয়াৰ প্ৰাণত অতীত স্মৃতি যোগাই তুলিবৰ কাৰণে মহাবাহু ব্ৰহ্মপুত্ৰ নদৰ বুকুত স্বাধীন অসমৰ দীপ্তিমান দিনমণি হিৰণ কিৰণেৰে তিৰবিৰাই থকাদি শৰ্ম্মাদেৱে নিজেই অসমৰ জাতীয় প্ৰতীক "অসম জ্যোতি" ৰূপে আমাৰ মাজত দীপ্তিমান হৈ আছে। আমি তেওঁৰ দীৰ্ঘায়ু কামনা কৰোঁ।



# নিভাঁজ অসমীয়া বেণুশৰ্ম্মা

শ্ৰীভৃগুমোহন গোস্বামী

কেৱল বুৰঞ্জীৰ ক্ষেত্ৰতে নহয়, শিশু সাহিত্য আৰু জীৱনী সাহিত্যতো অৱদান দি অহা শ্ৰীবেণুধৰ শৰ্ম্মাদেৱৰ জন্ম হয় ১৮৯৪ চনত শিৱসাগৰ জিলাৰ চাৰিঙত। আমি যিবোৰ শব্দ পাহৰি যাব ধৰিছিলোঁ, যিবোৰ ঠাঁচ গাৱঁলীয়া বুলি অৱহেলা কৰিব খোজোঁ। সেই শব্দ বা ঠাঁচ শৰ্ম্মাদেৱৰ হাতত পৰি নৱ-জীৱন পাইছে। তেখেতৰ যিকোনো এখন কিতাপৰ নাম উল্লেখ কৰিলেই শব্দৰ ব্যৱহাৰ আৰু ভাষাৰ ঠাঁচ আমাৰ মনত পৰে। তেখেতৰ মতে আমি, হয় সংস্কৃতীয়া ঠাঁচত, নহয় নিভাজ অসমীয়া ঠাঁচত বাক্য লিখিব লাগে। চুলিবোৰ খপাল খপলি কৈ কাটিলে যেনে দেখি খিচিৰি ভাষাৰ সৌন্দৰ্য্যও তেনে দেখি। কথাৰ জাতিগুৰি মাৰি লিখিব পৰাও এটা ডাঙৰ গুণ। শৰ্ম্মাদেৱৰ সাহিত্যত এইকথা আমি সুন্দৰভাৱে দেখা পাওঁ। তেখেতৰ লিখাৰ ঠাঁচ নিভাজ অসমীয়া। তেখেতে যি কৌশলত শব্দবোৰ ব্যৱহাৰ কৰে তাক আমি পঢ়ি সোৱাদহে লব পাৰোঁ; কিন্তু নিজৰ কৰি লওঁ বুলি লব নোৱাৰি।

শব্দৰ শুদ্ধ উচ্চাৰণৰ প্ৰতি তেখেতৰ বিশেষ চকু। শুদ্ধ উচ্চাৰণ নকৰিলে কি হয় তেওঁ পটন্তৰ দি দেখুৱাইছে "যদি এজন মানুহৰ নাম যদু হয় তেওঁক মধু বুলি মাতিলে কেতিয়াও নাহে।" এই শুদ্ধ উচ্চাৰণ কৰিব নোৱাৰিলে ভগৱানো সন্তুষ্ট নহয় বুলি তেখেতে কয়। ঈশ্বৰক পাবলৈ হলে শুদ্ধ উচ্চাৰণ কৰি মাতিব লাগে।

শৰ্ম্মাদেৱৰ পন্থ বা জাত-পাতলৈ চকু নাই। তেখেতে কাকো ঘৃণাৰ চকুৰে নাচায়; বৰং সৰুক মৰম আৰু সম্মানীয় সকলক সন্মান কৰে।

তেখেতে ভালকৈ জানে ঈশ্বৰক আমি পবিত্ৰ অন্তৰেহে পাব পাৰোঁ আৰু সকলো ধৰ্ম্মৰ লোকে কেৱল এটা সত্যকে পাবলৈ বিচাৰে।

তেখেতৰ লিখনিতো ঠায়ে ঠায়ে ভক্তি ভাব দেখিবলৈ পাওঁ। তেখেতে ভগৱানক "অন্তৰ্য্যামী" 'পৰমেশ্বৰ' বুলি ধৰি লৈছে। শৰ্ম্মাদেৱৰ ঈশ্বৰ ভক্তি কিমান করুণভাৱে ফুটি ওলাইছে চাওক, "হে পৰমেশ্বৰ, মই মহামুৰ্খ, কি কাম কৰিলোঁ! নেচাই নিচিন্তি এই শেনটোক মাৰিলোঁ। অবিবেচক পাতকীক তোমাৰ চৰণত ঠাই দিয়া প্ৰভু!" এই উদাহৰণ এই কাৰণেই দিয়া হ'ল, যাৰ অন্তৰত ভক্তি ভাৱ নাথাকে তেওঁ কেতিয়াও ইমান করুণভাৱে ভগৱানক নামাতে।

জলকীয়া বোলা মানুহ জনতকৈ 'ভজলুক' বোলা মানুহ জনক তেখেতে কম মৰম নকৰে। লামহি কব ভূ-ঝালুক তোমালোকে ভজলুক বুলিছা, গতিকে মোৰ ওচৰত কথা কবলৈ ভয় নকৰিবা! মই এনেকুৱা শব্দই ভাল পাওঁ। বিচাৰি ফুৰোঁ।" সচাঁ কথা তেখেতে মহানগৰীত বাস কৰিলেও অতীতৰ কুমাৰ-মাটি খচকি, মাটিৰ খৰাহি, মাটিৰ মঠীয়া, মাটিৰ চাকি, মাটিৰ বাণ-মলা, মাটিৰ কলহ, মাটিৰ জুমুকা, মাটিৰ চৰু, কেঁৰি-টেকেলিৰ মোহ এৰিব পৰা নাই। নগৰৰ চিনা মাটিৰ কাপ প্লেট, বিজুলি বাটিয়ে তেখেতৰ মন জয় কৰিব নোৱাৰে। নগৰৰ ৰসগোল্লা, চপ আদিতকৈ তেখেতক গাৱঁৰ "দ'ল যেনকৈ সন্দেশ মিঠাই, পাচিয়ে পাচিয়ে আখৈ লাৰু, চৰুৱে চৰুৱে পায়স-পৰমান্ন, ডলায় ডলায় চিৰা পিঠা, কলহে কলহে দৈ গাখীৰ, এৱা গাখীৰ" পাবলৈ কামনা কৰে। শৰ্ম্মাদেৱৰ শোৱা-কোঠাত চুঙাত দৈ-গাখীৰ আৰু জুলীয়া মিঠৈ দেখা যায়। তেখেতক এতিয়াও এখন বনৰীয়া শাক পাছলীৰ ব্যঞ্জন লাগে। নগৰৰ কবি মুলাতকৈ তেখেতক লফা-পালেং, মানিমুনি আদিয়ে বেছি আকৰ্ষণ কৰে। এই বুঢ়া বয়সতো তেখেতে কোৰ মাৰে একমাত্ৰ ছুডালমান শাক-পাচলিৰ আশাত। এইবোৰ কথাৰ পৰা আমি বুজিব পাৰোঁ তেখেত এজন নিভাজ অসমীয়া। শৰ্ম্মাদেৱৰ নিচিনা অসমীয়া আজিকালি নোহোৱাই হ'ল।

শৰ্ম্মাদেৱে ধুনপেচ নতুবা থোৱা লোৱাত বাহাদুৰি কৰা মানুহক ভাল নাপায়, নিজেতো নকৰেই। আমাৰ যাৰ যি অৱস্থা সেই অৱস্থাতে

থকা উচিত। ইয়াতকৈ বেছি কৰিবলৈ গলে ধাৰ লাগে। তেখেতে অসমীয়া মানুহৰ আলহী সোধ পোচ ভাল নেদেখে। অসমীয়া মানুহে আলহী আহিলে চাৰি অনাৰ ঠাইত আঠ অনা খৰচ কৰে। তাৰ ফলত চাৰি অনা ধাৰ লাগে। আলহী আহিবৰ দিনাখন আলহীক দেখুৱাই কুকুৰকো ৰুটী খুৱায়। আলহীক শুনাই কয়, "হেই মোহন খাওঁ ৰুটী" আনদিনা হয়তো কুকুৰে পেলাই দিয়া ভাত কেইটাও নেপায়।

সুধৰ্ম্ম ৰক্ষা কৰিবলৈ যাওঁতে কোনোবাই জংগলী বোলক তাত তেখেতৰ আক্ষেপ নাই। এই কথাৰ প্ৰমাণ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"ত সাহিত্য একাডেমীৰ পৰা দিল্লীত পুৰস্কাৰ আনিব যাওঁতে দেখা পাওঁ। হাতত লাঠি লৈ যেতিয়া প্ৰধানমন্ত্ৰীৰ পৰা পুৰস্কাৰ আনিবলৈ যায় তেতিয়া সকলোৱে এপাক ঘূৰি চাইছিল "এওঁ কোন?" শৰ্ম্মাদেৱে পুৰস্কাৰ পোৱাৰ বাবে কোনো গৌৰৱ কৰা নাই। এই পুৰস্কাৰ তেখেতৰ হাতৰ মলি। কিন্তু দিল্লীত দ্বিতীয় বাৰৰ বাবে সাহিত্য একাডেমীত "এ" আখৰটো শুনিবলৈ পোৱাতেই গৌৰৱ।

অসমত বাস কৰিব লাগিলে অসমীয়া ধৰণ-কৰণ শিকিবই লাগিব। সকলোৰে মুখত অসমৰ চিন-স্বৰূপে "হেৰি" মাতষাৰ ফুটিব লাগিব।

কিতাপৰ প্ৰতি মোহ শৰ্ম্মাদেৱৰ আন এটি লক্ষ্য কৰিব লগীয়া কথা। তেখেতৰ জীৱনত অৰ্জ্জিত ধনেৰে ন-পুৰণি কিতাপ বন্ধাই যি বৈছে তাকেহে উপভোগ কৰিছে। কিতাপবোৰ যাতে সোনকালে নষ্ট নহয় তাৰ বাবে চামৰা দি বন্ধাইছে। তেখেতৰ এটা আক্ষেপ অসমীয়া মানুহে কিতাপ নিলে ঘূৰাই দিব নোখোজে। সেইকাৰণে কেতিয়াবা কোনোবাই কিতাপ আনিব গলে নিদিওঁ বুলি কয়; কিন্তু নাই বুলি মিছা নকয়। সাঁচীপতীয়া পুথি সংগ্ৰহ কৰিবলৈ যাওঁতে শত বাধা-বিঘিনি বৰণ কৰিব পাৰে। চিঠিপত্ৰবোৰ টোকোৰা চৰাইৰ দৰে গোটাই তেখেতে মূল সত্য উদ্ধাৰ কৰে। তেখেতৰ 'অৰ্ঘ্যাৱলী' পুথিত এইকথা প্ৰমাণ হৈছে। চিঠি এজনৰ বাকচৰ তলিত পৰি থকা বস্তু হলেও তেখেতে সংগ্ৰহ কৰা চিঠিপত্ৰই বুৰঞ্জীৰ সম্ভেদ হে দিয়ে।

চিত্ৰ সংগ্ৰহ তেখেতৰ আন এটা স্বভাৱ। 'অৰ্ধ্যাৱলীত' মানুহজনৰ জীৱনী দিয়াৰ উপৰিও চিন দি গৈছে। সেইখৰণে কাঁচিয়লী ৰ'দতো চিত্ৰ দি গৈছে।

তেসত্তৰটা শৰৎ পাৰহোৱা শৰ্ম্মাদেৱৰ আমি শুনাত শোৱা কোঠাত কোনো দৰব-পাতি নাছিল। কেতিয়াবা ক'ৰবালৈ তেখেতৰ লগত গলে ডেকাবোৰ পিচ পৰি ৰ'য়, তেখেত আগবাঢ়ি যায়।

# 'ৰাংপতা'ৰ বেণু শৰ্ম্মা

—জ্ঞানদাভিৰাম বৰুৱা বাৰ্. এট্. ল

চাৰিঙৰ শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ সৈতে ইয়াৰ বিশেষ সম্পৰ্ক। চাৰিং বুলিলে মোৰ বেণুধৰ শৰ্ম্মাক মনত পৰে, আৰু বেণুধৰ শৰ্ম্মা বুলি চাৰিঙক মনত পৰে। দুয়ো স্বনামধন্য।

'ৰাংপতা' এখনি যে কিতাপ নকলেও হ'ব। লেখক শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱ। বাহিৰৰ আকৃতি যেনে নয়ন তৃপ্তিকৰ, ভিতৰৰ কথাখিনিও তেনে মনোমোহা—চিত্তাকৰ্ষক। পঢ়িবলৈ হাতত ললে, কিতাপখনি পঢ়া শেষ নোহোৱালৈকে এৰিবৰ মন নাযায়। কিতাপখনি এদিন আবেলি পায়েই (লেখকৰ পুত্ৰ কাশী বিদ্যালয়ৰ শ্ৰীমান অজিত কুমাৰ শৰ্ম্মাৰ জৰিয়তে) কৃপণে ধন সাঁচি থৈ দিয়াৰ দৰে গাৰুৰ তলত থৈ দিলোঁ। বিচনাত পৰি গাৰুত মূৰ দিয়াৰ লগে লগে বাহিৰৰ একো কথা নাভাবি, ঈশ্বৰক চিন্তি, জ্ঞানীসকলে চকুমুদি টোপনি দেৱীক একাগ্ৰ মনেৰে পূজিবলৈ কয়। ইমান বয়স হৈয়ো জ্ঞানী সকলৰ কথা মাজে মাজে আওহেলা কৰোঁ। গাৰুত মূৰ দিয়েই নিদ্ৰাদেৱীক অলপ অচৰপ পূজা কৰাৰ পাছতহে ঈশ্বৰক চিন্তি নিদ্ৰাদেৱীৰ কোলাত মূৰ দিওঁ। মূৰ শিতানত চাকি থৈ, চাৰিৰ পোহৰ কিতাপত পেলাই কিতাপখনি পঢ়িবলৈ ধৰিলোঁ। শেষ নোহোৱালৈকে পঢ়িলোঁ। পঢ়োঁতে পঢ়োঁতে মই আৰু কাশীত নাথাকিলোঁ। মোৰ মন আসামলৈ উৰি গ'ল। পোন প্ৰথমেই মাঘৰ বিহুৰ উৰুকাৰ ৰাতি জুহালৰ কাষত বহি ই-সি থাকোঁ, সাধু কথা শুনিলোঁ—"ওকোৰাজেঙে" শুনালে। আমি অসমীয়াই যে "সাধুকথা" বোলোঁ, ই শুদাই নহয়। এনে কথা "সাধু" কথাৰে ভৰপূৰ। মোৰ লৰাকালিৰ কথা, মোৰ নগাৰঁৰ আমাৰ ঘৰৰ কথা মনত পৰি, হৃদয়

আৰু বিষাদেৰে "আলহী কেইবিধ" পঢ়ি পৰম তৃপ্তি পালো। বিষাদৰ ৰেখা হে মাত্ৰ, হৰিষৰ মাত্ৰাহে সৰহ। পুৰণি স্মৃতিত যিখিনি বিষাদ পোৱা যায় সেইখিনি, হৰিষ বুলি ধৰি লব লাগে। আকৌ ল'ৰাহৈ আগৰ দিনলৈ যাবৰ মন যোৱা, আৰু সেইদিন, সেই ভাব সেই মানুহ সকল মূৰ খুন্দিয়াই মৰিলেও যে নেপাওঁ। সেইহে বিষাদৰ কাৰণ। যি জনাই এনে সুন্দৰ ভাৱে অতীতৰ কথা সোৱঁৰণিৰ পটত অঙ্কিত কৰি দেখুৱালে তেওঁক ধন্যবাদ নিদিও নোৱাৰিলোঁ। "আলহী কেই বিধ" পঢ়ি, নিভাঁজ, নিখুঁত অসমীয়া পঢ়ি নতুন কথা লিখি আৰু বিশেষকৈ সৰু সৰু ল'ৰা-ছোৱালীৰ মন আকৃষ্ট কৰিবৰ শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ শক্তি দেখি মন উল্লাসেৰে ভৰি পৰিল।

দ্বিতীয় কথা—লাচিত বৰফুকন বুৰঞ্জী পঢ়া সৰু সৰু লৰাছোৱালীৰে পৰা আৰম্ভ কৰি বয়োবৃদ্ধ সকললৈকে সকলোৱে জনা আসামৰ গৌৰৱ ( যিজন পুৰুষৰ স্মৃতি অসমীয়াৰ মনৰ পৰা কেতিয়াও আঁতৰি নাযায় ) সেই বীৰ লাচিতৰ কথা শ্ৰীযুত বেণুধৰৰ কাপৰ সোৱাদেৰে সনা মিঠা কথাখিনি পঢ়ি, শুনি, আনন্দ পালোঁ। সকলোৱে কথা কয়, বহুতে লেখে। তাৰে কাৰো কাৰো কথা শুনি ভাল লাগে, কাৰো কাৰো লেখা পঢ়ি মন মুহি যায়—কিয়? কোৱাৰ, লেখাৰ ভাৱৰ নিমিত্তে। ক'বৰ লিপি, লেখিব পৰা শক্তিৰ নিমিত্তে। বেণুধৰ শৰ্ম্মাৰ এই ভাব আৰু এই শক্তি আছে। সৰু সৰু ল'ৰাছোৱালীক, আমাৰ ডেকাসকলক, গাভৰু সকলক, লাচিত বৰফুকনৰ কথাখিনি পঢ়িবলৈ কওঁ।

মোমায়েকক কাটিবলৈ নকওঁ—শ্ৰীবিষ্ণু! মৰাকটা আজিকালি পৃথিবীত চাৰিওফালে, আমি যেন তেনে পাপত লিপ্ত নহও। পৰমেশ্বৰে আমাক ৰক্ষা কৰক। কৰ্ত্তব্যৰ আদৰ্শ কি এই বীৰ পুৰুষসকলৰ পৰা জানিব পাৰোঁহঁক। আৰু সেই আদৰ্শ শৰ্ম্মাদেৱে ভালকৈয়ে গঢ়ি দেখুৱাইছে। লাচিত বৰফুকনে যি কৰিছিল এই বিংশতি শতাব্দীৰ সেনাপতি এজনেও তেনে কৰিলেহেঁতেন। আৰু সেই সেনাপতিৰো

গৌৰৱ বাঢ়িলহেঁতেন। এইয়া ৰণৰ হে দস্তুৰ—এটাখিনি মেৰ মনত্ত কৰোঁ।

তৃতীয়-চতুৰ্থ—ফুলমতী কুঁৱৰী। মানুহে কয় স্ত্ৰীবুদ্ধি প্ৰলয়ঙ্কৰী। কেতিয়াবা এই কথা সচাও। কিন্তু তিৰুতাৰ দৰে চোকা বুদ্ধি প্ৰত্যুৎ-পন্নমতি কম মতা মানুহৰহে থাকে। লেখকে "ফুলমতী কুঁৱৰী"ৰ বিষয়ে কোৱাৰ লগে অসমীয়া দৃশ্য, কি জল-জল-পট-পট ভাৱেৰে দেখুৱাইছে। নোমলৰ লগে লগে আমিও সেই ঠাইলৈ যাও। গৌৰীসাগৰৰ পাৰত আমিও "কোমল চাউল কল-গাখীৰ সানি" খাওঁ, আকৌ খোজ লওঁ। আকৌ গৈ গৈ নগৰ পাওঁগৈ। বাটত নোমলৰ বাপেকে দেখুৱা দৃশ্যখিনি, অতীত আৰু বৰ্ত্তমান ভাবি চাই চাই গৈ থাকোঁ। পৰীক্ষাৰ মহলা দিওঁ। ফুলমতীৰ কথা শুনো (কিতাপৰ ২০-২১ পাত)। কথা শুনি ভাবোঁ কি বুদ্ধিমতী ছোৱালীৰ কেনে প্ৰত্যুৎপন্নমতি। মাকৰ ঘৰলৈ গৈ চকত লাগি থকা "কৰ্কৰা ভাত আৰু আখাৰ চকৰপৰা ফিছা" ভুকনমান খাই আছি লগৰীয়া আৰু লিগিৰীবিলাকক কোৱাৰ কথা আৰু সেই কথা ৰজাই বেৰৰ আঁৰৰ পৰা শুনি থাকোতে কেনে সুন্দৰভাৱে সেই কথাকেই সমাজিক বুলি নতুন গঢ় আৰু ৰং দিয়াৰ কথা ভাবি আচৰিত হওঁ, আৰব্য উপন্যাসৰ কথা মনলৈ আহে। সেইবোৰ ঔপন্যাসহে। কিন্তু ফুলমতীৰ এই কথাখিনি ইতিহাস প্ৰসিদ্ধ। তিৰুতাৰ প্ৰত্যুৎপন্নমতিৰ সুন্দৰ চানেকি। সঁচাকৈয়ে হাত চপৰিয়াই ধন্য ধন্য কৰিবলৈ মন যায়, হাঁহি হাঁহি শ্বাবাছ ফুলমতী কওঁ। আৰু আন কথাকেৰি মেকুৰীৰ কথা? এই মেকুৰীৰ বিষয়ে আগেয়ে শুনা মনত নপৰে। তিৰুতাৰ পাৰদৰ্শিতাৰ বিষয়ে মোৰ মনৰ ভাব আৰু দৃঢ় হ'ল। মই কৈ আহিছোঁ এই কথা সকলো সময়তে যে তিৰুতাক যদি মুনিহ মানুহৰ লগে লগে সমানে সঁচাকৈয়ে সহকৰ্ম্মিণী হ'বলৈ উপায় দিয়া যায়, তিৰুতা সকলে সহকৰ্ম্মিণী হৈ কোনো কোনোৱে মুনিহ মানুহক ছেৰ পেলাই যাব। এনে হলে মুনিহৰ একো লাজৰ কথা নহব—গৌৰৱৰ কথাহে হ'ব। কি বিচাৰ শক্তি লৰাই-

বুঢ়াই পঢ়ি আচৰিত হব। লেখকে এই ছুটি কথা কবলৈ যাওঁতে আসাম আৰু অসমীয়াৰ মৰম লগা, শ্ৰদ্ধা লগা কথাবোৰ কেনে সুন্দৰ সৰল প্ৰাঞ্জল অসমীয়াৰে কৈ গৈছে! ইও "শ্বাবাছ" আৰু ধন্যবাদ পাবৰ যোগ্য।

পঞ্চম—"সিও এক, ইও এক"। এটি সাধুকথা। কৈছোঁ নহয় আমাৰ সাধু কথা সঁচা সঁচিকৈয়ে সাধু কথা। ইও তেনে সাধু। সত্য কথা।

ষষ্ঠ—জয়মতী কুওঁৰী—আমি সকলোৱে এই কুওঁৰীজনাৰ কথা জানো। কিন্তু লেখকৰ লেখাৰ মাধুৰ্য্যৰ নিমিত্তে পঢ়ি আনন্দ পালোঁ। লেখকৰ লেখিবৰ, ক'বৰ গঢ় ঘৰুৱা। "বাথুৰী বাইক কাইলৈ এহাঁ গাখীৰ এটোপা সৰহকৈ" আনিবলৈ কোৱাৰ কথা, "কটা তামোল নাপালোঁ দেও, হোহাঁ গোটা তামোল পানকে দিলোঁ, বাটত কাটি খাই যাবাঁগৈ"—এনেবোৰ কথা পাতে পাতে লেখি অসমীয়া "এটিকেট" নজনা বিলাকক আমাৰ "এটিকেট" শিকাই আৰু অসমীয়াক বিশেষ দূৰত থকা অসমীয়া বিলাকক আসামৰ প্ৰতি দৃশ্য, প্ৰতি কথা সোঁৱৰাই কিতাপখনি মন, নয়ন, চিত্ত তৃপ্তিকৰ কৰিছে। সেইগুণে লেখকক এই ছুৰণি ঠাইত থকা অসমীয়াটিয়ে কৃতজ্ঞতাৰ ধন্যবাদ জনাইছোঁ।

সপ্তম—মণিৰাম দেৱান। মণিৰাম দেৱান বুৰঞ্জীত থাকিব। দেৱানৰ সকালৰ কথা আছে। আসামৰ সেইকলীয়া চিত্ৰ ইয়াত পোৱা যায়। "মই বুঢ়াগোঁহাই হওঁ বাৰু" বোলা ধেমালীৰ কথাখিনিয়েই যে ইমান গহীন, গভীৰ, ভয়লগা হৈছিল ইও সেইকালৰ এটি চিত্ৰ।

অষ্টম—"বাঁহী মাতৰ গছ", নৱম "ভেকোককা মোকো নিয়া", দশম—"মাঁগছালৰ বেহা"—সাধুকথা। সাধু, সাধু, সাধু।

"বাংপতা" অৰ্পণ কৰা হৈছে লক্ষ্মীকান্ত বৰুৱাদেৱক। এই ডেকাজনা, বৰ দুখৰ বিষয়, বৰ কম বয়সতে পৰলোকলৈ গ'ল। ঈশ্বৰৰ ইচ্ছা!

তেওঁ আৰ্ল ল কলেজত আইন পঢ়ি, তাৰে পৰাই বি, এল্, পৰীক্ষা দিছিল। তেওঁ এজন উদ্যোগী পুৰুষ আছিল। তেওঁৰ আত্মাৰ সদ্গতি কামনা কৰোঁ।

ইমানখিনি লেখি মই "বজ্ৰলেপেই" (৯,১০ পাত) হ্‌ন্দা হ'বলা। ক্ষমা মাগিছোঁ। মোৰ কিতাপখনি পঢ়ি এনে ভাল লাগিছে যে আনকো এই কিতাপৰ বিষয়ে নকৈ নোৱাৰিলোঁ। মোৰ ইচ্ছা তেওঁলোকেও যেন এই কিতাপৰ সোৱাদ পায়। এনে এখনি কিতাপ মোৰ অসমীয়া ভাষাত পঢ়া মনত নপৰে। ইয়াৰ ভাষা সৰল, নিভাঁজ, নিখুঁত। "খাছ", "অগ্নি" অসমীয়া। আমি যেনেকৈ দিনৌ কথা কওঁ সেই ভাষাই। ইয়াৰ বিশেষত্ব এই যে ইয়াত কোনো অন্য অসমীয়া কথা নাই। আমাৰ ঘৰুৱা মাতেৰেই ইয়াত কথাবোৰ কোৱা হৈছে —যেন বেণুধৰ শৰ্ম্মাই চোতালত কিঁজুহালৰ ওচৰত বহিতে লৰাছোৱালীৰ সৈতে কথা পাতিছে। ধেমালীৰ ছলেৰে নীতিকথা।

নীতিকথা, ঐতিহাসিক কথা জানিবলগীয়া কথা আছে। এনেকৈহে কোমলমতী লৰাছোৱালীক শিক্ষা দিয়া বাঞ্ছনীয়। "কথাচ্ছলেন বালানাং নীতিস্তদিহ কথ্যতে।" এনে এখন কিতাপ স্কুলীয়া কিতাপ হোৱা অতি যুগুত বুলিও ভাবোঁ। ধেমালী ছলেৰে নীতিকথা, বুৰঞ্জী শিক্ষা, সাধাৰণজ্ঞান শিক্ষা এই কিতাপখনিত দিয়া হৈছে। এনে এখন কিতাপ আমাৰ লৰা-ছোৱালীবিলাকক পঢ়িবলৈ নিদিলে বৰ দুখৰ কথা হ'ব। লৰা-ছোৱালীবিলাকে ৰং মনেৰে এই কিতাপ পঢ়িব। শিক্ষাৰ কিতাপ এনেকুৱাই হ'ব লাগে। পঢ়াৰ ফালে মন নথকা লৰাবিলাকে "ৰাংপতা" পঢ়ি সুখ পাব, আনন্দ পাব, মই বেচি ডাঠকৈ কওঁ। আৰু লৰা-ছোৱালীবিলাকৰ, এই কথা পঢ়িলে যে উন্নতি হ'ব নকলেও হ'ব। শৰ্ম্মাদেৱে এই কিতাপখনি উলিয়াই অসমীয়া সাহিত্যৰ সঁচাসচিকৈয়ে উপকাৰ সাধিছে, ভাষাক চহকী কৰিছে। এনে কিতাপ ওলাই থাকিলে অসমীয়া ভাষা ভাৰতৰ আন আন ভাষাৰ লগত একেশাৰীতে বহি ভাৰত আইৰ মুখ উজ্জলাব। "ৰাংপতা"ই অসমীয়া ভাষাক নতুন গঢ় দিছে। ন লেখাক সকলক আগেয়ে কোনেও খোজ নিদিয়া বাট দেখুৱাই দি—শৰ্ম্মাদেৱে ভাষাৰ এটি নতুন যুগ সৃষ্টি কৰাৰ বাবে ধন্যবাদ দিওঁ।

"ৰাংপতা" নামফেৰি শুনিবলৈ ভাল লাগিলেও "ৰাংপতা" কথাটিয়ে যেন ( মোৰ মনেৰে ) ওপৰৰ খিনিহে বিত্তোপন কৰে আৰু এই সুদৃশ্য বস্তুটি অলপ পৰহে স্থায়ী হব। এই নাম দেখাৰে পৰা মোৰ "সোণখটোৱা" কথাটি মনত পৰি আছে। এই "সোণখটোৱা কথাটি প্ৰয়োগ কৰি আন এটি নাম দিয়া হলে ভাল হ'লহেতেন বুলি ভাবোঁ ; এই ফেৰি মোৰ ব্যক্তিগত মতহে।

আজিকালি তুলাপাত পোৱা নাযায় ; এনে সঙ্কটৰ সময়তো এই কিতাপখনি ওলোৱাৰ বাবে যিসকলে শৰ্ম্মাদেৱক সহায় কৰিছে তেওঁলোকক এই সুযোগতে ধন্যবাদ দিওঁ। আৰু শৰ্ম্মাদেৱক কওঁ এনে কিতাপ আৰু আমাক লাগে। এইখন প্ৰথম ভাগহে।

পৰমপিতা পৰমেশ্বৰে শৰ্ম্মাদেৱক আৰু তেওঁৰ পৰিয়ালবৰ্গক মঙ্গল কৰক। পৃথিবীৰ মঙ্গল হওক, ভাৰতৰ মঙ্গল কৰক। ব্ৰহ্মা কৃপাহি কেৱলম্।

---

# বেণুধৰ শৰ্ম্মাৰ 'মণিৰাম দেৱান"

শ্ৰীধীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

"মণিৰাম দেৱান" কিতাপখন অসমীয়া বুৰঞ্জীমূলক সাহিত্যৰ আপুৰুগীয়া সম্পদ। সাহিত্যিক জগত ইয়াক বুৰঞ্জীমূলক জীৱনী বুলি ধৰিব পাৰি। জাতীয় জীৱনত বিকাশৰ দীঘলীয়া কালছোৱাত এনে ধৰণৰ সাহিত্যই আমাক সদায় আকৰ্ষণ কৰি আহিছে আৰু আগলৈও কৰি থাকিব। বৃটিছ সাম্ৰাজ্যবাদৰ শোষণত জৰ্জ্জৰিত হৈ ধ্বংসপ্ৰাপ্ত হোৱা সমস্ত সমাজৰ প্ৰতিনিধি বৰ্গই দেশ স্বাধীন কৰিবৰ অৰ্থে ১৮৫৭ চনত যি সশস্ত্ৰ বিপ্লৱ কৰিছিল সেই বিপ্লৱক সৰ্ব্বসন্মতিক্ৰমে স্বাধীনতাৰ প্ৰথম যুদ্ধ বুলি কোৱা হয়। তাত সকলো শ্ৰেণীৰ জনতাৰো সহযোগ আছিল। সেই সময়তে মণিৰামে বৃটিছ শাসনত অসন্তুষ্ট হৈ কলিকতাত দেশ উদ্ধাৰৰ পথ বিচাৰি গল; কলিকতা পাই দেখিলে যে "হিন্দুস্থানত গোৰা পল্টন নায়েই। ......এইফালে গছ হাউলি গৈছে কাঁচিও চোকা হৈছে! আমাৰ ফালেও কাঁচি ধৰাই যুগুত কৰি ৰখা ভাল হব।" অসমত ইয়াৰ ফলতেই যুদ্ধৰ যমঘণ্টা লাগি গ'ল। পিছে কি হ'ব? আমাৰ ভিতৰুৱা দুৰ্ব্বলতা আৰু শত্ৰুৰ সুনিপুণ যুদ্ধ কৌশলৰ কাৰণে "মণিৰাম দেৱান"হঁত নৌ যুঁজোঁতেই হাৰিল আৰু ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা মণিৰাম শিয়লীৰ ফাঁচী হ'ল।

আজিও মণিৰাম দেৱান আমাৰ জাতীয় জীৱনৰ প্ৰেৰণা স্বৰূপ হৈ আছে। আৰু সেইবাবে তেওঁৰ জীৱনী আৰু সামাজিক ভূমিকা যুজাৰু লেখকসকলৰ স্থায়ী চিন্তাৰ বিষয়। এই কিতাপখনিও লেখকৰ প্ৰায় ৩০ বছৰকালৰ সাধনাৰ ফল। গৱেষণাৰ আৱশ্যকীয় সমল আৰু লিখাৰ সঁজুলিবোৰো যথেষ্ট যত্নেৰে সংগৃহীত। সেইবোৰ বিশ্বাসযোগ্য। বংশতত্ত্ব বা আন আন কাহিনী সংগ্ৰহত ঠায়ে ঠায়ে মৌখিক প্ৰমাণৰ আৱশ্যক যদিও হৈছে তথাপি লেখকৰ অসম বুৰঞ্জীৰ পূৰ্ব্ব জ্ঞানলৈ চাই, বিশেষ ভ্ৰান্তিৰ থল নাই বুলিয়েই ভাবোঁ। কিতাপ-

খনৰ কোনো ঠাইত লেখকে নিজৰ মত বা অনুমানকো ঠাই দিছে। সেইবোৰৰ দুই এটাত তৰ্কৰ স্থল ব'লেও সি কিতাপখনৰ সৌন্দৰ্য্য মুঠেই হানি কৰা নাই। বিষয়বস্তুৰ ফালৰ পৰা কিতাপখনৰ মূল্য সবাতোকৈ বেছি। লেখকে গোটোৱা সজুলিবোৰ—বিশেষকৈ মণিৰাম দেৱানৰ এতলা দৰ্খাস্ত আৰু বিপ্লৱৰ কালত দিয়া চিঠি কেইখন অসমৰ সমসাময়িক সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনৰ ফটফটীয়া চিত্ৰ। পুৰণি আৰু নতুন সমাজৰ বিষয়ে মণিৰামৰ জ্ঞান অতি গভীৰ আছিল। সেইকাৰণে তেওঁ সেই সময়ৰ সামাজিক আৱশ্যকতা, বিপ্লৱৰ কথা ভালদৰে ধৰিব পাৰিছিল। মনীষী কাৰ্লাইলৰ ভাষাৰে তেওঁক বুৰঞ্জীৰ বাট দেখুৱাওঁতা (Beginner) বুলিব পাৰি।

মণিৰামৰ মহত্ব প্ৰতিপন্ন কৰিবৰ বাবে লেখকে সেই সময়ৰ সামাজিক পটভূমিত ভাৰতীয় সমাজখনৰ ন আহৰণ সমূহৰ কথা আৰু সেই আহৰণৰ লগে লগে পুৰণি বিধ্বস্ত সমাজৰ বুকু ফুটি ওলোৱা বৈপ্লবিক পৰিস্থিতিৰ সম্ভেদো আমাক জনাইছে। মণিৰামে বৃটিছৰ উন্নত সভ্যতাৰ পৰা তেওঁ সংবাদ পত্ৰ সেৱন, নতুন ৰণ কৌশল আৰু পুৰাতত্ব চৰ্চ্চা আদি উন্নত ব্যৱস্থা সমূহ গ্ৰহণ কৰিছিল। "অৰুণোদই" কাকতক তেওঁ সম্বৰ্দ্ধনা জনাই এটি ন সভ্যতাক ওলগ জনাইছিল। মণিৰামে বৃটিছ সাম্ৰাজ্যবাদৰ বহিঃসৌন্দৰ্য্য দেখি মুগ্ধ হৈছিল। আৰু পুৰণি সমাজৰ উন্নতি কৰিবৰ অৰ্থে বৃটিছ শাসক সকলক ন ন ৰাজহ তোলা আৰু ন্যায় সোধা ব্যৱস্থা পাতি দি সহায় কৰিছিল। পৰ্ব্বতীয়া জাতি সকলক বৰোৱাতো তেওঁৰ দান অতুলনীয়। নতুন ব্যৱস্থাৰে সৈতে আপোছ কৰি তেওঁ পুৰণি সমাজকে জীয়াই ৰাখিবলৈ বিচাৰিছিল। লেখকে লিপিবদ্ধ কৰা বংশতত্ব, পুৰণি শিক্ষা, জীৱন ধাৰণৰ প্ৰণালীৰ পৰা জনা যায় যে তেওঁ সামন্ত সমাজৰ প্ৰতি-পত্তিশীল প্ৰতিনিধি আছিল। তেওঁ পুৰণি সমাজ নকৈ সজাব খুজিছিল। তেওঁৰ অসমত চাহ শিল্পও থাকিব আৰু কুটীৰ শিল্পও থাকিব। এই সমন্বয় নিশ্চয় প্ৰতিক্ৰিয়াশীল বিলাতী কালাপাহাৰ সকলৰ মনঃপুত

নহয়। পুৰন্দৰ সিংহক ৰজা ভঙাৰ পাচতহে মণিৰামে সপোন ভাগিল। তেতিয়াহে বুজিলে যে বৃটিছক খেদা উচিত। নকৈ অসম গঢ়িবলৈ হ'লে ভাৰতৰ লগ লব লাগিব। আৰু বিপ্লৱ কৰিব লাগিলে কাড়ী-পাইক আৰু চিপাহীৰো সহায় লব লাগিব। অকল ডা-ডাঙৰীয়া বা ৰজাৰে নহয়। মণিৰামৰ এতলা দৰ্খাস্ত আৰু চিঠি বোৰত এই উপলব্ধিয়েই ফুটি ওলাইছে। এই উপলব্ধি কৰিব পৰা প্ৰথম অসমীয়া মণিৰাম দেৱান সেইবাবেই আমাৰ চকুত মহৎ ব্যক্তি। আমাৰ জাতীয় জীৱনত ই উপলব্ধিৰ প্ৰথম প্ৰভাত। সেইকাৰণে তেওঁ সেই সময়ত বুৰঞ্জীত এজন ৰাট দেখুৱাওঁতা।

শৰ্ম্মাৰ ৰসাল ভাষাত আবেগ-অনুভূতি আৰু যুক্তিৰ এটি সুন্দৰ সমাবেশ হৈছে। তেওঁৰ প্ৰকাশভঙ্গী লোক-প্ৰিয়। ই আমাক পুৰণি অসমীয়া বুৰঞ্জী লেখক সকলৰ কথাও সোঁৱৰাই দিয়ে। তেওঁৰ ভাষা পৰ্ব্বতীয়া নিজৰাৰ দৰে চঞ্চল অথচ আবেগময়ী। জতুৱা ঠাঁচে মন মোহে। সময়ত আকৌ সি লুইতৰ তল স্তুতিৰ দৰে দ আৰু গভীৰ হৈ পৰে। ন ভাব পুৰণি ঠাচঁত সুন্দৰকৈ গঢ়ি তেওঁ আমাক মুগ্ধ কৰি তুলিছে।

ইতিহাসৰ সমল হিচাবে কিতাপখনৰ মূল্য দিনকদিনে বাঢ়ি যাব; কিন্তু সাহিত্যৰ মূল্য নকমে। ত্ৰিশ বছৰৰ আগতে কিতাপখনৰ জকাটো সজা হৈছিল। আজি সি তেজ মঙহ লৈ আমাৰ আগত ওলাইছে। গা-গাৰিয়েও দেখিবলৈ ভাল। চিকুণী, ৰূপহী আৰু গুণৱতী গাভৰু এজনীৰ দৰে কিতাপখনো আমাৰ মন-খোৱা হৈছে। কিতাপখন বছেৰেকৰ উৎকৃষ্ট কিতাপ বুলি পৰিগণিত হলেও একো আচৰিত হবলগীয়া কাৰণ নেথাকিব। বানান ভুল হৈ মাজে মাজে খতি-হৈছে যদিও অসমীয়া কিতাপৰ ই সাধাৰণ লক্ষণ বুলি ক্ষমা কৰিব পাৰি। কিতাপখনৰ বাবে আমি লেখক শ্ৰীযুত বেণুধৰ শৰ্ম্মাক পঢ়ুৱৈ সমাজৰ হৈ ওলগ জনালোঁ।*

* চেপ্তেম্বৰ, ১৯৫০

# "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"

ডঃ দিলীপ বৰুৱা

আৰম্ভনিতে শৰ্ম্মাদেৱে লিখিছে যে এই পুথিখন 'কাব্য, কবিতা, নাট, সাধু, বুৰঞ্জী, ৰচনা—এই বিলাকৰ এটাৰ ভিতৰতো নপৰে। বেটুপাত আৰু নামাকৰণ দেখি সাধাৰণতে সন্দেহ হোৱা স্বাভাৱিক যে এইখন বুৰঞ্জী বা জীৱন দৰ্শননেকি? কিন্তু সেই খুকুৰি মাৰি তেখেতে লিখিছে: "বুৰঞ্জী নহয়—সময়ৰ ক্ৰম হুবহু লিপিবদ্ধ কৰিবলৈ, জীৱনৰ দৰ্শন নহয়—আকোৰ গোজালি ভাৱে ধৰি থকা মতবাদৰ পৰিচয় দিবলৈ।" ই কেৱল মাথো "কোনেও নজনা-নুশুনা ধনাই মনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্ত্তনে কেনেকৈ খুন্দিয়া-খুন্দি কৰিছিল "আৰু সি কেনেকৈ তেখেতৰ হৃদয় ৰাজ্যত চাব মাৰিছিল তাৰে এটা "জান নেজান চিন মাত্ৰ।"

বুৰঞ্জী বা মতবাদৰ স্বাক্ষৰ অবিহনে কেৱল মাথোন অমাত অগৌৰৱী ধনাই মনাই হঁতৰ স্বাধীনতা যুদ্ধত যোগোৱা অবিহণাৰ বিচাৰ লবলৈ লিখা পুথিৰ প্ৰতি সাধাৰণ পঢ়ুৱৈ কিমান আগ্ৰহ হব সঠিককৈ কব নোৱাৰি। কিন্তু এটা কথা ঠিক, "কাঁচিয়লি ৰ'দত" নিৰ্ভেজাল তেনে পুথি নহয়। "মোৰ গাওঁ" যেনেকৈ কবিৰ ভাষাত "এচমকা ব্ৰহ্মাণ্ডৰ হিয়া", ঠিক তেনেকৈয়ে শৰ্ম্মাৰ চাৰিং ভাৰতৰ সাত লাখ গাওঁৰ এক জীৱন্ত স্বৰূপ। সংখ্যা বিজ্ঞানৰ ভাষাত কবলৈ গলে "কাঁচিয়লি ৰ'দত" ১৯২১ চনৰ স্বাধীনতা আন্দোলনৰ "চেম্পল চাৰ্ভে।" সেইফালৰ পৰা চালে পুথিখনৰ বুৰঞ্জীমূলক গুৰুত্ব আছে। তাৰোপৰি অসমীয়া সাহিত্যত যিহেতু Memoir বা ব্যক্তি স্মৃতিৰ ইতিহাসস্থানীয় পুথিৰ নিতান্ত অভাৱ, "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দতে" এটা নতুন আৰ্হি স্থাপন কৰিব পাৰিব। পুথিখনৰ পৰা আঁতৰি আহিলে দুটা সামাজিক ঘটনাৰ

পৰিপ্ৰেক্ষণ স্পষ্টভাৱে মনত ভাহি উঠে। এটি হ'ল কানি নিবাৰণী আন্দোলনৰ সাৰ্ব্বজনিন আগ্ৰহ আৰু আনটো হ'ল বিদেশী বস্ত্ৰ বৰ্জনৰ তাব্ৰ সততা। ভাৰতীয় জাতীয়তাভাব গঢ়ি তোলাত এই দুই আন্দোলনে কিমান বৰগুনি যোগালে তাক সহস্ৰ মুখে কৈ শেষ কৰিব নোৱাৰি। এই পুথিৰ পাতে পাতে আমি উদাহৰণ পাইছোঁ কেনেকৈ এই দুই আহ্বানৰ স্ফুলিঙ্গই এটা ৰাজনৈতিক আন্দোলনৰ জুই দপ দপাই জ্বলাই তুলিছিল। এটা সুপ্ত জাতিক জগাই তুলিবলৈ কেৱল মাথো মহৎ আদৰ্শই যথেষ্ট নহয়। গান্ধীজীৰ ৰাজনৈতিক পৰিপক্কতাৰ পৰিচয় এইখিনিতেই—যে তেওঁ আমাৰ সমাজত কৰাল মাৰি ধৰা কিছুমান দোষ দূৰ কৰি জাতীয় আত্মাৰ অন্তৰ্নিহিত শক্তি প্ৰবাহিত কৰিবলৈ সমৰ্থ হৈছিল। Revivalism-ৰ বৈপ্লৱিকৰূপ এইখিনিতেই ওলাই পৰে। চাৰিং এলেকাৰ পটভূমিত শৰ্ম্মা ডাঙৰীয়াই এই বৈপ্লৱিক ৰূপ ফুটাই তোলাত সমৰ্থ হৈছে।

এই পুথিখনৰ পৰিপ্ৰেক্ষিতত আৰু এটা কথা ৰিণি-ৰিণি পোৱা যায়—সি হ'ল মধ্যবিত্ত বুদ্ধিজীৱি সকলৰ এই জাতীয় আন্দোলনৰ লগত সম্বন্ধ। স্বাধীনতাৰ বুৰঞ্জী লেখক হয়তো বহুতেই কাৰাবৰণ কৰা সকলৰ জীৱনকে এই আন্দোলনত বেছি প্ৰাধান্য দিব। কিন্তু গান্ধীজীৰ আন্দোলনত এই বুদ্ধিজীৱী সকলৰ স্থান বৃটিছ চৰকাৰে দিয়া সমান গুৰুত্বপূৰ্ণ নাছিল। মিডলটন চাহাবে কোৱাৰ দৰে তিনিজন তৰুণ ফুকন ( ২৩১ পৃঃ ) ৰ জন্ম হ'লেই অসমে স্বাধীনতা পাবৰ যোগ্য হব। কিন্তু ভাবিছিল কানিৰ দোকানত পিকেটিং কৰাই স্বৰাজ বা বিদেশী বৰ্জ্জন কৰাই স্বাধীনতা। এনে এটা আন্দোলন গঢ়ি তুলিবলৈ ইংৰাজী শিক্ষা পোৱা মুষ্টিমেয় লোকতকৈ সোমধৰৰ দৰে অশিক্ষিত উৎসাহী ডেকাৰ দল এটাৰ আৱশ্যকহে বেছি ( ৩৪ পৃঃ )। সোমধৰহঁতৰ দেশসেৱা দ্বন্দ্ব-হীন গতিকে প্ৰবল, কিন্তু ভগৱতী প্ৰসাদৰ লিখনি আৰু বস্তু বিচ্ছিন্ন চিন্তাধাৰা যেনেকৈ মানসিক দ্বন্দ্বেৰে ভৰা তেনেকৈ সেৱাৰ আগ্ৰহো গতিহীন। সেইগুণেই এই আন্দোলনৰ

পটভূমিত কলেজ ত্যাগ কৰা বা নকৰা ওকালতি এৰা বা নেৰা অতি সাধাৰণ ঘটনা। কিন্তু আজি স্বাধীনতা পোৱাৰ পিছত আমি এই আন্দোলনৰ প্ৰকৃত পৰিপ্ৰেক্ষা হেৰুৱাই পেলাই স্বাধীনতা আনি দিয়া বুলি কাৰাবৰণ কৰা মধ্যবিত্ত বুদ্ধিজীৱি সকলক অত্যধিক প্ৰাধান্য দিছোঁ। শৰ্মাৰ এই পুথিত এনে কোনো সজাগ চিন্তাৰ ইঙ্গিত নাই, ভগৱতী প্ৰসাদৰ উদ্ধৃতিবে পুথি আৰম্ভ কৰাত আনহাতেদি তাৰ ওলোটা ইঙ্গিতহে পাওঁ। কিন্তু তথাপিও পুথিখন ভালকৈ পঢ়িলে আৰু বিশেষকৈ পুথিখনৰ পৰা আঁতৰি আছিলে ১৯২১ চনত আন্দোলন প্ৰকৃত পৰিপ্ৰেক্ষিতত দেখা সম্ভৱ।

স্বাধীনতা পোৱাৰ পিছত স্বাধীনতা আন্দোলনৰ বুৰঞ্জীৰ প্ৰতি সাধাৰণতে মানুহৰ আগ্ৰহ হোৱাটো স্বাভাৱিক। চৰকাৰৰ ফালৰ পৰাও এই আন্দোলনৰ বুৰঞ্জী লিখিবলৈ চেষ্টা চলিছে। গল্প-উপন্যাস নাটকো এই বিষয়ে লিখা হৈছে। কিন্তু এনে লিখনিৰ সাৰ্থকতা তেতিয়াহে উপলব্ধি হয়-যেতিয়া ইয়াৰ মাজেদি আমি ব্যক্তিত্বকৈ সমাজৰ স্বৰূপটো বুজিবলৈ সমৰ্থ হওঁ। শৰ্মাৰ লিখনিত চাৰিওৰ তদ্‌কালীন সমাজখন জীৱন্ত হৈ উঠিছে আৰু তাতেই তেখেতৰ সাৰ্থকতা। শৰ্মাৰ গদ্য-ৰীতি স্বকীয়, কিন্তু অনুকৰণীয় নহয়। তেখেতৰ শব্দ আৰু যোজনাত গাৱঁলীয়া জীৱনৰ লগত থকা নিবিড় সম্বন্ধৰ ভাব আছে—গতিকে স্বভাবসুলভ গতিও আছে। কিন্তু সেই একে ৰীতিতেই আন এজনৰ লিখাত কষ্টসাধ্য যেন লাগিব। মৰ্ম্ম আৰু মাধ্যমৰ ঐক্য শৰ্মাৰ লিখনিৰ মূল লক্ষণ। ভজুৱা ভলন্টিয়াৰ সোমবৰক পেংলাই কবি গাৱঁৰ গাভৰু এজনীয়ে কৈছিল: "হেৰ চিমলাই, তই যে টেটুফালি চিঞৰি ফুৰিছ, স্বৰাজনো কাহানিকৈ পাবি?" স্বৰাজ বলিয়া সোমবৰে টপৰাই কৈ বুলিলেই পেলালে "আইটী অ', তোকে যেনিবা এতিয়া নিওঁ বুলিলোঁ। নিওঁ নিব পাৰিম জানো?······আজি লংটো, কাইলৈ ডালচেনিকণ, পৰহিলৈ জাকিড চোলাটো দিলেহে তোৰ মনটো ঘূৰিব হবলা?"

( ৩৪ পৃঃ )। এনে বহুত উদ্ধৃতিৰে দেখুৱাব পাৰি যে [illegible] গ্ৰাম্য আত্মাৰ প্ৰকৃত উমেৰে এই পুথি সঞ্জীৱিত কৰিব পাৰিছে। আৰু ধনাই মনাই হঁতৰ প্ৰাণৰ উছাহ, মনৰ স্বভাবজাত ৰসিকতা আৰু সৰল জ্ঞানৰ বৃহৎ সম্ভাৱনা—সকলোৰে পৰিচয় দিব পাৰিছে।*

---

* বামধেনু, ১২ বছৰ ৯ম সংখ্যা, পুহ ১৮৮১ শক।

# বেণুধৰ শৰ্ম্মাৰ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"

ডঃ প্ৰফুল্লদত্ত গোস্বামী

এখন উল্লেখযোগ্য আত্মজীৱনী হৈছে, চকুত লগাকৈ ছপাই উলিওৱা শ্ৰীযুত বেণুধৰ শৰ্ম্মাৰ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"। শ্ৰীযুত শৰ্ম্মাৰ জীৱনো ঘটনা বহুল আৰু এওঁৰ ৰচনাও অম্বিকাগিৰিৰ ৰচনাৰ দৰে সজীৱ। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" তৰুণ কৰ্ম্মীৰ তগবগীয়া স্বদেশ প্ৰীতিৰ এঠায়ে নহয়, মহান আন্দোলন এটি কিদৰে বুৰবুৰনিৰ পৰা পিছলৈ কোবাল সোঁতৰ ৰূপ লয় তাৰো মনোমোহা বিশ্লেষণ। শৰ্ম্মাদেৱৰ ঠাঁচ দুমুখীয়া, ইফালেও কাটে, সিফালেও, যেনে--

> ১৯২১ চনতে চাৰিওৰ দৰেই লাখ বিলাখ গাৱঁলীয়া ৰাইজ কুৰুলি মাৰি নোলোৱা হ'লে, ১৯৪৭ চনত ভাৰতীয় সংহতি স্থাপন কৰি স্বাধীনতাৰ প্ৰাচীৰ বান্ধিব পৰা নহ'লহেঁতেন। সিবিলাকৰ লগতে বুটিছ কৌৰৱৰ চাউল খাই গান্ধী পাণ্ডৱৰ গুণ গাওঁতাও আছিল অলেখ। তাৰে কতজনে লুকাই চুৰকৈ কংগ্ৰেছৰ গলধন ধৰালে, তাৰ বা কি অন্ত আছে? আজি সেই সকলৰ লেখবুজ বা বাতৰি লওঁতা কোনো নাই। লবলগীয়া যি সকল আছে সিও মদাৰ ফুল—গুৰুতো নালাগে ভকততো নালাগে। (পৃঃ ৩১)

কিতাপখনত কাপ্তান সোমবৰৰ পৰা মকৰা পেস্কাৰলৈকে অলেখ সৰুবৰ নৰ-নাৰীৰ চৰিত্ৰ, গোটেই সমাজ এখনৰ ৰসাল ভাষাত বৰ্ণোৱা ছবি—তাৰে মাজে মাজে লিখকৰ নিজৰ চেষ্টা-প্ৰচেষ্টাৰ জিলমিল পোহৰ। অভিজ্ঞতাৰ ওপৰত সজাই তোলা কিতাপ, যদিও ক'তো 'অহং'টো গাত বিন্ধাকৈ প্ৰকাশ পোৱা নাই। ইংৰাজী ঠাঁচত কবলৈ গলে ই বিচনাৰ কাষত ৰখা কিতাপ, মন গলে এপাত পঢ়ি থব লাগে,

আকৌ পিছত মন গলে মেলি লব লাগে। কিতাপ খনৰ ৰ'ডে পঢ়া যায় ত'তে আমোদ।

শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"ৰ এটি চৰিত্ৰলৈ মনত পৰে। হোলোং ফোচ মানুহ জন। মস্ত শৰীৰটোৰে জধলাকৈ কাপোৰ কাণি পিন্ধি শিৱসাগৰ জিলাৰ চাৰিওৰ বাটত ঘূৰি ফুৰে। আৰু হোৰাহোৰে তামোল পাগুলে। দুই কোৰা ৰৈয়েদি বয় পিকৰ ধাৰা। কথা পালেই হল, ঠাইতে ঢপকৈ বহি পৰিবলৈ দ্বিধা নকৰে। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" পুথিয়ে শৰ্ম্মাদেৱলৈ আনিছিল "সাহিত্য একাডেমী"ৰ পুৰস্কাৰ। এই পুথি শৰ্ম্মাৰ ভাষাত, গল্প নহয়, উপন্যাস নহয়, নহয় কথাকাহিনী বা ইতিহাস। চাইকেলত উঠি চাৰিওৰ বাটত এদিন ভৰবয়সীয়া বেণুধৰে জীৱন বিচাৰি ফুৰিছিল। তেওঁৰ চাইকেলৰ চকা কাহানিবাই ভাগিল। ভগা চাইকেল আৰু মেৰামত নকৰিলে। এতিয়া তেওঁৰ হাতত এক ইঞ্চি বহলৰ হটঙা টাঙোন। দলদোপ কৰি পাহাৰী গামৰ দৰে খোজ দিয়ে গুৱাহাটীৰ বাটত। কেতিয়াবা গুছি যায় শদিয়া সীমান্তলৈ আৰু সেই পিক পেলোৱা ককাইৰ দৰে এক ভাৰস্ত কৈ শুনায়—লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঁইবৰুৱা, ৰজনীকান্ত বৰদলৈ, গৰ্ডন চাহাব, আৰু যোগ গোহাঁই।······মিৰী গাভৰুত নাচ শেষ হওঁতে পুৰে বগা দাঁৰ দিয়ে। যোগৰ মনত লাওপানীৰ আবেশ। হেৰ যোগ উঠ, ঘৰলৈ যাওঁ। বিচিত্ৰ অভিজ্ঞতা হাতী ধৰাৰ পৰা গৰু চৰোৱালৈ। কিন্তু তাৰ মাজেদিয়ে কেনেকৈ পেটত পোৱালী লৈ ফুৰাৰ দৰে ইতিহাস চৰ্চ্চা ৰোগটো হিয়াৰ মাজত পুহি ৰাখিছিল। বেলৰ আলিত বিচাৰিছিল সাঁচিপাত। বেণুধৰৰ তেজাল ভাষাৰ মাজেদি সেই সাঁচিপাতে কথা কৈ শুনালে অসমীয়া ৰাইজক।

"মণিৰাম দেৱান", "গঙ্গাগোবিন্দ ফুকন", "দূৰবীণ", "সাতাৱন ছাল", "ৰাংপতা"—কাহিনীৰ পিছত কাহিনী আগবাঢ়ি যায়। তাৰ উপৰি আছে বহু প্ৰবন্ধ। তেওঁৰ হাতত কাৰেঙৰ পুৰণি ইটাবোৰেও

জীৱন্ত ভঙ্গিমাৰে কাহিনী শুনায়। কিন্তু তেওঁ ফুৰিলে যিমান সেই অনুপাতে এখনো ভ্ৰমণ অভিজ্ঞতাৰ পুথি অসমীয়া সাহিত্যলৈ আগবঢ়োৱা নাই। ঘৰৰ চাৰিবেৰৰ মাজত, বৈঠকৰ সেই কাহিনী বতাহৰ ঢৌ তুলি বতাহতে মাৰ গ'ল—অনাগত দিনৰ কাৰণে নাথাকিল।

প্ৰাচীনৰ মোহ এৰিব নোৱাৰা আধুনিক বেণুধৰৰ মনত অসম জন্মভূমি, তীৰ্থভূমি। ইয়াৰ হাট-বাট তেওঁ দহ-দহীয়াকৈ চিনি পাইছে। নেতাই ধুবুনী ঘাটত ধুবুৰী সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা জাউৰিয়ে জাউৰিয়ে আহ্বান জনালে। টোকোনৰ মূৰটো আৰু এক ইঞ্চি ক্ষয় হৈ গল তিনিকুৰি বছৰীয়া এই ডেকাক অসমৰ পথ উপপথৰ সৈতে পৰিচয় কৰি দিওঁতে……



# "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"ৰ লিখক বেণুধৰ শৰ্ম্মা

"ভৈৰৱী"

জ্যা পল চার্টেই এঠাইত কৈছে, যিবোৰ লেখক বিতৰ্কমূলক নহয়, তেওঁলোক মৰা লিখক। তেওঁলোকৰ লিখাত জীৱনৰ গোন্ধ নাই। কিন্তু যাৰ বিষয়-বস্তু সমসাময়িক জীৱন, তেওঁ সৰ্ব্বজন সম্মত কথা লিখাতো সম্ভৱপৰ নহয়। বিতৰ্কৰ মাজেদি এই সকল লিখকে গৌৰৱৰ খট্‌খটিত উঠিব লাগে। বেণুধৰ শৰ্ম্মা তেনে এজন লিখক। তেওঁৰ জীৱনৰ লগত তেওঁৰ লিখনি অবিচ্ছিন্ন ভাৱে জড়িত। তেওঁ নিজে যি দেখা, শুনা বা উপলব্ধি কৰা নাই তাৰ স্থান তেওঁৰ লিখনিত নাই। যিবোৰ বিষয়বস্তুত হাত দিয়ে, তাত তেওঁ নিজৰ ব্যক্তিত্বৰ ছাপ সানি দিয়ে। অনুসন্ধানত তেওঁৰ নিষ্ঠা প্ৰশংসনীয়, তাৰ প্ৰমাণ "মণিৰাম দেৱান" আৰু "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" আদি গ্ৰন্থই বহন কৰিছে।

বুৰঞ্জীলিখক বুলি জনাজাত এই মানুহজন প্ৰায় পাঁচদশকীয় অভিজ্ঞ লিখক। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, কে, এল, বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য্য, জে-বৰুৱা এইবোৰ আছিল তেওঁৰ মনৰ মানুহ। গোস্বামীৰ, বৰুৱাৰ পুৰাতত্ব চৰ্চ্চা, বেজবৰুৱাৰ বেপৰোৱা আশাবাদ আৰু ৰীতিনিষ্ঠা, ভট্টাচাৰ্য্যৰ স্বাধীন চিন্তাৰ ঐতিহ্য আৰু জে বৰুৱাৰ ব্যক্তিত্ব এইবোৰ তেওঁৰ মনৰ সাচনি পেৰাৰ ধন। তথাপিও অসহযোগ আন্দোলনৰ প্ৰথম ক'ণ ৰ'দত তেওঁ অসমীয়া সাহিত্যত এটি নতুন সমন্বয় সৃষ্টিৰ অৰ্থে আগবাঢ়ি গৈছিল। এই সমন্বয় সাহিত্য আৰু বিপ্লবী ৰাজনীতিৰ মাজত। ঢেকিয়াল ফুকন-হেমচন্দ্ৰ-গুণাভিৰামহঁতে পশ্চিমীয়া উদাৰনৈতিক সংস্কৃতিৰ ৰ'দকণত জুৰ লৈ অসমক হাবি

গুছি ফুলনিবাৰী কৰাৰ স্বপ্ন দেখিছিল। কিন্তু বেণুধৰ শৰ্ম্মাইঁতে (চন্দ্ৰনাথ শৰ্ম্মাইঁতৰ সৈতে) অনুভৱ কৰিছিল যে লগতে মণিৰাম দেৱানৰ ঐতিহ্য যদি অনুসৰণ কৰা নহয়, তেন্তে অসমক ফুলনিবাৰী কৰা সম্ভৱ নহয়। এই উপলব্ধিৰ ফলতেই "মণিৰাম দেৱান"ৰ পুনৰ্জ্জন্ম হয়।

শৰ্ম্মাই বুৰঞ্জীচৰ্চ্চা কৰিবলৈ কিয় লৈছিল তাক তলত দিয়া কথা কেইষাৰিৰ পৰা ফট্‌ফটীয়াকৈ ধৰিব পাৰি:

"বুৰঞ্জী চৰ্চ্চা কোনোৰ নিমিত্তে ভাত-মাছ, কোনোৰ নিমিত্তে গলগ্ৰহ; নাইবা বুৰঞ্জী চৰ্চ্চাৰ ফল কেতিয়াবা অমৃতময় হয়, কেতিয়াবা হলাহলো হয়। বিষয় আৰু ঘটনা সমূহৰ যথাযথ আলোচনাৰ ওপৰতেই বুৰঞ্জীৰ সুফল কুফল নিৰ্ম্মিত হয়। আধুনিক যুগত জাতীয় ঐক্য আৰু সংহতি স্থাপনৰ নিমিত্তে গৌৰৱময় অতীতৰ ঘটনাৰাজি প্ৰয়োগ কৰা উচিত। যিবোৰ খণ্ডিত ঘটনা বা বিভেদ সৃষ্টিকাৰী মনোভাবে আমাৰ পূৰ্ব্বপুৰুষ সকলৰ কৰ্ম্মপন্থা নিয়ন্ত্ৰণ কৰিছিল, সেইবোৰ উকটি থাকিলে বা পুনঃ পুনঃ আলোচনা কৰি থাকিলে বিভেদৰ ফাট বহল হৈ যাব। গতিকে সুনীয়া সঁফুৰা অসম দেশৰ অভূতপূৰ্ব ইতিহাসৰ প্ৰত্যেকটো ঘটনাকে উদীয়মান ছাত্ৰশক্তিয়ে নতুন দৃষ্টিভঙ্গীৰে অধ্যয়ন, আলোচনা আৰু গৱেষণা কৰিব লাগিব।"

শৰ্ম্মাৰ ৰচনাবোৰ প্ৰায় তেইশখন প্ৰকাশিত আৰু অপ্ৰকাশিত গ্ৰন্থত সিচৰতি হৈ আছে। ইয়াৰ বাহিৰেও কোনো সাচত পেলাব নোৱৰা ভালেমান ৰচনা আছে। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দতৰ পাতনিত তেখেতে সাহিত্যৰ ৰূপ বিভাগৰ প্ৰতি দেখুওৱা অসহযোগৰ স্বভাৱ তেওঁৰ সাহিত্য ৰচনাৰ মুক্ত পদ্ধতিৰ চিনাকী দিয়ে।

জাতীয় পুৰস্কাৰ লাভ কৰা তেওঁৰ "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"ৰ ৰচনা-ৰীতি সম্পৰ্কে তেওঁ এনেদৰে লিখিছে। "ই কাব্য নহয়—উই হাঁৰুজুটোক পৰ্ব্বত কৰি শুৱলা বৰ্ণনা দিবলৈ; কবিতা নহয়, স্বৰ্গৰাজ্যৰ চুপছি সাজিবলৈ, নাইবা মৰ্ত্তভূমিৰ মকৰাজাল উভিবলৈ; নাট নহয়

থৌকি-বাথৌ চৰিত্ৰ আঁকিবলৈ ; উপন্যাস নহয় জীৱনৰ বিচিত্ৰতা দেখুৱাবলৈ ; চুটি গল্প নহয় কৌশল কিটিপ্ লগাই খাৰতে ঘটনা বা কল্পনাৰ সৰ তুলিবলৈ ; সাধু নহয় পানীৰ ঔটেঙা সাজি চালুকীয়াৰ মন তুষিবলৈ ; বুৰঞ্জী নহয়—সময়ৰ ক্ৰম হুবহু লিপিবদ্ধ কৰিবলৈ জীৱনৰ দৰ্শন নহয়—আঁকোৰগোজালি ভাৱে ধৰি থকা মতবাদৰ পৰিচয় দিবলৈ ; অইন কি ৰচনাও নহয়—আৰ্ট লগাই বিষয়টো ফুটাই তুলিবলৈ। কোনেও নজনা নুশুনা ধনাই-বনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্ত্তনে কেনেকৈ খুন্দিয়াখুন্দি কৰিছিল, সেই খুন্দিয়া খুন্দিয়ে মোৰ হৃদয় ৰাজ্যত কেনেকৈ চৌপাশে থকা পৰিবেশ পেৰেপট এখনিৰ চাব মাৰি থৈ গ'ল তাৰে এটি ই জান্ নেজান্ চিন মাত্ৰ।

শৰ্ম্মাৰ এই আঙ্গিক বিচাৰ তাৎপৰ্য্যপূৰ্ণ। প্ৰাচ্য মহাদেশৰ যিসকল লিখকে আত্ম প্ৰকাশৰ বেদনা অনুভৱ কৰি পশ্চিমীয়া সাহিত্যৰ ধৰা-বন্ধা ৰূপৰীতি ত্যাগপূৰ্ব্বক নতুন আঙ্গিকৰ সন্ধান কৰিছে, এই সকলৰ মনোবেদনাও শৰ্ম্মাৰ এই স্বীকাৰোক্তিৰ অনুৰূপ। উদাৰনৈতিক দৃষ্টিভঙ্গীৰ সমৰ্থক সকলে প্ৰাচ্য বিষয়-বস্তুক পশ্চিমীয়া ৰূপ-ৰীতিয়ে প্ৰকাশ কৰাৰ কথা সমৰ্থন কৰে যদিও এই বিলাক আঙ্গিকে সদায় সকলো লিখককে নুশুজে ; তাৰ কাৰণ আমাৰ প্ৰাচ্য সাহিত্যবোৰৰ ঐহিত্য, সমসাময়িক বাতাবৰণ।

"কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত"ক এজন সমালোচকে আত্মজীৱনীমূলক বুলিছে ; কিন্তু এই বিশেষণে তাৰ সম্পূৰ্ণ ৰূপ প্ৰকট নকৰে। ইয়াত উপন্যাসৰ দৰে সূক্ষ্ম চৰিত্ৰাঙ্কন আছে, বিশেষকৈ, মকৰা পোদ্দাৰ, ভকত গগৈ বাহাদুৰ, চিংফৌ খহুৱা এইবোৰে কিতাপখনক সেইফালেহে টানে। বহুতো কথাই বিমল হাস্যৰসৰ খোৰাক দিয়ে,—তেতিয়া তাক খুহুতীয়া গল্প যেন লাগে। ইয়াৰোপৰি কিতাপ খনত বেজবৰুৱাৰ ভাবেৰে "হওক বা নহওক" বুলি লিখা দৃষ্টিভঙ্গীৰ মাজেদি লিখকে যি স্বাধীনতা লৈছে সেই স্বাধীনতাৰ সহায়েৰে বিষয়-বস্তুৱে নীৰস

বর্ণনা, শীতল পাণ্ডিত্য আৰু লোকদৰ্শক চাকচিক্যৰ উৰ্দ্ধলৈ উঠিছে। বেণুধৰ শৰ্ম্মাৰ সাহিত্য-সাধনা মাকীমুখী। সাধাৰণ মানুহে ব্যৱহাৰ কৰা ঘৰুৱা শব্দ বা খণ্ডবাক্যৰ প্ৰতি তেওঁৰ ভালপোৱা অপৰিসীম, ইয়াৰ কাৰণো হ'ল তেওঁৰ অসমীয়া মানুহৰ প্ৰতি ভালপোৱা।

কিতাপখনৰ মাজত পূৰ্ব্বপুৰুষ এচামৰ চিৰস্মৰণীয় কীৰ্ত্তি সৰহকৈ পোৱা যায়; ত্ৰুটিবোৰ স্পষ্ট ভাবে নিৰ্দ্দিষ্ট হোৱা নাই। তাৰ কাৰণ বোধহয় অসহযোগ আন্দোলনৰ বেয়াক ভালকৰা বিষয়ে থকা বৈপ্লৱিক বিশ্বাস। শৰ্ম্মাৰ বৰ্ণনাত ভাবাতিশয্য বা ভাবাতিৰিক্ত ব্যঞ্জনা নাই। চহা আৰু বণুৱা অসমৰ চিত্ৰস্পষ্টাৰ্থক চহা শব্দৰ মাজেদি অন্তৰঙ্গ ৰূপত জিলিকি উঠিছে। শৰ্ম্মাই ৰাইজক তুলিছে; কিতাপখনে যিসকল আমাৰ অন্নদাতা সেইসকলৰ সঞ্জীৱনী পানী ঢালি জীয়াবলৈ সমৰ্থ হৈছে। লিখনিৰ কৃতিত্ব সেইবাবে কিতাপখনত স্পষ্ট। কিতাপখন পঢ়ি এজন ইংৰাজী শিক্ষিত পঢ়ুৱৈয়ে লিখিছিল, "Benu, you are romance by yourself", এজন গাৱঁলীয়া পঢ়ুৱৈয়ে এনেদৰে লিখিছিল, "আপোনাৰ কিতাপটোৰ হাতী যেন দাম। তথাপি ভিঃ পিৰ বৰটোকোলাটো মাৰিলোঁ। মাৰি আনি গাৰুৰ তলত সুমুৱাই থলো। পাছত এপাত দুপাতকৈ লুটিয়াই গ'লো, লুটিয়াই গ'লো, খৰ খজুৱালে যেনেকুৱা সুত লাগে তেনেকুৱা লাগিল।" আন এজন সমালোচকে আকৌ লিখিছিলঃ "কাতিমহীয়া ওলোৱা "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" পাটি ৰ'দাই বৰ সোৱাদ লাগিল। কেশব দত্তৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জী, বেণু কলিতাৰ "বিয়াল্লিছৰ স্মৃতি", নৱদাসৰ" বঙ্গালীৰ গণআন্দোলন" ইত্যাদিৰ পিছত বেণু শৰ্ম্মাই দিয়া শিৱসাগৰীয়া, গাওঁ ভূএগৰ জনসাধাৰণৰ কাঁচিয়লি ৰ'দকণ কিমান সোৱাদ। ১৫ টকা দি বন্ধুজনে ৰ'দ চেৰেঙা লওঁতেই থপিয়াই আনি ২ ঘণ্টাতে তিনিশ পিঠিয়া ৰ'দ শেষ কৰিলোঁ! বন্ধুৱে ক'লে "মুৰ্খ ই কিতাপ কিনে, জ্ঞানীয়ে পঢ়ে"।

কাঁচিয়লি ৰ'দকণ যে সোৱাদ তাত সন্দেহ নাই। ৰাইজে তিতাও

খায় মিঠাও খায়। কিন্তু সকলোৱে বন্ধাত জুটি সকলোৱে নেপায়। এইজন বান্ধনিৰ হাত ভাল। আটায়ে খাই সোৱাদ পাব। সাহিত্য একাডেমীয়ে ১৯৬০ চনৰ পুৰস্কাৰটি (অসমীয়া ভাষাৰ) আগ বঢাই আমাৰ অসমৰ জাতীয় আন্দোলনত চহা বীৰ সকলৰ আৰু জাতীয় সাহিত্যৰ আবহমান একলব্য-সাধনা, বিষয়-বস্তুৰ সমাজীকৰণ আৰু চহা শব্দৰ ন সম্ভাৰনাৰ পথ নিৰ্ম্মাণৰ সুকৃতিটিক স্বীকৃতি দিছে। এই সুকৃতিটিয়ে গহ্বৰ ফালি এতিয়া চঞ্চল নিজৰা হ'বলৈ সুযোগ পাইছে। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ"খন বেণু শৰ্ম্মাৰ সাহিত্যিক জীৱনৰ যোহনা আৰু অসমীয়া সাহিত্যৰ একলব্য সাধনাৰ অৱবাহিকা। এইখন এখন গুৰুত্বপূৰ্ণ আৰু উপাদেয় গ্ৰন্থ।*

---

* ৰামধেনু, ১৩শ বছৰ, ১১শ সংখ্যা, ফাগুন, ১৮৮২ শক।

## সাংবাদিক বেণুধৰ শৰ্ম্মা

আমাৰ বেছিভাগেই শ্ৰীবেণুধৰ শৰ্ম্মা ডাঙৰীয়াক বুৰঞ্জীবিদ্ সাহিত্যিক বুলিয়েই জানে। কিন্তু যি সময়ত অসমীয়া সাংবাদিকতাৰ মাথোন পাতনি আৰম্ভ হয়, সেই সময়তে শ্ৰীশৰ্ম্মাদেৱে সংবাদসেৱাৰ কাম আৰম্ভ কৰাৰ কথা এই পুৰুষৰ কমভাগেহে জানে।

১৮৯৪ চনত শিৱসাগৰ জিলাৰ চাৰিঙত জন্মগ্ৰহণ কৰা শ্ৰীশৰ্ম্মাদেৱে মাহাত্মা গান্ধীয়ে জাতিৰ প্ৰতি জনোৱা আহ্বানত সহাঁৰি দিবৰ বাবে কলেজীয়া অৱস্থাতে অসহযোগ আন্দোলনত সোমাই পৰে। তেতিয়া তেখেত কলিকতাৰ বংগবাসী কলেজত বি, এ, পৰীক্ষা দিবৰ সময় হৈছিল এথোন। তেওঁ ১৯১৬ চনত কলেজত ভৰ্ত্তি হৈছিল। তেতিয়াৰে পৰা ১৯৩৭ চনলৈকে জাতীয় আন্দোলনৰ গঠনমূলক কামত অক্লান্ত ভাবে লাগি থাকে। জাতীয় চেতনাৰে আজীৱন উদ্বুদ্ধ হৈ থকা শৰ্ম্মাদেৱৰ সেই কালতে দেশসেৱাৰ চানেকি চকুৰ আগত ভাহি থাকে—তেখেতৰ সাহিত্য একাডেমী পুৰস্কাৰ প্ৰাপ্ত গ্ৰন্থ "কংগ্ৰেছৰ কাচিয়লি ৰ'দত" পঢ়িলে। ১৯৩৭ চনৰ পিচৰ পৰা তেখেতে ৰাজনীতি এৰি পেলায় আৰু লগে লগে আৰম্ভ হয় সাংবাদিক জীৱন। তেতিয়াই তেখেতে যোৰহাটৰ পৰা শ্ৰীনীলমণি ফুকনদেৱৰ সম্পাদনাত প্ৰকাশিত "দৈনিক বাতৰি"ৰ সহকাৰী সম্পাদকৰ কামত সোমায়। তিনি বছৰ এই কাকতৰ সেৱা কৰাৰ পাচতে তেখেতে ডিব্ৰুগড়ৰ পৰা ওলোৱা সাপ্তাহিক কাকত "তৰুণ অসম"ৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। স্বাধীন চিতীয়া শৰ্ম্মাদেৱে বাতৰি কাকত খনত বিশুদ্ধ অসমীয়া শৈলী প্ৰয়োগ কৰাৰ উপৰিও সততে নিজ স্বাধীনতা ৰক্ষা কৰি চলিছিল। ভালেমান সময়ত তেখেতে সেই সময়ৰ বৃটিছ চৰকাৰৰ ৰোষত পৰিছিল।

দ্বিতীয় মহাযুদ্ধৰ সেই প্ৰাৰম্ভিক কালতে শ্ৰীশৰ্ম্মাদেৱে অশেষ ত্যাগ স্বীকাৰ কৰি উক্ত কাকত চলাই ৰখাৰ চেষ্টা কৰিছিল। তেতিয়াৰ পৰা আজিলৈকে অকল অসমীয়া বাতৰি কাকত বা আলোচনীতেই নহয় বহুতো ইংৰাজী কাকত আলোচনীৰ পাতো তেখেতৰ লিখনিয়ে শুৱনি কৰি আছিছে। অসমীয়া বুৰঞ্জী আৰু প্ৰত্নতত্বৰ ওপৰত তেখেতৰ গবেষণাৰ কথা অসমীয়া পঢ়ুৱৈয়ে নজনা নহয়। তেখেতৰ ৰচনা সমূহৰ বেছি ভাগেই—ইতিহাস আৰু সাহিত্যৰ অপূৰ্ব্ব সংমিশ্ৰণ। অতীতৰ সৰু সৰু কিছুমান সোৱঁৰণী, ঐতিহাসিক টোকা তেখেতে নিভাজ অসমীয়াৰে যেতিয়া সুন্দৰকৈ সজাই পৰাই পঢ়ুৱৈৰ আগত ডাঙি ধৰে তেতিয়া তাত সাহিত্যৰ জন্ম হয়। তেখেতৰ 'দ্ৰুপৰি', 'অৰ্ঘ্যাৱলী', 'টোকোৰা বাহৰ কুটা' পঢ়িলে এই কথাই মনলৈ আহে।

১৯১৮ চনতে তেওঁ গোৱালপাৰাৰ শ্ৰীগিৰিশ চন্দ্ৰ নাথৰ লগতে লগ লাগি বহুপঠিত "ৰবিঞ্চন ক্ৰুচো" সংক্ষিপ্তকৈ অনুবাদ কৰি উলিয়ায়। ১৯২৬ চনতে প্ৰকাশিত ইংৰাজী বুৰঞ্জীমূলক পুথি "কংগ্ৰেছ গাইড্"ত তেখেতে ১৮২৫-ৰ পৰা ১৯২৬ লৈকে ৰাজনৈতিক আন্দোলনৰ ঘটনা-সমূহ সন্নিবিষ্ট কৰিছে, ইয়াৰ লগতে আছে অসমৰ বিভিন্ন মঠ-মন্দিৰ সমূহৰো বিৱৰণী। ইয়াৰ পিছৰ বছৰতে ডঃ জে, পি, ওৱেডৰ একাউণ্ট অফ আসাম ৰিট্‌ন্ ইন ১৮০০, (Dr. J. P. Wade's account of Assam written in 1800) প্ৰকাশ হয়। সেইখন লণ্ডনৰ ইণ্ডিয়া অফিচৰ পৰা অনাই শৰ্ম্মাদেৱে সজাই সম্পাদন কৰে। ক্ৰমান্বয়ে তেখেতৰ জৱাহৰলাল নেহৰুৰ বন্দী জীৱন, সীমান্ত গান্ধী খান আব্দুল গফৰ খানৰ চমু জীৱনী, 'ৰাংপতা' (শিশুপযোগী চুটি গল্পৰ পুথি) 'সাতাৱন ছাল', 'মঙ্গলতীৰ কঙ্কিমালা', 'গঙ্গাগোবিন্দ ফুকন' আৰু 'মণিৰাম দেৱান' আদি প্ৰকাশ পায়। ইয়াৰ বাহিৰেও তেখেতৰ বহুতো কিতাপ প্ৰকাশৰ পথত।

এই ৭৪ বছৰ বয়সতো শ্ৰীশৰ্ম্মাদেৱৰ বিবিধ টোকা সংগ্ৰহৰ আগ্ৰহ দেখিলে বিস্ময় মানিব লাগে। এনে সংগ্ৰহৰ উদ্দেশ্যেই তেখেত

কেৱল অসমৰ গাৱেঁ ভূঞেই নহয় সমগ্ৰ ভাৰতৰ বিভিন্ন ঠাইত বিস্তৃত ভ্ৰমণ কৰিছে। ১৯২০-২১ চনতে কেবল সেই সময়ৰ টোকাই নহয়, ছবি আদিও তেওঁ সযত্নে সংৰক্ষণ কৰাটো মন কৰিব লগীয়া কথা। তেখেতৰ এই প্ৰচেষ্টা নাথাকিলে অসমৰ বহুতো মূল্যবান তথ্যপাতি নিঃসন্দেহে কালৰ বুকুত হেৰাই গলহেঁতেন। সহজ সৰল জীৱন যাপন কৰা শ্ৰীশৰ্ম্মাদেৱৰ উদ্যম, উৎসাহ, একাগ্ৰপতীয়া সাধনাই যি কোনো লোককে অনুপ্ৰাণিত কৰে।

অসমীয়া সাহিত্য সাংবাদিকতালৈ তেখেতে যোগোৱা অৰিহনাৰ কথা সুঁৱৰি আৰু কৃতজ্ঞতাৰে সৈতে তেওঁৰ আন্তৰিক ওলগ জনাওঁ।

[ নৱযুগ ]





শ্ৰীবেণুধৰ শৰ্মা

# এটি সৰু ঘটনা ঃ এজন মানুহ

শ্ৰীপদ্ম বৰকটকী

এবিধ মানুহ আছে, যিবিধৰ ব্যক্তিত্বৰ উজ্জ্বলতাৰ চাৰি পাশৰ পৰিবেশ চাকৰ থকাদি থাকে। ১৯৫৮ চনত লগ পাইছিলোঁ তেনে এজনক এবাৰ।

আঘোনমহীয়া জাৰ। গুৱাহাটী। পুৰা কাপোৰৰ তলৰ পৰা ওলাবৰ মন নাযায়। কিন্তু ওলাবই লগীয়া হ'ল। কলিকতাৰ পৰাই চিঠি দিছিলোঁ, তেখেতক সেইদিনা পুৱাই লগ ধৰিমগৈ বুলি। নগলে গালি খাব লাগিব···ভালকৈ গৰম কাপোৰ পিন্ধি, 'বৰ জাৰ ঐ' বুলি ৰিক্সা এখনত উঠি চেনিকুঠি পালোঁগৈ।

সৰু সাধাৰণ ঘৰটোৰ মেলা দুৱাৰত শব্দ কৰিলোঁ। মনে মনে ভাবিলোঁ, ওলাই আহিলেই ইংৰাজী কায়দাতে বতৰৰ কথাকে ক'ম, জাৰৰ কথাকে কম। শুদা গাটোত চুৰীয়াৰ আগটো পেলাই লৈ, খোলা কলমটো লিখিবলৈ লোৱাদি লৈ থকা সোঁহাতৰ মনিবন্ধেৰে নোম হৈ গজা বুকুৰ মৰমবোৰৰ ওপৰত কোমল হেঁচা দি, বাওঁহাতেৰে কল-পাতৰ ঠুৰি লগোৱা ধঁপাত চিলিমটোত ধোঁৱা নোলোৱা হোপা এটা মাৰি (কেতিয়াবাই জুমাইছিল চাগে), শুদা ভৰিৰে, আৰু সকলো অভাৱক বৈভৱ কৰা প্ৰাণ খোলা বুকুৰ বলৰ উমাণ দিয়া এটা মেলা হাঁহিৰে মোৰ আগত থিয় হ'লহি তেখেত, শ্ৰীযুত বেণুধৰ শৰ্ম্মা। ইংৰাজী কায়দাত পুৱাটো কিমান ধুনীয়া নক'লোঁ। নিজৰ গৰম কাপোৰবোৰ চাই নিজৰে লাজ লাগিছিল মোৰ।

ভিতৰলৈ টানি লৈ গ'ল। ভিতৰ ফালৰ সৰু বাৰাণ্ডালৈ। এখন বেতৰ চকী। এখন কাঠৰ টুল'। এখন পুৰণি বেঞ্চ। বেঞ্চখনৰ ওপৰত বহুত কাগজ। তেখেত টুলখনতে বহিল। কেইখিলামান কাগজ

সেই কাগজৰ দ'মৰ পৰা টানি উলিয়ালে। "আজি লিখিলোঁ, এতিয়া শুনা।" পঢ়িলে তেখেতে। মই শুনিলোঁ। গল্পৰ দৰে লিখা এটা সঁচা কথা। তেখেতৰ জীৱনৰ বহুতদিনৰ আগৰ।...সেই "গল্পৰ দৰে লিখা সঁচা কথা"টোৰ নিচিনা বহুত সৰু সৰু কথাৰ সমষ্টিয়েই এবছৰৰ পিছত ওলাল "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" নামলৈ এখনি গুৱণি গ্ৰন্থ ৰূপত।

অসমৰ প্ৰায়বিলাক তথাকথিত সাহিত্যিকৰ দৰে শ্ৰীশৰ্ম্মাৰ কাৰণে "সাহিত্য সাধনা" অৱসৰ বিনোদনৰ উপায় নহয়। সাহিত্য সাধনা তেখেতৰ মহৎ কৰ্ত্তব্য, উপাৰ্জ্জনৰো পথ। এই কথা উল্লেখ কৰাৰো কাৰণ আছে। "প্ৰফেচনেল" শিল্পীৰ দল গঢ়ি নুঠিলে শিল্পৰ উন্নতিৰ বাটত বহুত হেঙাৰ ওলায়। আপোন ইচ্ছা মতে অৱসৰ বিনোদনৰ কাৰণে বা "খেয়াল"ৰ বশবৰ্ত্তী হৈ কৰা শিল্প-সাধনাত সামগ্ৰিকভাৱে মনোযোগ দিয়া হৈ নুঠে। ফলত "সৃষ্টি" নহয়। এই কথা অসমৰ অভিনয় আদি শিল্পত থকা সকলে ভালদৰে বুজে। সাহিত্যক্ষেত্ৰতো সেই একে কথা।

সাহিত্য একাডেমীৰ পুৰস্কাৰ বিতৰণ উৎসৱত সিদিনা দিল্লীত শ্ৰীশৰ্ম্মাক পুৰস্কাৰ দিওঁতে জৱাহৰলাল নেহেৰুৱে ক'লে, "আপোনাক আপোনাৰ ফটোত দেখাতকৈ ডেকা যেন লাগিছে।" খন্তেকৰ পৰিচয়ত নেহৰুৱে হয়তো বুজিব পৰা নাই। কিন্তু আমি জানো, বাহ্যিক চেহেৰাত দেখাতকৈ প্ৰায় আধা বয়স বাদ দিলে তেখেতৰ ভিতৰত থকা ডেকা মনটোৰ পৰিচয় পোৱা যায়। বেণুধৰ শৰ্ম্মাই হাঁহিলে ওচৰ চুবুৰীয়াৰ ঘৰৰ মানুহে জুমি জুমি চায়। বেণুধৰ শৰ্ম্মাই গোটেই অসম হাতত লাঠি ডাল আৰু কাষলতিৰ ত'লত সৰু বিচনা এখন লৈ মাহেকত কুৰি দিন ঘূৰি ফুৰে চেঙেলীয়া ডেকাৰ অনুসন্ধিৎসু চাৱনি আৰু মনেৰে। বেণুধৰ শৰ্ম্মাই ভাল খাবলৈ ভাল পায়। বেণুধৰ শৰ্ম্মাৰ ভাগৰ নাই, অশান্তি নাই, আগ্ৰহৰ অভাৱ নাই, ভেম নাই...।

এই ৬৭ বছৰীয়া ডেকা বেণুধৰ শৰ্ম্মাই এতিয়ালৈকে ১৪ খন কিতাপ লিখি ছপাই উলিয়াইছে। তেখেতৰ মণিৰাম দেৱান, ৰাংপতা, ছুৰবীণ আদি কিতাপৰ নাম নজনা অসমীয়া খুব তাকৰ। এইবাৰ সাহিত্য একাডেমীয়ে যি কিতাপৰ কাৰণে তেখেতক ৰাষ্ট্ৰীয় পুৰস্কাৰ দিছে সেইখনো এখন অসামান্য গ্ৰন্থ। তাৰ পাতনিত তেখেতে লিখিছে, "১৯২১ চনতে, অসমত ভাৰতীয় জাতীয় কংগ্ৰেছৰ কাঁচিয়লি ৰ'দৰ পোহৰ পৰেহি। সেই ৰ'দৰ অসহযোগৰ চেৰেঙা পাই, গাৱঁলীয়া মানুহৰ মন পদুম পাহিৰ দৰে আপোনা-আপুনি মেল খাই আহিল। লগে লগে নতুন ভাব, নতুন আদৰ্শৰ স্ফুৰণ হ'ল। এই স্ফুৰণৰ বা-বতাহত উৰি ফুৰোঁতেই ওচৰতে চাব পৰা চকুৰে যি দেখিলোঁ দীঘলীয়া বেঙা মেলিব নোৱৰা মনেৰে যিমানলৈকে ঢুকি পালোঁ···তাকেই কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত গাঁথি সুমাই থলোঁ। ···কোনেও নজনা নুশুনা ধনাই-মনাই একোজনৰ অন্তৰত আগন্তুক পৰিবৰ্ত্তনে কেনেকৈ খুন্দিয়া-খুন্দি কৰিছিল, আৰু সেই খুন্দিয়া-খুন্দিয়ে মোৰ হৃদয় ৰাজ্যত কেনেকৈ চৌপাশে থকা পৰিবেশৰ পোহৰপট এখনি চাব মাৰি থৈ গ'ল তাৰে এটি জ্ঞান-নেজ্ঞান চিন মাত্ৰ।"

"পাতনি"ৰ এই নম্ৰতা আৰু বিনয়ৰ সুৰ গোটেই কিতাপখনতে বিয়পি আছে। ভাৰতৰ পৰিবৰ্ত্তনৰ যুগৰ এখন অবিকল কথা-ছবি যেন লাগে এই পুথি। আজিৰ কংগ্ৰেছে পাহৰি যোৱা "ধনাই-মনাই"ৰ দিনবোৰ এই পুথিৰ প্ৰতি পৃষ্ঠাত আছে। আৰু আছে সাধাৰণ জনতাৰ প্ৰতি কেচা মৰম। আজিৰ কংগ্ৰেছৰ হেৰাই যোৱা অতীতৰ পৰিবৰ্ত্তন প্ৰয়াসী জীৱন্ত মন ইয়াত প্ৰতিবিম্বিত হৈছে। পৃথিবীৰ যিকোনো সাহিত্যৰ কাৰণেই ই এক অনুপম অৱদান। এখনি মহান গ্ৰন্থ।

---

* ৰহাগ॥ ১৮৮৩ শক॥ এপ্ৰিল॥ ১৯৬১ চন।

# বেণুধৰ শৰ্মাদেৱৰ লগত কেইমুহূৰ্তমান

শ্ৰীস্বৰ্ণ গোস্বামী

কাৰো মাত ক'তো নুশুনা কোৰ্হাল। এচোতাল লৰাছোৱালীৰ মাজেদিয়েই এজন বয়সীয়া মানুহৰ লগত এজন ডেকাৰে সৈতে সোমাই আহিল। মানুহজনৰ ব্যক্তিত্বই লৰাছোৱালী জাকক তৎক্ষণাৎ বিমোহিত কৰি পেলালে। খেলাধূলা, চিঞৰ বাখৰ এৰি সিহঁতে জুমাজুমি কৰিবলৈ ধৰিলে। কেইটামানে লাজত বিভঙ্গে পলাল। দেখিলে পঞ্চাছ বছৰীয়া, কথা পাতিলে পঁচিশ বছৰীয়া যেন লগা, আচলতে একসত্তৰ বছৰীয়া মানুহজনে ঘৰৰ ভিতৰ সোমায়েই আপোন আপোন ভাৱ এটা জগাই তুলিলে।

মই ওলাই আহিলোঁ। হাস্যমুখ আৰু চিনাকী চাৱনীৰে তেখেতে ৰগৰ কৰি ক'লে—কালি অতুলে কৈছিল মোক কিজানি কাইলৈ ঘৰত নাপাবও পাৰে—মই বোলো কোনো কথা নাই—সাহিত্যিককে পালেই হ'ব।

—আপুনি কিন্তু বৰ ডাঙৰ উপাধি এটা দি দিলে—আচলতে মই ইমান হেবি নহয় - বিনয় কৰি কলোঁ।

—সাপৰ কি সৰু বৰ আছে? এটা কবিতা লিখিলেও কবি, হাজাৰ হাজাৰ কবিতা লিখিলেও কবি। মফিজুদ্দিনে কেৱল 'জ্ঞান-মালিনী'খন লিখিয়েই জানো কবি হোৱা নাই?

তথাপি···বুলি মই সেই প্ৰসঙ্গৰ ইতি কৰি মই ভিতৰলৈ গলোঁ। তেখেতলৈ এবাটি শুদ্ধ গাখীৰ আৰু দুখন ঘিউত ভজা লুচি আনিলোঁ। (আজিকালি ভেজাল যুগত শুদ্ধ বুলি কবলৈ সাহেই নহয়—তথাপি দুয়োটা বস্তুৱেই ঘৰত উৎপন্ন হেতুকে শুদ্ধ বুলি দাবি কোৱা হ'ল।) তেখেতৰ লগত কলিয়াবৰৰ উদীয়মান উৎসাহী ডেকা শ্ৰীমান উপেন্দ্ৰ বৰকটকীও আহিছিল। ইতিমধ্যে মোৰ স্বামীও আহি পালেহি। তেওঁ ক'লে—উপেনলৈ অনা নাই দেখোন? মই আনোগৈ' বুলি

আহোঁতেই তেখেতে আকৌ ৰগৰ কৰি ক'লে—এওঁ ওচৰৰ ভ'পছী খাব বাৰু। আগতে হেনো শৰ্ম্মাদেৱ কোনোবা এজন ভদ্ৰলোকৰ ঘৰলৈ প্ৰায়ে গৈছিল। কেতিয়াবা সেই ভদ্ৰলোকৰ ঘৰত আলহী হৈ থাকোঁতেই তেখেতো ওলাইছিলগৈ। ভদ্ৰলোকে চিঞৰি চিঞৰি জীয়েকক কৈছিল—আইকণ, এই বেণুটো আহিছে অ'। আইকণে হেনো গুজুৰ কৰে কৈছিল—'আহক দেউতা, ওচৰৰ আলহী। খুধিম লাহে লাহে।' কথাষাৰ কোৱাৰ লগে লগে পূৰ্ব্বৰ স্মৃতি ৰোমন্থন কৰি তেখেত লাজতে আকৌ এবাৰ ৰঙা পৰি গৈছিল। ইপিনে আমাৰ উপেন বোপাৰো মুখমণ্ডলত তেজ থুপ খাই পৰিছিলহি। পৰিস্থিতিটো লঘু কৰাৰ উদ্দেশ্যে মই লৰালৰিকৈ উপেনহঁতক চাহ দিলোঁহি। ইতিমধ্যে শৰ্ম্মাদেৱৰ খোৱা শেষ হৈছিল। 'কি হে গাখীৰ বাস্তিৰে পাল মাৰিব খুজিছাঁ হবলা? চাহ আনা—চাহ আনা।' ভাবিছিলোঁ সাত্বিক মানুহ চাহ নিদিওঁ—গাখীৰকে খাওক। পিছে আকৌ পাকঘৰলৈ দৌৰিবলগীয়া হ'ল। মুমাই ভস্ম হোৱা মৰা ঠাবিৰ জুইকুৰা আকৌ জ্বলাই দি এবাতি চাহ কৰি আনি দিলোঁহি।

চাহ খোৱাৰ পাচত আমাৰ ডুবছৰীয়া বৰজীয়ৰী জয়া আৰু ছমহীয়া সৰু কন্যা শোভাক লৈ কথা পাতিবলৈ আহিলোঁ। নাম পৰিচয় সোধাৰ পাচত জয়া আঁতৰি গ'ল। শোভা কোলাৰ পৰা নামি আপোনমনে নিজৰ কাম কৰাত লাগি গ'ল—অৰ্থাৎ ইটো পেলাই সিটো চুই চুচৰি ফুৰিবলৈ ধৰিলে। মই অস্বস্তি আৰু লাজপোৱা দেখি (সাধাৰণতে দুষ্ট লৰা-ছোৱালীৰ মাক বাপেকে মানুহৰ আগত লাজ পায়) শৰ্ম্মাদেৱে কথাটো লক্ষ্য কৰি ক'লে—বেয়া পাব নালাগে—সৰু অৱস্থাত লৰাছোৱালী এনেকুৱা হয়েই। এই সময়ত সিহঁতৰ প্ৰত্যেক বস্তুৰে প্ৰতি কৌতূহল ওপজে। সেইবাবে ইটো সিটো চুই-চাই ভাঙি-চিঙি আনন্দ পায়। সিহঁতৰ কাৰ্য্যত পাৰিতপক্ষে বাধা দিব নালাগে। এইবোৰৰ পৰা বিৰত ৰাখিবলৈ চেষ্টা কৰা মানে শিশুৰ মানসিক বিকাশত বাধা দিয়া। চোৱা-চোন—এই সময়খিনি কিমান পৱিত্ৰ সময়। এতিয়া সিহঁতৰ মনত কোনো

প্ৰকাৰৰ পাপ বা বেয়া ভাৱ-চিন্তাই ঠাই নাপায়। ইহঁতক এতিয়া দেৱশিশু বুলি কোৱা হয়।" মাটিৰ পৰা দাঙি লোৱা ছোৱালীজনী মই আকৌ কোলাৰ পৰা নমাই দিলোঁ।

বহু কথাই পাতিলোঁ শ্ৰীশৰ্ম্মাদেৱৰ লগত। ঘৰুৱা-পৰুৱা—উভয়-বিধ। এবাৰ হেনো ৺লক্ষ্মীনাথ বেজবৰুৱা এখন সভালৈ গৈছিল। তাত বাইজে বেজবৰুৱাদেৱৰ ডিঙি ফুলৰ মালাৰে ভাৰ্ডিব লগীয়া কৰিলে। মালামণ্ডিত ডিঙি ঘূৰাই পাছফালে বহি থকা তেখেতৰ গৃহিণীক হেনো বৰ গৰ্ব্বেৰে বুকু ফিন্দাই কৈছিল—"চোৱা, ঘৰতহে তুমি মোক দেখিব নোৱাৰা—কেট্‌কেটাই থাকা—এতিয়া চোৱাচোন মানুহে মোক কিমান ভাল পায়?" এই কথাটো তেখেতে ইমান ধুনীয়াকৈ কৈছিল যে হাঁহি হাঁহি আমাৰ পেটৰ নাড়ী চিগিবলগা অৱস্থা হৈছিল।

পূৰা দু-ঘণ্টাৰ মূৰত শৰ্ম্মাদেৱ আমাৰ ঘৰৰ পৰা বিদায় ললে। এই দু ঘণ্টাৰ ভিতৰতে তেখেতে মোৰ মনত যি ছাপ বহুৱালে তাক মোচা টান। বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মাৰ লগত মোৰ আলাপ হোৱা নাছিল—দূৰবীণ গঢ়োতা বা দুৰ্ণৰি সাজোঁতাৰ লগতো নহয়—মোৰ আলাপ হৈছিল সহজ সৰল, হাস্যমুখ আৰু আনক হুহুৱাই পেটৰ নাড়ী চিঙিব পৰা, পৰক নিমিষতে আপোন কৰি পেলাব পৰা নিৰহঙ্কাৰী, নিৰ্জ্জু মানুহজনৰ লগতহে। যাবৰ পৰত কৈছিল—"যাওঁ দেই—আমাৰ চিনাকী কিন্তু সাহিত্যৰ চিনাকী হে।" এনেকৈ কোৱা মানুহ বহুত কম। তেখেতৰ তুলনাত মই হাতীৰ ওচৰত মাখি। সাহিত্যৰ সাধনা কৰি বৃদ্ধাৱস্থা প্ৰাপ্ত হোৱা শৰ্ম্মাদেৱে নতুনকৈ সাহিত্য সাগৰৰ পাৰত থিয় হোৱা মোক এনেকৈ প্ৰেৰণা যোগাব বুলি কল্পনাও কৰা নাছিলো। মোক আৰু কৈছিল—"লিখি থাকা—এতিয়াই ভাগৰ লাগিবৰ নৌ হয় এথোন। বাধাবিঘিনিৰ মাজতো আগবাঢ়ি যাব পৰাটোহে বাহাদুৰি।" খুব ভাল লাগিছিল। মনলৈ উৎসাহ আৰু বল আহিছিল। শৰ্ম্মাদেৱলৈ অন্তৰৰে শ্ৰদ্ধা জনাইছোঁ।

---

## শ্ৰদ্ধেয় শ্ৰীযুত বেণুধৰ শৰ্ম্মা ডাঙৰীয়াৰ
## কৰকমলেষু

শ্ৰীনবকুমাৰ ভূঞা

হে দেৱ ;

বুজাঁও কিহেৰে মই অন্তৰ বেদনা
হতাশ হৈছোঁ মই
নেদেখি আমাৰ মাজত যুগৰ সাধনা ।
বুৰঞ্জী ঘাটিলা
গ্ৰন্থ লিখিলা
অসমৰ অসমীয়াত্ব অসমীয়াক বুজালা
তথাপিও কাঢ়ো কিয় বিপদৰ ভয়ুনিয়াহ ।

'কংগ্ৰেছৰ কাচিয়লি ৰ'দ'ত ৰ'দ পুৱাই
সমাজৰ উপেক্ষিত এয়া মৰিয়া বাহাদুৰ
কোনেও নজনা নাম-গোন্ধ নোহোৱা
সঁচা-সৰু-মানুহৰ
কৰিলা দেশপ্ৰেম তুমিয়েই যাউতিযুগীয়া ।
'লাতুমণি' পাৰি আনি জুখি জুখি সোণ জুখি
বিলালা তুমি কণ কণ অকনিৰ ওফোণ্ড্ ভাঙি ;
'তুণৰি' 'ৰাংপতা' মণিৰাম দেৱান',
বহুত কৰিলা,
অহৰ লেখেৰে যাক লেখিব নোৱাৰি
'কাৰ্য্যৰ ভাও' হে চাওঁ ভাবি ভাবি ;

তথাপি ;

শুনো কিয় আজি বতাহে বতাহে
অসমীৰ ক্ৰন্দন ধ্বনি,
কোঁচ-কলিতা, আহোম কছাৰি, পৰ্ব্বত ভৈয়ামত
বুৰঞ্জী অতীতৰ নাই প্ৰতিধ্বনি।

বেদনা কাতৰ অন্তৰ দেখি
বতাহে ক'লে মোক
কিবা নাই নাই
অপহৃতা অসুৰে লেলিহান জিহ্বাৰে অসমীক
দেখো খাই খাই।

ভয়াৰ্ত্ত অসমীৰ দেখি কৰুণ চাৱনী
নজলিব কিয় বাৰু কলিজাত অগনি!

সেয়ে হে দেৱ

কোৱা, পুনৰ এবাৰ কোৱা,
কৈয়েই থাকা
তপ্ত ভাষাৰে, উদাত্ত কণ্ঠৰে
সৰ্গদেৱ ৰুদ্ৰসিংহৰ কথা,
জাগ্ৰত হওক পুনৰ
অসমীৰ সুপ্ত জনতা।*

---

* (২৪ জানুৱাৰী '৬৮ তাৰিখে শ্ৰদ্ধেয় শৰ্ম্মা ডাঙৰীয়াক কলিয়াবৰ জাতীয় উৎসৱ সমিতি, জ্ঞানজ্যোতি চক্ৰ আদি অনুষ্ঠানে সম্বৰ্দ্ধনা জনাওতে এই কবিতাটি পাঠ কৰা হৈছিল।)

# ৰায়চৌধুৰী আৰু শ্ৰীবেণুধৰ শৰ্ম্মা

শ্ৰীশুচিব্ৰতা ৰায়চৌধুৰী

অসমক মনে প্ৰাণে নিজ মাতৃভূমি বুলি ভালপোৱা বুদ্ধিজীৱি সকলৰ মাজত শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱ অন্যতম। সেইবাবেই হ'বলা পিতাৰ লগত শ্ৰীশৰ্ম্মাদেৱৰ সৌহাৰ্দ্দ্য গঢ়িছিল। অসমৰ অতীতৰ বহুতো তথ্য পাহৰণিৰ তলি মুছৰি উলিয়াই ধুলি-মলি আঁতৰাই বাইজক পৰিবেশন কৰা বুৰঞ্জীৰ ওজাসকলৰ ভিতৰত ৺সূৰ্য্যকুমাৰ ভূঞা, ৺ৰাজমোহন নাথ আদিৰ লগতে শ্ৰীশৰ্ম্মাদেৱকো আগশাৰীত থব লাগিব। কিন্তু পণ্ডিত হিচাবেই নহয়—মানুহ হিচাপে শ্ৰীশৰ্ম্মাদেৱৰ আমাৰ পৰিয়ালৰ লগত আত্মীয়তা আছিল গভীৰ।

পিতাৰ লগত শ্ৰীশৰ্ম্মাদেৱৰ আকৃতি আৰু প্ৰকৃতিগত মিল বহুতো। যেনে—পিতাৰ দৰে শ্ৰীশৰ্ম্মাদেৱো চুটি-চাপৰ মানুহ; পিতাৰ দৰে তেখেতৰো চিৰসঙ্গী হ'ল এদাল লাঠি। দুয়োৰো স্বভাৱত সহনশীলতাৰ অভাৱ। নিজৰ বিবেক বিবেচনাৰে যি কথা অন্যায় বুলি ভাবে তাৰ ওপৰত দুয়ো খৰ্গহস্ত—কঠোৰ সমালোচনাৰে অন্যায়ক থকাসৰকা কৰিবলৈ এগৰাকীও পৰান্মুখ নহয়—তেহেলৈ জনপ্ৰিয়তাৰ মৃত্যু ঘটক।

হয়তো একে সঁচৰ মানুহ বাবেই পিতা আৰু শ্ৰীবেণুধৰ শৰ্ম্মাদেৱৰ মাজত বন্ধুত্ব হৈছিল। শুনা মতে কলিকতাত শৰ্ম্মাদেৱে থকাৰ সময়ত তেখেত গুৱাহাটীলৈ আহিলেই প্ৰথম যি গৰাকী ব্যক্তিক লগ ধৰিছিল তেখেত আছিল পিতা। কিন্তু আমি তেখেতক ঘৰুৱা হিচাবে লগ পালো আমি যেতিয়া লেম্বৰোডৰ নীজৰ মাটিত আছিলো আৰু শ্ৰীশৰ্ম্মাদেৱ যেতিয়া চেনিকুঠিত আছিল। আমি তাত থকা বাৰ বছৰ কালৰ ভিতৰত শ্ৰীশৰ্ম্মাদেৱক ঘনাই দেখিছিলো। তেখেত আৰু পিতাৰ

মাজত হোৱা আলোচনাবোৰত আমি অংশ গ্ৰহণ কৰা নাছিলো যদিও বুজিছিলোঁ যে তেখেত আৰু পিতাৰ মাজত অসম আৰু অসমীয়া সম্বন্ধে মতামতৰ অমিল নাছিল। কাৰণ অসমৰ চাৰিওফালৰ পৰা বহু সভা সমিতিলৈ পিতাক বিচাৰি অহা অৱস্থাত কোনো সভা সমিতিলৈ যদি পিতাৰ যোৱাৰ অসুবিধা হয়—পিতাই পিতাৰ সলনি শ্ৰীশৰ্ম্মাদেৱক লৈ যাবলৈ উপদেশ দিছিল। শ্ৰীশৰ্ম্মাদেৱেও তেনেবোৰ সভালৈ সদায়ে গৈছিল। শ্ৰীশৰ্ম্মাদেৱ "তৰুণ অসম"ৰ সম্পাদক থকা কালতো পিতাৰ সৈতে তেখেতৰ চিঠি-পত্ৰৰ আদান প্ৰদান আছিল আৰু অসমীয়া জাতিৰ আত্মৰক্ষামূলক কাম-কাজত পিতাক শ্ৰীশৰ্ম্মাদেৱে সকলো প্ৰকাৰে সমৰ্থন দিছিল।

গহীন গল্‌গলীয়া মাতৰ স্পষ্টবাদী শ্ৰীযুত শৰ্ম্মাদেৱৰ বক্তৃতা বহুতে শুনিছে। তেখেতে যি কথা কব খোজে তাত কোনো আঁৰ-বেৰ নাই। অস্পষ্টতা নাই বা ৰাজনৈতিক ছল চাতুৰিৰ বাকচাতুৰ্য্য নাই। কিন্তু তেখেতৰ কথাৰ মাজত সদায় এটা বুৰঞ্জীমূলক ঘটনাৰ উল্লেখ পাব—হাঁহিৰ ৰহঘৰাও কথাৰ সুকণ্ডাৰ মাজে মাজে লুকাই নথকা নহয়। কিন্তু সকলো কথাৰে কেন্দ্ৰ হ'ল অসম—অসম আৰু অসমীয়াৰ স্বাৰ্থ। তেখেত ইমান খাঁটি অসমীয়া যে অসমীয়া ভাষাত এটিও ভেজাল শব্দ তেখেতে সহ্য কৰিব নোখোজে।

ভাষাৰ সম্পৰ্কে তেখেতৰ মতৰ লগত পিতাৰ মতৰ মিল নাথাকিলেও পিতাই সেই সম্বন্ধে কোনো তৰ্ক তেখেতৰ লগত নকৰিছিল। কাৰণ কোনো কথাতে নিজক পণ্ডিত বা ওজা বুলি গণ্য নকৰিছিল—আনফালে শ্ৰীশৰ্ম্মাদেৱক পিতাই অসমীয়া বুৰঞ্জীৰ ওজা বুলি স্বীকাৰ কৰিছিল। ভাষা সম্পৰ্কে পিতাৰ মতটো আছিল ৰাজনৈতিক মতবাদৰ লগত একে। অসমৰ বাহিৰৰ পৰা সকলো মানুহকে যেনেকৈ পিতাই নিজৰ আৰ্থিক, সাংস্কৃতিক ভাষিক সকলো স্বাৰ্থ অসমৰ আৰ্থিক, সাংস্কৃতিক আৰু ভাষিক স্বাৰ্থৰ লগত মিলাই দি এটি জাতীয় একাত্মবোধ সৃষ্টি কৰাৰ কামনা কৰিছিল, সাহিত্যৰ ক্ষেত্ৰতো অসমৰ বন্ধুৱা সকলো

উপভাষাৰ শক্তিশালী ভাব প্ৰকাশক শব্দক অসমীয়া সাহিত্যৰ মাজলৈ আনি অসমীয়া ভাষা সমৃদ্ধ কৰি তোলাৰ পক্ষপাতিত্ব কৰিছিল। সেই উদ্দেশ্যে পিতাই বহুতো কামৰূপী শব্দ পিতাৰ লিখাত ব্যৱহাৰো কৰিছিল। শ্ৰীশৰ্মাদেৱ কিন্তু সাহিত্যত ভাষাৰ শুদ্ধতা ৰক্ষা কৰাৰ ক্ষেত্ৰত অতি সংৰক্ষণশীল আৰু তেখেতে নিজেও তেখেতৰ লিখনিত শুদ্ধ অসমীয়া ঠাঁচ, শব্দ আৰু জতুৱা ঠাঁচৰ থাকা ব্যৱহাৰ কৰে। এই দুটা মতৰ কোনটো মত স্বাস্থ্যকৰ আৰু শুদ্ধ সেইটো আলোচনা কৰা মোৰ উদ্দেশ্য নহয় বাবে প্ৰসঙ্গটোৰ ইয়াতে ইতি কৰিলোঁ।

লিখকৰ লগত পাঠকৰ যি সম্বন্ধ-সেই সম্বন্ধই মোৰ প্ৰথমে শ্ৰীশৰ্মাদেৱৰ লগত ঘটিছিল। তেখেতৰ "দূৰবীণ" আৰু ৰাংপতা" পুথি দুখন পঢ়ি অভিভূত হৈ গৈছিলোঁ। ৰংপুৰ, ৰংঘৰ একোকে তেতিয়া দেখা নাছিলোঁ—জয়দ'ল জয়সাগৰ, শিৱসাগৰ বা শিৱদ'লৰ কথা কিতাপতহে পঢ়িছিলোঁ। কিন্তু শিৱসাগৰখন জীয়া অসমীয়া নগৰৰ মাজত চকুৰ আগত দাঙি ধৰিলে শ্ৰীশৰ্মাদেৱৰ এই পুথিয়ে। পুৰণি অসমৰ ৰজা-ৰাজমাও, ডা-ডাঙৰীয়া সকল যেন তেখেতৰ লিখনিৰ মাজৰে জীয়া ৰূপ লৈ আমাৰ সমুখত থিয় হৈছিলহি! অসম বুৰঞ্জীত পঢ়া স্বৰ্গদেউ, বৰগোঁহাই, বুঢ়াগোঁহাই সকলৰ মনত থাকিব নোখোজা কীৰ্ত্তিকলাপ নিমিষতে মনৰ মাজত মছিব নোৱাৰা ছাব হৈ বৈ গৈছিল। ৰংঘৰৰ কেউফালে ভিৰ পাতি ম'হ যুজ, শেণ যুঁজ চাবলৈ বৈ থকা আমাৰ আজোককা, আইতাসকলৰ উৎকণ্ঠা উদ্দীপনাই আমাৰ মনতো দ'লদোপ হেন্দোলদোপ লগাইছিল। তেখেতৰ ভাষা পঢ়ি ৰজাদিনীয়া শিৱসাগৰৰ গাৰ্ব্বত বহি চোতালত জুৰ হৈ আইতা, ককাদেউতাই কোৱা মৌ-সুৰীয়া সাধু শুনাৰ সুঁত লাগিছিল।

পিছত তেখেতৰ লগত ব্যক্তিগত পৰিচয় হোৱাৰ পিছত জানিছিলোঁ—অকল ৰজা, ডাঙৰীয়া সকলৰ কথাই নহয়; অসমৰ বহু পৰিয়ালৰ বুৰঞ্জীও তেখেতে জানে। এইবোৰকে লৈ তেখেতে মাজে সময়ে

এনে কিছুমান ৰসাল মন্তব্য কৰে যে হাঁহি হাঁহি আমাৰ বাগৰি পৰা অৱস্থা হয়। ডাঙৰ কথা এয়ে যে বুঢ়াৰ পৰা ডেকালৈকে আটাইবে লগত তেখেত সহজে আপোন হৈ মিলি যাব পাৰে। শৰ্ম্মাদেৱৰ এই হৃদ্যতাপূৰ্ণ স্বভাৱৰ বাবেই খোলা মনৰ পিতাৰ সৈতে তেখেতৰ বন্ধুত্ব চিৰস্থায়ী, অন্তৰঙ্গ আৰু নিভাঁজ হৈ আছিল।

---

# অভিনন্দন

শ্রীযতীন্দ্র মোহন ভট্টাচার্য্য

অগ্রজকল্প শ্রীযুক্ত বেণুধর শর্ম্মা মহাশয়ের পঞ্চসপ্ততিবর্ষ পূর্তি উপলক্ষে তাঁহার অজস্র গুণানুরক্তদের মধ্যে কয়েকজন তরুণ ইতিহাস ও সাহিত্যরসিক এই উৎসবের আয়োজন করিয়াছেন অবগত হইয়া আনন্দিত হইয়াছি। এই উৎসব অনুষ্ঠাতাদের সঙ্গে আমারও আত্মিক যোগ অনুভব করিতেছি।

গত ১৯৪৩ খ্রীঃ আমি কটন কলেজের বাংলা বিভাগে লেকচারার হিসাবে যোগ দেই, তার পূর্ব্বে দুই বৎসর শ্রীহট্টের মুরারিচাঁদ কলেজ এবং তৎপূর্বে ১০ বৎসর কলিকাতা বিশ্ববিদ্যালয়ের বাংলা বিভাগের সঙ্গে যুক্ত ছিলাম। কলিকাতা বিশ্ববিদ্যালয়ে থাকা কালে স্বর্গত অম্বিকা নাথ বরা, স্বর্গত বিরিঞ্চিকুমার বড়ুয়া, অধ্যক্ষ তীর্থনাথ শর্ম্মা, অধ্যাপক পদ্মেশ্বর গগৈ প্রভৃতি অসমীয়া সাহিত্য ও ইতিহাস-রসিক অনেকের সঙ্গে পরিচয়ের সুযোগ হইয়াছিল। ১৯২৯ হইতে ১৯৩১ খ্রীঃ মধ্যে কেহ কেহ হার্ডিঞ্জ হোষ্টেলে আমার সতীর্থও ছিলেন।

বেণুধর শর্ম্মা মহাশয়ের সঙ্গে আমার ব্যক্তিগত পরিচয় ১৯৪৩ কি ১৯৪৪ খ্রীঃ গৌহাটীতে হইয়াছিল। সম্ভবতঃ D H. A. S.—ডঃ সূর্যকুমার ভূঞা মহাশয়ের অপিসে আমরা একে অন্যের সঙ্গে পরিচিত হইয়াছিলাম। ব্যক্তিগত পরিচয় ১৯৪৩ কি ১৯৪৪ খ্রীঃ হইলেও তাঁহার ঐতিহাসিক সত্ত্বার পরিচয় কয়েক বৎসর পূর্বেই আমি পাইয়াছিলাম।

স্বর্গত রায়বাহাদুর প্রমোদ চন্দ্র দত্ত সি. আই. ই, আসাম সরকারের তদানীন্তন Executive Councillor আমাকে বিশেষ স্নেহের চক্ষে দেখিতেন। বাংলা সাহিত্যের সাদৃশ এক অকৃতী গবেষকের আমাদের

ইতিহাস সম্পর্কে আগ্রহের কথা তিনি জানিতেন। তাই উনবিংশ শতকের প্রথমপাদে রচিত আসামের এক ইতিহাসের মুদ্রিত সংস্করণ আমাকে উপহার দেন। ইহা "An Account of Assam, by Dr. John Peter Wade. F. R. A. S. 1800." এই গ্রন্থের সম্পাদক বেণুধর শর্ম্মা মহাশয়।

শর্ম্মা মহাশয়ের সঙ্গে ব্যক্তিগত পরিচয়ের বেশ কয়েক বৎসর পূর্বেই তাঁহার ঐতিহাসিক সত্ত্বার সঙ্গে আমার পরিচয় ঘটিয়াছিল স্বর্গত দত্ত মহাশয়ের সস্নেহ উপহারের মাধ্যমে। এই বইখানি ইংরাজী ভাষায় রচিত, শর্ম্মা মহাশয়ের ৯ পৃষ্ঠা ব্যাপী ভূমিকাও ইংরাজী ভাষায় লিপিবদ্ধ হইয়াছিল। সেই দিন এই বইএর ভূমিকা পাঠ করিয়া তাহার সম্পাদক ঐতিহাসিক বেণুধর শর্ম্মাকে যেন খানিকটা চিনিয়াছিলাম। ইহার কয়বৎসর পরে যে দিন ইঁহার সঙ্গে সঙ্গে ব্যক্তিগতভাবে পরিচিত হইয়াছিলাম—সেই দিন ইঁহার পরিচয় ডঃ সূর্যকুমার ভূঞার নিকট পাইয়া তাঁহার প্রতি আরও আকৃষ্ট হইয়া পড়িয়াছিলাম।

সে দিনের সেই আকর্ষণ আজ যেন আত্মীয়তায় রূপান্তরিত হইয়াছে। হাঁ আত্মীয়তা বৈ কি? আমার সুখে দুঃখে, বিপদে আপদে, আনন্দ বেদনায় যিনি আমার প্রতি অগ্রজের আচরণ করিয়াছেন, তিনি আমার আত্মীয় নয় তো কি? আমি সিলেটিয়া বঙালের জ্যেষ্ঠ পুত্রের শুভ বিবাহে চারিংএর নিভাজ অসমীয়া বেণুধর শর্ম্মা বরযাত্রী হিসাবে বিবাহ সভা আলো করিয়া বসিয়াছিলেন। সঙ্গে তাঁহার বহুপরিচিত সহচর যষ্টিটি শোভা পাইতেছিল। তাঁহার প্রতিভাদীপ্ত রসোজ্জ্বল উক্তিতে সেই সভার অনেকেই আনন্দ উপভোগ করিয়াছিলেন। আর যে দিন আমার সম্পাদিত গ্রন্থবিশেষের বিরূপ সমালোচনায় আসামের কোন কোন ব্যক্তি ও সম্প্রদায় রুষ্ট সে দিনও এই মানুষটি আমাকে উৎসাহ দিয়াছেন। এই গ্রন্থের সুদীর্ঘ সমালোচনা করিয়া আমার বিরুদ্ধে উত্থাপিত অভিযোগ সমূহ যেন যুক্তি সহকারে খণ্ডনের চেষ্টা করিয়াছেন।

১৯৪৩।৪৪ খ্রীঃ-এর প্রথম পরিচয়ের সঙ্কোচ যে কখন কি ভাবে কাটিয়া গেল তাহার বিস্তৃত ইতিহাস দেওয়ার ক্ষেত্র ইহা নহে। ক্রমে আমাদের মধ্যে এমন এক হৃদ্যতার সম্পর্ক গড়িয়া উঠিল, যখন আমার ও শর্ম্মা মহাশয়ের মধ্যে সর্ত হইল—আমি তাঁহার সঙ্গে অসমীয়া ভাষায় সকল সময় কথা বলিব, তিনি আমার সঙ্গে বাংলা ভাষায় কথা বলিবেন। আমার ভুল হইলে আমাকে জরিমানা দিতে হইবে, তাঁহার ভুল হইলে তাঁহাকে। এই জরিমানা প্রায় সঙ্গে সঙ্গে উসুল হইয়া যাইত। শর্ম্মা মহাশয়ের বাড়ীতে যখনই গিয়াছি তখনই 'চাহ' ও 'টাহ্'এর সদ্ব্যবহার করিয়া অগ্রিম জরিমানা নগদ আদায় করিয়া আসিয়াছি। এমনও হইয়াছে যে দিন চা প্রস্তুত করিয়া দিবার লোক ঘরে নাই অর্থাৎ শর্ম্মাগিন্নী (আমাদের শ্রদ্ধেয়া বৌদি) অথবা তাঁহার পুত্রবধূ গৃহে নাই, সেই দিনও আমার জন্য 'টাহ্'এর ব্যবস্থা হইয়াছে। তাঁহার গৃহে রক্ষিত পুস্তক-কণ্টকিত আলমিরার থাকে অথবা আলমিরার উপর সযত্নে রক্ষিত কোন ফল, যাহা হয়ত তাঁহার আদরের নাতি নাতিনীদের জন্য সযত্নে রক্ষিত ছিল তাহাই সস্নেহে আমার হাতে তুলিয়া দিয়াছেন। এমনও হইয়াছে সেই ফলটি আমরা উভয়ে ভাগ করিয়া গ্রহণ করিয়াছি। সেই ফলের স্বাদ ভুলিয়া গিয়াছি, কিন্তু ফলদাতার স্নেহপ্রবণ হৃদয়ের যে উত্তাপ ফল-দানের মধ্যে অনুভব করিয়াছিলাম তাহার স্মৃতি আজও মনে অম্লান রহিয়াছে। তাই বলিতেছিলাম এই মানুষটির মধ্যে আত্মীয়সুলভ হৃদয়ের পরিচয় লাভ করিয়া মনে যুগপৎ আনন্দ ও গৌরব বোধ করিয়াছি।

শর্ম্মা মহাশয়ের মধ্যে যে দেশপ্রেম, ভাষাপ্রীতি ও ইতিহাসনিষ্ঠা লক্ষ্য করিয়াছি তাহা স্বাভাবিক ভাবেই আমাকে তাঁহার প্রতি আকৃষ্ট করিয়াছে। তাঁহার গভরচনার মধ্যে আসামের পূর্বাঞ্চলীয় অর্থবহ বিশেষ শব্দ প্রয়োগ লক্ষ্য করিয়াছি। একজন খাঁটি নিভাজ অসমীয়া রূপেই তিনি আমার সশ্রদ্ধ প্রীতি আকর্ষণ করিয়াছেন। বাংলা সাহিত্যের এক শিক্ষাব্রতীর পক্ষে অসমীয়া সাহিত্যে পারঙ্গম এক পণ্ডিতের

সাহিত্য-কৃতি বিচার করা সম্ভব নহে, এরূপ করার দুঃসাহসও আমার নাই। শর্ম্মা মহাশয়ের মাতৃভাষাভাষী প্রবীণ ও তরুণ সম্প্রদায় ইহা করিবেন এই আশায় রহিলাম। শর্ম্মা মহাশয়ের গুণানুরক্তদের উদ্দেশ্যে আমার এক আবেদন রহিয়াছে। তাঁহারা আমার আকাঙ্ক্ষা পূরণ করিবেন এই সাগ্রহ প্রতীক্ষায় থাকিব।

শর্ম্মা মহাশয়ের রচিত গ্রন্থাদির প্রত্যেক 'সংস্করণের একখানি করিয়া কপি—'অসম সাহিত্য সভা' গ্রন্থাগারে অথবা গৌহাটী বিশ্ব-বিদ্যালয়ের অসমীয়া বিভাগীয় গ্রন্থাগারে রক্ষিত হওয়া উচিত। তাঁহার রচিত ও মুদ্রিত প্রত্যেকটি প্রবন্ধের একটি করিয়া কপি, সংগ্রহ করা একান্ত অসম্ভব হইলে, তাহার হস্তলিখিত নকল, অথবা টাইপ করা নকল, সংগ্রহ করিয়া রক্ষার ব্যবস্থা করিতে হইবে। তাঁহার গ্রন্থ ও প্রবন্ধ সম্পর্কে নানা পত্র-পত্রিকায় সমালোচনা প্রকাশিত হইয়াছে। স্বপক্ষ-বিপক্ষ নির্ব্বিশেষে সকল সমালোচনার কপি সংগ্রহ করিয়া রাখার ব্যবস্থা করিতে হইবে। শর্ম্মাজীর নিকট আসামের বহু জননেতা, সাহিত্যিক ও ঐতিহাসিকের বহু ব্যক্তিগত পত্র আছে। এই সকল পত্রাদির, প্রয়োজনীয় স্থলে তার নকল সংরক্ষণের সুব্যবস্থা হওয়া একান্ত বাঞ্ছনীয়। অধ্যক্ষ জ্ঞানদাভিরাম বড়ুয়া মহাশয়ের লিখিত শর্ম্মাজীর নামীয় এক পত্র আমি প্রসঙ্গত 'রামনবমী' নাটকের ভূমিকায় উল্লেখ করিয়াছি। কোন কোন পত্রের ঐতিহাসিক মূল্য রহিয়াছে। গত পাদ-শতাব্দীর আসামের সাহিত্য ও ইতিহাস চর্চ্চার ক্ষেত্রে এই সকল পত্রের কোন কোন খানি নূতন আলোকপাত করিবে সন্দেহ নাই। আসামের ভাষা, সাহিত্য ও ইতিহাস লইয়া গৌহাটী ও ডিব্রুগড় বিশ্ববিদ্যালয়ের বহু গবেষক গবেষণা করিবেন নিশ্চয়ই। আমি বিশ্বাস করি এবং সমগ্র হৃদয় দিয়া অনুভব করি যে—আজ না হউক, আমি থাকিতে অথবা অগ্রজকল্প শর্ম্মাজী জীবিত থাকিতে না হউক, অদূর ভবিষ্যতে আসামে তেমন গবেষকের আবির্ভাব হইবে, যিনি শর্ম্মাজীর সাহিত্যিক ও ঐতিহাসিক অবদান সম্পর্কে ডি. ফিল. বা পি. এইচ, ডি. র জন্ত 'থিসিস'

রচনা করিবেন। সেই সকল অনাগত সুহৃদদের কথা স্মরণ করিয়া আজকের সুহৃদদের উদ্দেশ্যে আমার আবেদন পেশ করিয়া গেলাম।

পরিশেষে যে মানুষটির শুভ পঞ্চ সপ্ততিবর্ষ পূর্তি উৎসবের আয়োজন হইয়াছে তাঁহার উদ্দেশ্যে আমার বিমুগ্ধ হৃদয়ের সশ্রদ্ধ অভিনন্দন নিবেদন করিলাম। তিনি শতায়ু হউন! তাঁহার সাহিত্য সেবা কালজয়ী হউক! সহস্রায়ু হউক!

---

# বেণুধৰ শৰ্ম্মা আৰু ঐতিহ্যবিচাৰ

শ্রীডম্বৰু কাকতী

যি সকল কৃতি আৰু মনীষাই ঊনবিংশ শতাব্দীৰ শেহভাগ আৰু বিংশ শতাব্দীৰ প্ৰথম পাঁচটা দশকৰ অসমক উজ্জ্বল ঐক্য প্ৰদান কৰিছে, সেই মুষ্টিমেয় লোকসকলৰ ভিতৰত বেণুধৰ শৰ্ম্মাও এজন। এই সকল লোকৰ চিন্তা-চৰ্চ্চা আৰু জীৱন চৰ্চ্চা আমাৰ উত্তৰকালৰ বৌদ্ধিক পৰিবেশ বিকাশৰ সাৰৱত্তা হ্ব পাৰেনে নোৱাৰে, এই সম্পৰ্কে চিন্তা কৰা একান্ত আৱশ্যক। আমাৰ আগৰ চাম পৌৰুষৰ জীৱন-চৰ্য্যাৰ এটা সুকীয়া তাৎপৰ্য্য আছে। এই তাৎপৰ্য্যৰ মূল্যবস্তু বিচাৰ কৰাৰ লগত ভৱিষ্যতৰ মানব সমাজৰ সৰ্ব্বাত্মক কল্যাণ আৰু সমতা বিচাৰৰ সূক্ষ্ম সম্পৰ্ক আছে। বেণুধৰ শৰ্ম্মাদেৱৰ জীৱন আৰু মানসিকতা আমাৰ আগৰ চাম সম্ভ্রান্ত অসমীয়াৰ জীৱন গাঁথাৰ প্ৰতিবিম্ব। এই চাম লোকৰ জীৱন সম্পৰ্কে একোটা বৈশিষ্ট্যপূৰ্ণ দৃষ্টিভঙ্গী আছিল। অসমীয়া জাতীয়তাৰ প্ৰমূল্য নিৰ্দ্ধাৰণত এওঁলোকে সংকীৰ্ণ প্ৰাদেশিকতাবাদী মনোভাৱ গ্ৰহণ কৰিছিল। এই মনোভাৱ গ্ৰহণৰ পটভূমিত যিবোৰ বস্তুৱে ক্ৰিয়া কৰিছিল, সেই বস্তু সমূহ আছিল অসমীয়াৰ সামগ্ৰিকতা ৰক্ষাৰ প্ৰতিশ্ৰুতি। যি সকলৰ অসম প্ৰেমে সাগৰ সংকাশ ব্যাপ্তি ধাৰণ কৰিছিল, সেই সকলৰ ভিতৰত বেণুধৰ শৰ্ম্মাৰ চিন্তা-চৰ্চ্চা আৰু ধ্যানধাৰণা আমাৰ জীৱনৰ বহুমুখী সমতা সাধনৰ এক প্ৰধান উপায়। এই অসম প্ৰেমৰ মূলবস্তু আছিল অসমীয়া মহাজাতি গঠনৰ মৌল প্ৰতিক্ৰিয়া। ভাৰতবৰ্ষৰ আপোন সত্তা বিকাশৰ প্ৰশস্ত ভূখণ্ড হিচাবে এই পূৰ্ব্বাঞ্চলটোৰ এটা সুকীয়া বৈশিষ্ট্য আছে, ঐতিহ্য আছে, ইতিহাস আছে, সেই কথা প্ৰতিষ্ঠাৰ প্ৰাথমিক প্ৰচেষ্টা আছিল বেণুধৰ শৰ্ম্মাৰ অসম প্ৰেম। অসমীয়াৰ জীৱন বুলি এটা সুকীয়া তাৎপৰ্য্য নিৰূপণৰ মূল আবেগ সম্ভৱতঃ ইয়েই।

আজি অসমত বাঢ়ি অহা বিখণ্ডিকৰণৰ পটভূমিত, নিশ্চয়কৈ নতুন পৌৰুষক নৱজাগৃতিৰ পথ দেখুৱাব পৰিবেশ ৰচনাত, আৰু পুতিগন্ধময় পৰিবেশৰ পৰা তুলি অনা কাৰ্য্যত বেণুধৰ শৰ্ম্মাৰ কৃতি আৰু আদৰ্শ প্ৰয়োজনীয় নে এই বিচাৰেই এই প্ৰবন্ধৰ প্ৰতিপাদ্য বিষয়।

আজি আমাৰ জীৱনৰ কোনো আদৰ্শই নাই। যোৱা দশকবছৰৰ জীৱন আৰু মানসিকতাৰ কি ব্যাপকতৰ পৰিবৰ্ত্তন ঘটিছে তাৰ কোনো পৰিচয় আমাৰ জীৱন-প্ৰকাশত নাই। এটা অস্থিৰ মানসিক চাঞ্চল্যই আমাৰ জীৱনক ঘেৰি আছে। আমাৰ জাতীয়তাৰ সম্পৰ্কে, অস্তিত্ব সম্পৰ্কে আমাৰ নিজা একো ধাৰণা নাই। এই মাৰাত্মক ত্ৰুটী সমূহ অপসাৰণৰ বাবে আমাৰ প্ৰয়োজন হৈছে এটা নতুন approach ৰ। এই approach ৰ পৰিপ্ৰেক্ষিতত বেণুধৰ শৰ্ম্মাৰ ব্যক্তিত্বৰ ছুটামান বস্তুৰ কাৰ্য্যকৰী মানসিকতা আছে। সেই পৰম আৱশ্যকীয় বস্তু ন পৰিস্থিতিত ন দৃষ্টিৰে প্ৰয়োগ কৰা আমাৰ কৰ্ত্তব্য।

বেণুধৰ শৰ্ম্মা জাতে পাতে অসমীয়া। চলন-ফুৰণ, কথা-বাৰ্ত্তা, আচাৰ-ব্যৱহাৰ, জীৱন-চৰ্য্যা, দৃষ্টিভঙ্গী সকলোতে স্বদেশীয়না প্ৰবল। অৱশ্যে উৎকট স্বদেশীয়নাই অন্ধকাৰৰ কুৱঁলীৰ মাজত মাজে মাজে বাট হেৰুৱাইছে। তেওঁৰ 'অসম প্ৰেম' সংকীৰ্ণ প্ৰাদেশিকতাবাদী নহয়। বহুল অৰ্থত ই জীৱনৰ এক কঢ়তম বিচাৰৰ পৰাকাষ্ঠা। তেওঁৰ অসম প্ৰেমৰ ব্যাপ্তিত অসমীয়া মানুহৰ হক ৰক্ষাৰ স্বাৰ্থ জড়িত আছে। অসমীয়া মানুহৰ হক ৰক্ষাৰ লগত ভাৰতবৰ্ষৰ নৱ-জীৱনৰ স্বাৰ্থ জড়িত হৈ আছে। এই কথা আমি বুজিবৰ হল। বেণুশৰ্ম্মাৰ অসম প্ৰেমৰ মূলবস্তুটো আমাৰ নৱ-জীৱন সৃষ্টিৰ উপযোগী উপাদান নহয় নে?

একেধাৰে বুৰঞ্জীবিদ্, সমালোচক, জীৱন-বৃত্ত ৰচোঁতা, প্ৰাবন্ধিক, সাংবাদিক বেণুধৰ শৰ্ম্মা আমাৰ আগৰ চাম পৌৰুষৰ এটি বৰণীয় প্ৰতিভা। তেওঁৰ সৃষ্টিৰ সাৰৱত্তা বিচাৰি উলিয়াব পাৰিলেহে তেওঁৰ প্ৰতি আমি সঁচা শ্ৰদ্ধা প্ৰদৰ্শন কৰিব পাৰিম।

---

## ॥ বেণুধৰ শৰ্ম্মা ॥

ডঃ মহেশ্বৰ নেওগ

সূৰ্য্যকুমাৰ ভূঞাৰে একে পৰ্য্যায়ৰ বুৰঞ্জীমূলক প্ৰবন্ধকাৰ বেণুধৰ শৰ্ম্মাৰ ভাষা সচেতন ভাৱে ঘৰুৱা, জতুৱা আৰু স্পষ্টভাৱে পুৰণি বুৰঞ্জী আদিৰ শৈলীৰ স্মাৰক। ক'ৰবাত কাবোৱাৰ আচহুৱা যেন লাগিলেও দিখৌৰ খৰ সোঁতৰ দৰে শৰ্ম্মাৰ ভাষা বলী আৰু বেগৱান। তেওঁৰ ৰচনা-ভঙ্গিয়ে পাঠকক পোনতে আকৰ্ষণ কৰে; তাৰ পিছতহে আহে শৰ্ম্মাৰ অতীতৰ লগত যেন আপোনৰ আপোন বিয়নী-মেল। শৈলীয়ে বা বচন ভঙ্গিয়ে বিষয়-বস্তুক কেনেকৈ অভিনৱভাৱে জীৱন্ত কৰি তুলিব পাৰে, তাৰ উদাহৰণ শৰ্ম্মাৰ "বঙাল-বৈৰী লাচিত বৰফুকন" প্ৰবন্ধ; লাচিত বৰফুকনৰ কাৰ্য্য কাৰো অবিদিত নাছিল কিন্তু প্ৰবন্ধটোত যুগটোৱে সৈতে লাচিতক যেন নকৈহে লগ পোৱা গ'ল। বুৰঞ্জীৰ নতুন তাৎপৰ্য্য উদ্ভাৱৰ প্ৰবন্ধৰ প্ৰকৃষ্ট উদাহৰণ "দেশদ্ৰোহী কোন—পূৰ্ণানন্দ নে বদন"। প্ৰবন্ধ "দুৰৱীণ" (১৯৫১), "সাত্তাৱন চাল" (১৯৪৬) প্ৰবন্ধবোৰ নানা ভাৱে সজীৱ সপ্ৰাণ। "মণিৰাম দেৱান" (১৯৫০) শৰ্ম্মাৰ একক সৃষ্টি; ই যেন এক ব্যক্তিৰ জীৱনী নহৈ এটা যুগ বা এটা বিপ্লৱৰ ইতিহাস হৈ পৰিছে। "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ" (১৯৫৯) বুৰঞ্জীৰ ঘটনাৰ লগত বুৰঞ্জী লেখক একেলগে থাকিলে যেনে হ'ব তেনে হৈছে। অসহযোগ আন্দোলনে এখন গাঁৱৰ সকলো প্ৰাণীকে কেনেকৈ আলোড়িত কৰিছে, তাৰ তন্ন তন্ন বিৱৰণ সন্নিবিষ্ট হৈছে।*

---

* পুনৰ মুদ্ৰিত।

# বেণুধৰ শৰ্ম্মা

ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা

শ্ৰীবেণুধৰ শৰ্ম্মা ( ১৮৯৪ ) :— উল্লেখযোগ্য প্ৰবন্ধকাৰ চাৰিজনীয়া শ্ৰীবেণুধৰ শৰ্ম্মাই কেৱল বুৰঞ্জীৰ ক্ষেত্ৰতে নহয়, শিশু-সাহিত্য, আৰু জীৱনী সাহিত্যতো অবদান দিছে। তেখেতৰ শিশু উপযোগী গ্ৰন্থ "ৰবিনচন ক্ৰুচ" ( ১৯১৮ ), "ৰাংপাঙা" ( ১৯৪৩ ), জীৱনী গ্ৰন্থ "জৱাহৰলালৰ জীৱনী" ( ১৯৩৫ ), "গঙ্গাগোবিন্দ ফুকন" ( ১৯৫০ ), "মণিৰাম দেৱান" ( ১৯৫০ ), "গোবিন্দ বেজবৰুৱা," ঐতিহাসিক প্ৰবন্ধ সংগ্ৰহ—"দূৰবীণ" ( ১৯৫১ ), "সাতাৱন ছাল" ( ১৯২৭ ), "কংগ্ৰেছৰ "কাঁচিয়লি ৰ'দত" ( ১৯৫৯ ) আৰু নানা ঠাইত সিঁচৰতি হৈ থকা বুৰঞ্জী মূলক প্ৰবন্ধাৱলী। স্বাধীনতা আন্দোলনৰ বুৰঞ্জীৰ দোকমোকালিত খপ জপাই আত্মাহুতি দিয়া ঐৰাৱত সদৃশ পুৰুষ মণিৰামৰ বিশাল ব্যক্তিত্বৰ চিনাকি আৰু স্বাধীনতা যুদ্ধৰ কাঁচিয়লি ৰ'দত গা কটাৱলি উঠা গাঁৱৰ ধনাই মনাইৰ কাৰ্য্য আৰু চৰিত্ৰ শৰ্ম্মাৰ "মণিৰাম দেৱান" আৰু "কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত" সুন্দৰ ভাৱে প্ৰকাশ পাইছে। শ্ৰীশৰ্ম্মাৰ প্ৰবন্ধাৱলী ঐতিহাসিক তথ্যানুসন্ধিৎসা আৰু ভাৱাদৰ্শৰ সমন্বয় বুলিব পাৰি। মেকলে, গিবন আদিৰ ৰচনা ঐতিহাসিক তথ্যপূৰ্ণ হৈয়ো সাহিত্যৰ পৰ্য্যায়লৈ উঠিছিল। শৰ্ম্মাৰ বলিষ্ঠ ৰচনা ভঙ্গী আৰু ওজঃগুণবিশিষ্ট গন্তৰ যোগেদি ঐতিহাসিক বিৱৰণেও সাহিত্যৰ মৰ্য্যাদা লাভ কৰিছে। বুৰঞ্জীৰ শুকান হাড়-ছালত মৃতসঞ্জীবনী ছতিয়াই সজীৱ আৰু স্পন্দনপূৰ্ণ কৰিব পৰা শক্তি শৰ্ম্মাৰ গদ্য ভঙ্গীৰ বৈশিষ্ট্য।*

---

* পুনৰ মুদ্ৰিত।

# পৰিশিষ্ট

## বেণুধৰ শৰ্ম্মাৰ প্ৰবন্ধৰ তালিকা

হৃদয় ৰাজ্য ( প্ৰবন্ধ ) 'আলোচনী' ৫ম বছৰ ৩য় সংখ্যা=১৮৩৫ শক
প্ৰভূ ( পন্থ ) 'আলোচনী' ৫ম বছৰ ৪ৰ্থ সংখ্যা=১৮৩৫ শক
সন্মিলনগীত ( পন্থ )* 'আলোচনী' ৫ম বছৰ ৫ম সংখ্যা=১৮৩৫ শক
আহাঁ ( পন্থ ) 'আলোচনী' ৫ম বছৰ ৫ম সংখ্যা=১৮৩৫ শক
কিবা যেন নাই নাই (পন্থ) 'আলোচনী' ৫ম বছৰ ৬ষ্ঠ সংখ্যা=১৮৩৫ শক

চহকী আৰু দুখীয়া (প্ৰবন্ধ) 'বাঁহী' ৬ষ্ঠ বছৰ ১ম সংখ্যা=১৮৩৬ শক
শিৱাজী (কবিতা) (জিলি ছদ্মনামৰ) ,, ,, ,, ,, ,, = ,, ,,
বাসনা ( ,, ) 'আলোচনী' ,, ,, ,, ৪ৰ্থ ,, = ,, ,,
শিক্ষকৰ সুখ (গল্প) ,, ,, ,, ,, ,, ,, = ,, ,,

হে মানৱ চিনি লোৱাঁ জীৱনৰ পথ—( প্ৰবন্ধ ) 'আলোচনী' সপ্ত বছৰ
১৮৩৭ শক

তিৰোতা-পণ—( গল্প ) 'আলোচনী' ৯ম বছৰ ১ম সংখ্যা ১৮৪১ শক
অসমত সোণ কমোৱা ব্যৱসায় (প্ৰবন্ধ) 'চেতনা' ৭ম বছৰ ১ম সংখ্যা ,,
বাছনি (আলোচনা) 'বাঁহী ১০ম বছৰ ১ম সংখ্যা=১৮৪২ ,,
ভাওজোৰা নবিয়া ,, ,, ,, ৬ষ্ঠ ,, = ,, ,,
সেই শেঁতা মুখখনি ,, ,, ,, ১২শ ,, = ,, ,,

---

* শিৱসাগৰ হাইস্কুলৰ বছেৰেকীয়া উৎসৱত গোৱা গীত।

তিকতাৰ মনৰ কথা (প্ৰবন্ধ) 'বাঁহী'—১১শ বছৰ ৫ম সংখ্যা ১৮৪৩ শক
অসমীয়া লো আৰু হিলৈ ,, ,, ৬ষ্ঠ ,, ,, ,,
যেনে চোৰ তেনে টাঙোন (গল্প) ,, ,, ৪ৰ্থ-৫ম ,, ,, ,,
দালালী কাকতীৰ ফাকটি ( ,, ) ,, ,, ৮ম-৯ম ,, ,, ,,

জয় অসম জয় (গীত) 'বাঁহী'—১২শ বছৰ ৩য় সংখ্যা ১৮৪৪ শক
চন্দ্ৰ নাথ শৰ্ম্মা (প্ৰবন্ধ) ,, ,, ৫ম ,, ,, ,,
অসমীয়া টাইপ ৰাইটাৰ (প্ৰবন্ধ) ,, ,, ৬ষ্ঠ ,, ,, ,,
এখন চিঠি ,, ,, ,, ,, ,, ,,
পৃথু বৰকাকতী ,, ,, ৭ম ,, ,, ,,
ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী ,, ,, ৭ম সংখ্যাৰ
পৰা ধাৰাবাহিক ,,
সাহিত্যৰ আগবাতৰি ,, ,, ৭ম সংখ্যা ১৮৪৪ ,,
সন্দেহ ভঞ্জন ,, ,, ৯ম ,, ,, ,,
অসম বুৰঞ্জীৰ পৰা চিঠি ,, ,, ,, ,, ,, ,,
ফাৰ্চী সাহিত্যত অসম বুৰঞ্জী ,, ,, ১২শ ,, ,, ,,
,, ,, ,, ,, ,, ৭ম সংখ্যাৰ
পৰা ধাৰাবাহিক ,, ,,

বাহৰাম্ গৌৰশঙ্কল বজাৰ
ওচৰলৈ অহা (ভাওনি) 'বাঁহী'—১৩শ বছৰ ১ম সংখ্যা ১৮৪৫ শক
মধুপৰ্ক ("সুতুলি" ছদ্মনামত) ,, ,, ,, ,, ৫ম সংখ্যাৰ পৰা
,, ধাৰাবাহিক ১৮৪৭ শকলৈকে
জোৰনীয়া ,, ,, ১৩শ বছৰ ৪ৰ্থ সংখ্যা ,,

আপদীয়া বঙ্গযাত্ৰা— 'বাঁহী' ১৩শ বছৰ ২য় সংখ্যাৰ পৰা
১৮৪৫-৪৬ ১৪শ বছৰ ৯ম সংখ্যা

সেই চুকজুৰি (কবিতা) „ ১৪শ বছৰ ৯ম সংখ্যা „

ৰঙিলী 'বাঁহী' ১৫শ বছৰ ৯ম সংখ্যা ১৮৪৭ শক

সাহাব বৰ্ণন (সংগ্ৰহ) „ „ ১০ম „ ১৮৪৮ „

হলিৰাম ফুকন মিলন ১ম সংখ্যা ৫ম বছৰ ১৮৪৮ শক

গঙ্গাগোবিন্দ ফুকন— মিলন ৫ম বছৰ ৪র্থ সংখ্যাৰ পৰা
ধাৰাবাহিক১৮৪৯ শক

ফুলচন্দন ( কবিতা )— মিলন ভাদ ১৮৪৯ শক

হংকঙৰ চীনা পত্ৰিকাত আসাম দেশৰ বিবৰণ—অঃ সাঃ সঃ পত্ৰিকা
৪র্থ বছৰ ১ম-২য় সংখ্যা—১৮৫০-৫১ শক

জৱাহৰলাল নেহৰু ( প্ৰবন্ধ ) আৱাহন ২য় বছৰ ৩য়, ৪র্থ ৫ম সংখ্যা
—১৮৫২ শক

মৰমৰ কাবেং ( গল্প )—আৱাহন ২য় বছৰ ৮ম সংখ্যা—১৮৫০ শক

অসমত ফিৰিঙি ( প্ৰবন্ধ ) আৱাহন ৩য় বছৰ ১ম সংখ্যা—১৮৫০ শক

ডাক্তৰ জন পিটাৰ ৱেডৰ অসম বুৰঞ্জী ( প্ৰবন্ধ ) আৱাহন ৩য় বছৰ
১১শ সংখ্যা—১৮৫৪ শক

যাদুৰাম ডেকাবৰুৱাৰ জীৱনী ( প্ৰবন্ধ )—আৱাহন ৩য় বছৰ ১২শ সংখ্যা
—১৮৫৪ শক

গঙ্গাগোবিন্দ ফুকন—আৱাহন ৫ম বছৰ ১ম সংখ্যা—১৮৫৫ শক

কটকী চৰিত্ৰ—আৱাহন ৪ৰ্থ বছৰ ১২শ সংখ্যা—১৮৫৫ শক

অসমীয়া ৰামায়ণ কোনে কৰালে ( প্ৰবন্ধ )—'ৰাইজ' ১ম বছৰ ২য় সংখ্যা —১৮৫৫ শক

দেশদ্ৰোহী কোন? ( প্ৰবন্ধ )—আৱাহন ৫ম বছৰ ৮ম সংখ্যা —১৮৫৬ শক

চিত্ৰগুপ্তলৈ ( প্ৰবন্ধ )—আৱাহন ৯ম বছৰ ৮ম সংখ্যা ১৮৬০ শক

ৰায়চাহাব নাৰায়ণ বৰুৱা—আৱাহন ৯ম বছৰ ১১শ সংখ্যা ১৮৬০ শক

ঐতিহাসিক আনন্দৰাম বৰুৱা—আৱাহন ১০ম বছৰ ১ম সংখ্যা ১৮৬০ শক

মুক্তানাথ গোহাঁই—আৱাহন ১০ম বছৰ ২য় সংখ্যা ১৮৬০ শক

অসমীয়া চাহব আতিগুৰি—আৱাহন ১০ম বছৰ ৪ৰ্থ সংখ্যা ১৮৬০ শক

সাতাৱন ছাল বা স্বাধীনতাৰ প্ৰথম যুদ্ধ—আৱাহন ১০ম বছৰ ৬ষ্ঠ-৭ম সংখ্যা ১৮৬০ শক

বঙাল বৈৰী লাচিত বৰফুকন ( প্ৰবন্ধ )—আৱাহন ১১শ বছৰ ৩য় সংখ্যা ১৮৬১ শক

ধূপৰ বঠি ( প্ৰতিবাদ )—আৱাহন ১৩শ বছৰ ২য় সংখ্যা ১৮৬৩ শক

অসমীয়া ভাষা আৰু পৰ্ব্বত-ভৈয়াম সম্বন্ধে একাষাৰ—আৱাহন ১৪শ বছৰ ১১শ সংখ্যা ১৮৬৪ শক

বুৰঞ্জীৰ মৌ কোঁহ ( প্ৰবন্ধ )—বামধেনু ৩য় বছৰ ৭ম সংখ্যা ১৮৭২ শক

বুৰঞ্জীৰ মৌ কোঁহ ( প্ৰবন্ধ )—বামধেনু ৩য় বছৰ ৯ম সংখ্যা ১৮৭২ শক

আজিৰ কিছু ( প্ৰবন্ধ )—বামধেনু ৩য় বছৰ বিছসংখ্যা ১১শ-১২শ সংখ্যা ১৮৭২ শক

( অতীতৰ সঁহাৰি ) চেৰাপুঞ্জীৰ মোকাম ( সংগৃহীত )—ৰামধেনু ৪ৰ্থ বছৰ ২য় সংখ্যা—১৮৭৩ শক

আমালৈ নাপাহৰিব ( প্ৰবন্ধ )—ৰামধেনু, ৪ৰ্থ বছৰ ৩য় সংখ্যা —১৮৭৩ শক

অবুজন ৰজা আৰু বুজন কোঁৱৰৰ সাধু—ভ্ৰমৰ, ৩য় বছৰ শাওঁন-চত —১৮৭৪ শক

বুৰঞ্জীৰ পোৱাল—মণি—জনশিক্ষা, ১৩শ বছৰ ১ম, ২য়, ৩য় সংখ্যা —১৮৭৪ শক

জোনাকী-যুগ—ৰামধেনু ৫ম বছৰ ৫ম-৬ষ্ঠ সংখ্যা—১৮৭৪ শক

যোজোনা-পটন্তৰৰ পৰ্ব্বতীত বুৰঞ্জীৰ আঁচ—অঃ সাঃ সঃ পঃ নতুন প্ৰকাশ ১ম সংখ্যা ( ১৯৫২ চন )

গ্ৰন্থ-ৰক্ষক যাদব বৰুৱা—অঃ সাঃ সঃ পঃ নতুন প্ৰকাশ ২য়-৩য় সংখ্যা ( ১৯৫২ চন )

বেজবৰুৱাৰ প্ৰয়াণৰ পিছত ( প্ৰবন্ধ )—ৰামধেনু ৬ষ্ঠ বছৰ ১২শ সংখ্যা —১৮৭৫ শক

গ্ৰন্থালয় উদ্বোধনত—বিহুলঙনি ( চিঙৰ পুথিভঁৰালৰ উদ্বোধনী ভাষণ ) —১৮৭৫ শক

শব্দ ব্যৱহাৰৰ আউল—জনশিক্ষা ১৯শ বছৰ ১ম সংখ্যা ১৮৭৫ শক

কছাৰি স্বাধীনতাৰ বান্ধনি বেলিত—আৱাহন ২৫শ বছৰ ৩য়-৪ৰ্থ সংখ্যা ১৮৭৬ শক

অসম বুৰঞ্জীৰ উপকৰণ—ৰামধেনু ৭ম বছৰ ১ম-৪ৰ্থ সংখ্যা ১৮৭৬ শক

বেজবৰুৱাৰ প্ৰয়াণৰ পিছত—ৰামধেনু ৭ম বছৰ ২য় সংখ্যা ১৮৭৬ শক

যোজোনা পটন্তৰৰ পৰ্ব্বতীত ইতিহাসৰ আঁক—অঃ সাঃ সঃ পঃ ১৩শ বছৰ ১ম-২য় সংখ্যা ১৮৭৬ শক

স্বৰ্গদেউ সকলৰ সুপৰিকল্পিত শাসন ব্যৱস্থা—ৰামধেনু ৭ম বছৰ ৯ম সংখ্যা
১৮৭৬ শক

জে. বৰুৱা ( প্ৰবন্ধ )—ৰামধেনু ৭ম বছৰ ১০ম সংখ্যা ১৮৭৬ শক

সঃ মঙ্গলদৈ পুথিভৰাল সম্মিলনীৰ সভাপতিৰ অভিভাষণ—কাঁচিজোন
২য় বছৰ ৮ম-১০ সংখ্যা (১৯৫৪) ১৮৭৬ শক

তাৰাপুৰত এদিন—জনশিক্ষা ১৪শ বছৰ ৬ষ্ঠ সংখ্যা (১৯৫৪) ১৮৭৬ শক

বুৰঞ্জীবিদ মণিৰাম বৰভাণ্ডাৰ বৰুৱা—আৱাহন শাৰদীয় সংখ্যা ১৮৭৭ শক

নৰসিংহ নৃপতিৰ তামৰ ফলি—ৰামধেনু ৮ম বছৰ বঙালী বিহু সংখ্যা
১৮৭৭ শক

অসমীয়া বৰদৈ গীত—আৱাহন ২৭শ বছৰ ভাদ-আহিন ১৮৭৮ শক

যুৱৰাজ টিকেন্দ্ৰজিৎ সিংহ সেনাপতি—অঃ সাঃ সঃ পঃ পঞ্চদশ বছৰ ৩য়
সংখ্যা (১৯৫৫-৫৬)·

পুৰণি সাজপাৰৰ আভাস—অৰুণাচল বহাগ ১ম সংখ্যা (১৯৫৫-৫৬)

নগৰীয়া-গাঁৱলীয়া—জনশিক্ষা ১৭শ বছৰ ৫ম সংখ্যা (১৯৫৫-৫৬)

পতিতোদ্ধাৰ ( বুৰঞ্জীৰ গল্প )—ৰামধেনু ৯ম বছৰ ১২শ সংখ্যা (১৯৫৫-৫৬)

অসমত ইছলামৰ সূত্ৰপাত—নতুন অসমীয়া শাৰদীয় সংখ্যা (১৯৫৫-৫৬)

কথা-বতৰা পতা—'সমাজ' ২য় বছৰ ১ম সংখ্যা (১৯৫৫-৫৬)

কৰ্ম্মই ধৰ্ম্মৰ প্ৰতিমূৰ্ত্তি—গতি প্ৰথম প্ৰকাশ (১৯৫৭) ১৮৭৯ শক

অসমত স্বাধীনতাৰ আন্দোলন—ৰামধেনু ১০ম বছৰ ৮ম-৯ম সংখ্যা
১৮৭৯ শক

আহোমৰ দিনৰ বিদ্যা—বৰদৈচিলা ২৬শ বছৰ ১ম সংখ্যা ১৮৭৯ শক

অসমত প্ৰথম স্বাধীনতাৰ যুদ্ধ—ৰামধেনু ১০ম বছৰ ২য় সংখ্যা ১৮৭৯ শক

চাহ—জনশিক্ষা ১৯শ বছৰ ১ম সংখ্যা ১৮৮০ শক

বিহুৱতীয়ে কিহৰ বিহু মাৰিব—বিহুৱতী ( পঃ গুৱাহাটী বিহু সম্মিলনীৰ মুখপত্ৰ ) ১৮৮০ শক

সাহিত্য সভাৰ মৌ-সৰা কথা—মণিদীপ ২য় বছৰ ১ম সংখ্যা (১৯৬১) ১৮৮১ শক

সম্ভ্ৰান্তশীলতাৰ লগত সংগীতৰ সংযোগ—আৱাহন জেঠ সংখ্যা ১৮৮১ শক

ৰেডৰ বুৰঞ্জী কেনেকৈ ওলাল ?—আৱাহন ৩১শ বছৰ চত-বহাগ ১৮৮২ শক

অসমীয়া ভাষা প্ৰতিস্থা প্ৰসঙ্গত—অসমবাণী ৬ষ্ঠ বছৰ জুলাই '৬০ ১৮৮২ শক

অসমীয়া সাহিত্যলৈ চৰকাৰী বিষয়াৰ বৰঙনী—অসমবাণী ( সাহিত্য সভা )—৬ষ্ঠ বছৰ জুলাই '৬০ ১৮৮২ শক

বিহু সম্ভাষণ—অসমবাণী ৬ষ্ঠ বছৰ বিহুসংখ্যা ১৮৮৩ শক

বিহু আৰু হুচৰী—অসমবাণী ৭ম বছৰ বিহুসংখ্যা ১৮৮৩-৮৪ শক

অসমীয়া ভাষাৰ নৱন্যাস যুগ—'মৌচুমী' ১ম বছৰ শৰৎসংখ্যা ১৮৮৩ শক

সাহিত্য সভাৰ মৌ-সৰা কথা—মণিদীপ ২য় বছৰ ১ম সংখ্যা ১৮৮৩ শক

ভাষাৰ বেমেজালি—মণিদীপ ১ম বছৰ ৯ম সংখ্যাৰ পৰা ধাৰাবাহিক ১৯৬১ জুলাই/১৮৮৩-৮৪ ৬টা সংখ্যাত পোৱা হৈছে।

গনিং চাহাবৰ বুটিছ মৌলি.(প্ৰবন্ধ)—সঙ্গম ১ম বছৰ ১ম সংখ্যা জুলাই '৬২ ১৮৮৪ শক

বিপ্লবৰ বিহুমৰা ছবি—অসম বাতৰি ১ম বছৰ ৰঙালী বিহু সংখ্যা
১৮৮৫ শক

আমাৰ বুৰঞ্জী সাহিত্যত সাহসিকতা—ৰামধেনু ১৬শ বছৰ ১০ম সংখ্যা

পুৰণি পত্তত মণি-মুকুতা—ৰামধেনু ১৬শ বছৰ ৬ষ্ঠ—৯ম লৈ

হাতে লিখা পুথি—আমাৰ প্ৰতিনিধি ১৯৬৩ শক

কুৰি বছৰৰ আগে-পাছে—আলোক ৪র্থ বছৰ ৩১শ সংখ্যা

বেজবৰুৱা-স্মৃতিৰ মৌ-সৰা কথা—নৱযুগ ১ম বছৰ ২য় সংখ্যা ৩০ অক্টোবৰ
'৬৩ শক

বুৰঞ্জীবিদ্ ডঃ সূৰ্য্যকুমাৰ ভূঞা'—ৰামধেনু ১৭শ বছৰ ৩য় সংখ্যা ১৮৮৫ শক

অসম দেশ সোণৰ সফুঁৰা—অসম বাতৰি, শাৰদীয় সাংখ্যা ১৮৮৫ শক

বুৰঞ্জীৰ অপযশ—অসম বাতৰি, স্বাধীনতা দিবস সংখ্যা ১৮৮৬ শক

মোগল খেদাৰ আখৰা - আলোক ৫ম বছৰ ৰঙালী বিহু সংখ্যা ১৮৮৫ শক

নলবাৰী চাংসাৰি পুৰণি শিলৰ সাঁকোৱে কি কয় ?—অসম বাতৰি
১৭ জানুৱাৰী ২য় বছৰ '৮৫ শক

সেই বুৰঞ্জী প্ৰসিদ্ধ ৰঙালী বিহুত—অসম বাতৰি ২য় বছৰ ৰঙালী বিহু সংখ্যা
১৮৮৫ শক

হাতীখেতৰ কথা—নীলাচল ২য় বছৰ ১য় সংখ্যা ১৮৮৫ শক

সাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী—নৱযুগ ১।১।৬৪

পুৰণি গত্তত মণি-মুকুতা—ৰামধেনু ১৮শ বছৰ ৫ম—৯ম সংখ্যা

চ'তৰ বিহুৰ টাকনি—জনমভূমি ৰঙালী বিহু সংখ্যা ১৮৮৭ শক

তুৰুক সেনাৰ প্ৰেতাত্মা—অসম বাতৰি শাৰদীয় সংখ্যা ১৮৮৭ শক

বহাগ বিহুৰ বৈশিষ্ট্য—অসমবাণী বিহু সংখ্যা ১৮৮৭ শক

বেজবৰুৱাৰ ধনঞ্জয় বায়ু—ৰামধেনু ১৮শ বছৰ ১ম সংখ্যা ১৮৮৭ শক

মোৰ চেমনীয়া কালৰ পৰিবেশ—নীলাচল এপ্ৰিল '৬৫ ৩য় বছৰ ১ম সংখ্যা
'৮৭-৮৮ শক

ব্যায়ামাগাৰ আৰু ছাত্ৰসভা—"নৱযুগ" ৰঙালী বিহু সংখ্যা ১৮৮৭-৮৮ শক

বেণুধৰ ৰাজখোৱা—"নৱযুগ" ১২ জেঠ ১৮৮৭-৮৮ শক
কথাৰ জলপান—অসম বাতৰি ২০ এপ্রিল '৬৬—১৮৮৭-৮৮ শক
থল-পৰ্ব্বতীৰ সম্বন্ধ—অসমা ১৭শ বছৰ ৭ম সংখ্যা ১৮৮৭-৮৮
সাংবাদিক জীৱনত বিপৰ্য্যয়—সঙ্গম ৩য় বছৰ ৩য় সংখ্যা ( মজিয়াৰ পৰা মেজলৈ )
অসম দেশৰ বিৱৰণ—নৱযুগ শাৰদীয় সংখ্যা ১৮৮৭ শক

অসমীয়া ভাষাৰ গোবৰ্দ্ধনধাৰী আনন্দৰাম ঢেঁকীয়াল ফুকন—দৈনিক অসম ১৬ জুন '৬৬, ১৮৮৮ শক
শিৱসাগৰ গবৰ্ণমেণ্ট হাইস্কুলৰ অষ্টম শ্ৰেণীত শিক্ষক ডিল মহম্মদ হাজৰিকা —অসম বাতৰি ১৬ অক্টো '৬৬
লক্ষ্মীনাথ বেজবৰুৱাৰ সাংবাদিকতা—দৈনিক অসম ২৬ মার্চ '৬৬ শক
অসমীয়া ভাষাৰ আঁকোৰ গেজা সাধক (ডিম্বেশ্বৰ নেওগ)—অসম বাতৰি ২০ নৱে '৬৬ শক
চায়েস্তা খাঁই ৰামসিংহক দিয়া বুজনি—ৰামধেনু ১৯শ বছৰ ১০ম সংখ্যা
গদাধৰ সিংহৰ ব্ৰহ্মোত্তৰ দান—ৰামধেনু ১৯শ বছৰ ১ম সংখ্যা
পুৰণি ফাইলৰ মাজত—ৰামধেনু ১৯শ বছৰ ২য়-৩য় সংখ্যা
জয়ধ্বজ সিংহ স্বৰ্গদেৱলৈ দিয়া চিঠি—১৯শ বছৰ ৯ম সংখ্যা
মজিয়াৰ পৰা মেজলৈ—শিৱসাগৰ হাইস্কুলত—"সঙ্গম" ৪ৰ্থ বছৰ ১ম সংখ্যা
বুৰঞ্জীৰ মৰণোত্তৰ পৰীক্ষা—জয়মতী কুঁৱৰী "মণিদীপ" ৬ষ্ঠ বছৰ ১২শ সংখ্যা

১৮৮৯

বুৰঞ্জীৰ মৰণোত্তৰ পৰীক্ষা—জয়মতী কুঁৱৰী—মণিদীপ ৭ম বছৰ ১ম-৩য় সংখ্যা ১৮৮৯ শক
বিহুৰ পুৰণি জিলিঙনি এটি—অসম বাণী বিহু সংখ্যা ১৮৮৯ শক
দুঃসাহসিক গিৰীশচন্দ্ৰ বেজবৰুৱা—নতুন অসমীয়া ২০ আগষ্ট '৫৭ ১৮৮৯ শক

অসম দেশ হাড়কাটোনৰ দেশ—নতুন অসমীয়া স্বাধীনতা দিৱস সংখ্যা
১৮৮৯ শক

ৰজাদিনত প্ৰথম মৃন্ময় মূৰ্ত্তিৰ পূজা—নতুন অসমীয়া শাৰদীয় সংখ্যা '৬৭
১৮৮৯ শক

চতাই চৰাৰ কথা (কৌতুক কথা)—জনমভূমি, দৈনিক অসম পূজা সংখ্যা

১৮৯০

লাচিত বৰফুকনৰ প্ৰশস্তি প্ৰস্তৰ—অসমীয়া ১ম বছৰ ১ম ২য় সংখ্যা

সজাগ সঞ্চাৰী বহাগ বিহু—অসম বাইজ ১ম বছৰ বিহু সংখ্যা

অসমীয়া সাহিত্যলৈ বেজবৰুৱাৰ অবদান—নীলাচল বিহু সংখ্যা

## অন্যান্য প্ৰবন্ধ

কৃষ্ণকান্ত ভট্টাচাৰ্য্য—জয়ন্তী ১০ম বছৰ ৫ম সংখ্যা

চহৰ নগৰৰ অৰ্থ

বঙ্গবাসী কলেজত—জয়ন্তী ১০ম বছৰ ৫ম, ৬ষ্ঠ, ৯ম সংখ্যা
১১ বছৰ ১ম সংখ্যা

৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীট—জয়ন্তী ১০ বছৰ ৩য়—৪ৰ্থ সংখ্যা

উকিল সকল এনেকুৱাই—নতুন অসমীয়া

সন্ধিয়া (কবিতা)—উষা

লক্ষ্মীৰাম বৰুৱাৰ স্বৰ্গযাত্ৰা—উষা

বয়সে মানুহক বুঢ়া নকৰে—দৈনিক অসম

সাহিত্যত গোড়ামী থাকিব লাগিব—গল্প-কবিতা ৭ম-৮ম সংখ্যা

শিলপুখুৰীৰ শিলালিপি—কামৰূপ সংকলন

লোকমান্য তিলকৰ প্ৰতি শ্ৰদ্ধাঞ্জলি—বামধেনু

খুটি-পুতি জুটি খোৱা উকীল—'জোনভবা' ১ম বছৰ ৪ৰ্থ-৫ম সংখ্যা

বাগিছা চাহাবৰ প্ৰকৃতি—আলোক

পুৰণি সম্পদ ( সংগ্ৰহ ) পুৰণি আলোচনীৰ পাতত
মোৰ বিহুগান 'বহনা'—কলিয়াবৰ জাতীয় উৎসব সমিতিৰ মুখপত্ৰ ।*

# প্ৰকাশিত গ্ৰন্থৰ তালিকা

১। ৰবিঞ্চন ক্ৰুচ' (১৯১৮)
২। Dr. Wade's An Account of Assam (Edited) ('২৭)
৩। ৰাংপতা (১৯৪৩)
৪। সাতাৰন ছাল (১৯৪৭)
৫। মঙ্গলতীৰ কণ্ঠীমালা (১৯৪৯)
৬। গঙ্গাগোবিন্দ ফুকন (১৯৫০)
৭। দূৰবীণ (১৯৫১)
৮। বঙ্গমুৰা নৌ-যাত্ৰাৰ আপদীয়া কাহিনী (১৯৫৫)
৯। Rebellion of 1857 Vis-a-vis Assam (১৯৫৮)
১০। কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত (১৯৫৯)
১১। লাতুমণি (১৯৫৯)
১২। হুণৰি (১৯৬৩)
১৩। অৰ্ঘ্যাৱলী (১৯৬৪)
১৪। দক্ষিণপাট সত্ৰ (১৯৬৬)
১৫। ফুল-চন্দন (১৯৬৯)
১৬। চটাই চ'ৰাৰ কথা (১৯৬৯)
১৭। পণ্ডিত জৱাহৰলাল নেহৰুৰ বন্দী-জীৱন
১৮। খাঁ আব্দুল ঘফৰ খাঁ
১৯। মৰমৰ কাবেং
২০। বেজদলৈ ভণ্ডাৰি বৰুৱাৰ ইতিবৃত্ত

---

* লেখকৰ আৰু অলেখ প্ৰবন্ধ ন-পুৰণি আলোচনী আৰু বাতৰি কাকতত সিচঁৰতি হৈ পৰি আছে। সেই সকলোবিলাক সংগ্ৰহ কৰা সম্ভৱপৰ নৈহ হুঠিল।

# ঃ লেখক-চিনাকি ঃ

**জ্ঞানদাভিৰাম বৰুৱা (১৮৮০—১৯৫৫) :** আৰ্ল-ল-কলেজৰ পোন প্ৰথম অধ্যক্ষ স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱা বাৰ-এট্-ল ডাঙৰীয়া, বেণুধৰ শৰ্ম্মাদেৱৰ ভাষাত "ধুলস্তুৰ, বমভোলা, ভংভঙীয়া, সুৰাগী সৎপুৰুষ। তেখেতৰ গাত ইমানবিলাক গুণ আছিল যে 'নাই কি' সেইটো প্ৰশ্ন হে সকলোৱে সুধিব লগা হৈছিল।" অসম সাহিত্য সভাৰ উত্তৰ লক্ষীমপুৰ অধিবেশনৰ সভাপতি বৰুৱা ডাঙৰীয়াই অসমীয়া সাহিত্যলৈ কেইবাখনো উৎকৃষ্ট পুথি আগ বঢ়াইছে।

**নীলমণি ফুকন ঃ** বাগ্মীবৰ শ্ৰদ্ধেয় শ্ৰীনীলমণি ফুকন ডাঙৰীয়া ৯০ বছৰ বয়সীয়া ডেকা। অসমৰ প্ৰথম অসমীয়া "দৈনিক বাতৰি" কাকতখনৰ সম্পাদকৰ উপৰিও ১৯৪৮ চনৰ পৰা ১৯৫২ চনলৈকে অসম বিধান সভাৰ সদস্য, ঢাকা, গুৱাহাটী, বৃন্দাবন বৈষ্ণৱ বিশ্ববিদ্যালয়ৰ এসময়ৰ সদস্য, অসম সাহিত্য সভাৰ দুবাৰ ধৰি সভাপতি আৰু বৰ্ত্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ক'টৰ সদস্য শ্ৰীফুকনদেৱ, তদুপৰি অসমৰ ভালেমান সামাজিক-সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত।

**শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা :** শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা বকুলবনৰ কবি ৰূপে সুপৰিচিত। নাট্যকাৰ, গল্প লেখক, অভিনেতা, সাংস্কৃতিক সংগঠক বৰুৱাদেৱৰ চৰিত্ৰৰ বিশিষ্টতা। তেখেত অসম সাহিত্য সভাৰ ৩৬শ বাৰ্ষিক অধিবেশনৰ সভাপতি।

**শ্ৰীকৰুণা কান্ত গগৈ :** "জয়ন্তী" যুগৰ প্ৰথম শ্ৰেণীৰ লেখক আৰু এসময়ৰ সু-সাংবাদিক শ্ৰীকৰুণা কান্ত গগৈ এম, এল, এ, নীৰৱ কিন্তু সক্ৰিয় ৰাজনৈতিক কৰ্ম্মী আৰু সাহিত্য-সাধক।

শ্ৰীতীৰ্থ নাথ শৰ্ম্মা : মৌলিক আৰু চিন্তাশীল প্ৰাবন্ধিক শ্ৰীতীৰ্থ নাথ শৰ্ম্মাৰ ভাষাৰ ওজস্বিতা, সুক্ষ্ম পৰ্য্যবেক্ষণ শক্তি লিখনীৰ অন্যতম বৈশিষ্ট্য। কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ভূতপূৰ্ব্ব অধ্যাপক শ্ৰীশৰ্ম্মা ডাঙৰীয়া বৰ্ত্তমান গুৱাহাটীৰ প্ৰাগ্‌জ্যোতিষ কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ।

ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা : গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰবীন্দ্ৰ অধ্যাপক ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ আলোচনামূলক পুথি আৰু প্ৰবন্ধৰাজি অসমীয়া সাহিত্য-ভঁৰাললৈ মূল্যবান অৰিহণা।

ডাঃ শ্ৰীমহেশ্বৰ নেওগ : বৈষ্ণৱ দৰ্শনৰ অন্যতম গবেষক ডাঃ নেওগ সকলোৰে সুপৰিচিত। বৰ্ত্তমান গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী জৱাহৰলাল নেহৰু অধ্যাপক।

শ্ৰীযতীন্দ্ৰ মোহন ভট্টাচাৰ্য্য : গুৱাহাটী বিশ্ববিদ্যালয়ৰ বঙলা বিভাগৰ মুখ্য অধ্যাপক শ্ৰীযতীন্দ্ৰ মোহন ভট্টাচাৰ্য্যই ইতিমধ্যে অসমীয়া সাহিত্যলৈ কেবাটাও মূল্যবান প্ৰবন্ধ আগবঢ়াইছে।

শ্ৰীসদানন্দ চলিহা : বিশ্বনাথ কলেজৰ অধ্যক্ষ শ্ৰীসদানন্দ চলিহাই বিভিন্ন আলোচনী আৰু বাতৰি কাকত, ৰাজনীতি, ইতিহাস আদি বিষয়ৰ ওপৰত যি কেইটি প্ৰবন্ধ লেখিছে তাৰ মাজতেই নিপুণ প্ৰবন্ধকাৰ আৰু চিন্তাশীল ব্যক্তিৰূপে তেওঁৰ পৰিচয় প্ৰকাশ পাইছে।

শ্ৰীমুনীন বৰকটকী : "আৱাহন" যুগৰ আগশাৰী গল্পকাৰ মুনীন বৰকটকীৰ অধ্যয়ন পুষ্ট আৰু সূক্ষ্মী মনৰ পৰিচয় তেখেতৰ সমালোচনামূলক প্ৰবন্ধৰাজিত পোৱা যায়। শ্ৰীবৰকটকী বৰ্ত্তমান গুৱাহাটী আকাশবাণীৰ বাতৰি বিভাগৰ সম্পাদক।

ডঃ প্ৰমোদ ভট্টাচাৰ্য্য : বড়ো ভাষা আৰু সাহিত্যৰ গৱেষণা কৰি ডি, ফিল উপাধি লাভ কৰা ডঃ ভট্টাচাৰ্য্যই অসমীয়া ভাষা জননীলৈ ভালেমান অৰিহণা আগবঢ়াইছে। তেখেত বৰ্ত্তমান ভোলা ঝকৰা কলেজৰ অধ্যক্ষ।

শ্ৰীযোগেশ দাস : অসমীয়া সাহিত্যত সুপৰিচিত অধ্যাপক যোগেশ দাস যশস্বী গল্পকাৰ, ওখ-থাপৰ ঔপন্যাসিক, সাংবাদিক, প্ৰবন্ধ লেখক, পুথি-সমালোচক আৰু আদৰ্শ শিক্ষক।

ডাঃ প্ৰফুল্লদত্ত গোস্বামী : ডাঃ গোস্বামীয়ে লোক সাহিত্যৰ উপৰিও গল্প, উপন্যাস, ভ্ৰমণ কাহিনী আদিৰে অসমীয়া সাহিত্যৰ বিভিন্ন দিশ চহকী কৰিছে। তেখেত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী প্ৰশিক্ষণ বিভাগৰ অধ্যাপক।

শ্ৰীমহেন্দ্ৰ বৰা : ১৯৬০ চনৰ ৰাজ্যভাষা আন্দোলনৰ সময়ত চৰকাৰৰ মনোভাৱৰ প্ৰতিবাদত কটন কলেজৰ ইংৰাজী পদ ইস্তফা দিয়া শ্ৰীবৰা আধুনিক কবি সকলৰ মাজত অন্যতম। তদুপৰি তেখেত এগৰাকী শিশু-সাহিত্যিক আৰু সমালোচক। বৰ্ত্তমান গোৱালপাৰা কলেজৰ অধ্যক্ষ।

শ্ৰীতিলক হাজৰিকা : আকৰ্ষণীয় ৰম্য ৰচনাৰ জনপ্ৰিয় লেখক শ্ৰীহাজৰিকা পূৰ্ব্বতে 'নতুন অসমীয়া'ত আৰু বৰ্ত্তমান 'অসমবাণী'ৰ সম্পাদনা বিভাগত জড়িত।

**শ্ৰীনলিনীধৰ ভট্টাচাৰ্য্য :** আৰ্য্যবিদ্যাপীঠ কলেজৰ অধ্যাপক শ্ৰীভট্টাচাৰ্য্য আগশাৰীৰ আধুনিক কবি আৰু চিন্তাশীল প্ৰবন্ধ লেখক।

**ড: সৰ্ব্বেশ্বৰ ৰাজগুৰু :** নগাওঁ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীৰাজগুৰুৱে 'মধ্যযুগৰ অসমীয়া সমাজ আৰু সংস্কৃতি'ৰ ওপৰত গবেষণা কৰি গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ পৰা ১৯৬৭ চনত ডি, ফিল উপাধি লাভ কৰে।

শ্ৰীহোমেন বৰগোহাঞি : নিৰ্ভীক লেখক আৰু সমালোচক শ্ৰীহোমেন একেৰাহে যশস্বী গল্পকাৰ, কবি আৰু সমালোচক। বৰ্ত্তমান 'সাপ্তাহিক নীলাচল'ৰ সম্পাদক।

ড: শ্ৰীউপেন্দ্ৰনাথ গোস্বামী : গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ড: গোস্বামীয়ে অসমীয়া ভাষা-সাহিত্যলৈ চিন্তাশীল প্ৰবন্ধ আগবঢ়াইছে। তেখেতৰ এ, গ্ৰেমেটিকেল স্কেটথছ অব্ এচামিজ' নামৰ গ্ৰন্থখনি ভাৰত চৰকাৰে প্ৰকাশ কৰিছে।

শ্ৰীমতী নিৰ্ম্মলপ্ৰভা বৰদলৈ : ভোলা বৰুৱা কলেজৰ অসমীয়াৰ অধ্যাপিকা শ্ৰীমতী বৰদলৈ গীত, কবিতা, গল্প, প্ৰবন্ধ আৰু শিশু উপযোগী ৰচনা বিভিন্ন আলোচনী আৰু বাতৰি কাকতত সিঁচৰিত হৈ আছে।

শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য : 'ৰামধেনু' যুগ আৰু তাৰ পিচত "নৱ যুগৰ" নতুন ধাৰা প্ৰৱৰ্ত্তন কৰোঁতা আৰু সাহিত্য একাডেমীৰ বঁটা পাওঁতা শ্ৰীভট্টাচাৰ্য্য সাম্প্ৰতিক অসমীয়া সাহিত্যত বিশিষ্ট সমাজ সচেতন সাহিত্যিক আৰু সাংবাদিক।

**শ্ৰীশৰৎ বৰকটকী :** 'মনৰ দাপোণত', 'খবৰ বিচাৰি' নেপাই, 'খেদ নকৰি' (কোনো খেদ নাই) জিৰণি নোলোৱাকৈ

কলম চলাই অতি সোনকালে সাহিত্য জগতত জন-প্ৰিয় হৈ পৰা লেখকজনেই হ'ল "নতুন প্ৰতিনিধি" সম্পাদক শ্ৰীপদ্ম বৰকটকী।

ডঃ শ্ৰীদিলীপ বৰুৱা : বৰ্ত্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয় ইংৰাজী বিভাগৰ মূৰব্বী ডঃ দিলীপ বৰুৱা যুদ্ধোত্তৰ যুগৰ এগৰাকী খ্যাতনামা কবি আৰু সমালোচক।

শ্ৰীহেমকান্ত দুৱৰা : চাৰিং ৰাধাকান্ত ফুকন হাইস্কুলৰ শিক্ষক শ্ৰীহেমকান্ত দুৱৰা এজন নীৰৱ সাহিত্যিক আৰু চিন্তাবিদ্।

শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰী : অসমীয়া মহিলা লেখিকা সকলৰ অন্যতম শ্ৰীমতী ৰায়চৌধুৰীয়ে গল্প, কবিতা, উপন্যাসৰ উপৰিও বিদেশী সাহিত্যৰ অনুবাদ কৰিছে। দেশত প্ৰথম অসমীয়া মহিলা মেজিষ্ট্ৰেট।

শ্ৰীসমৰ সিং ৰাভা : উদীয়মান সাহিত্যসেৱী শ্ৰীসমৰ সিং ৰাভা এজন শিক্ষক, সংগঠক আৰু সমাজসেৱক।

শ্ৰীঅতুলানন্দ গোস্বামী : চৰকাৰী চাকৰিৰ ব্যস্ততাৰ মাজত থাকিও শ্ৰীঅতুলানন্দ গোস্বামীয়ে বৰ্ত্তমান অসমৰ এজন অন্যতম উদীয়মান গল্পকাৰ হিচাপে স্থান অধিকাৰ কৰিছে।

শ্ৰীটাগাং টাকি : উৰ্ব্বসীয়মৰ ( উত্তৰ পূব সীমান্ত অঞ্চল ) আগৰণুৱা আদি-ডেকা শ্ৰীটাগাংটাকিয়ে অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য অৰিহণা যোগাইছে। 'আদি সাধু' 'আদি অসমীয়া শব্দ' আৰু অন্যান্য পুথি প্ৰকাশিত হৈছে। বৰ্ত্তমান কটন কলেজৰ ছাত্ৰ।

শ্ৰীভৃগুমোহন গোস্বামী : উত্তৰ গুৱাহাটী কলেজৰ অসমীয়া অধ্যাপক শ্ৰীভৃগুমোহন গোস্বামীয়ে অসমীয়া বাতৰিকাকত আৰু আলোচনীত বিভিন্ন প্ৰবন্ধপাতি লেখিছে।

**শ্ৰীমণিৰাভা :** অনাতাঁৰ শিল্পী শ্ৰীমণিৰাভাই গাৰো পাহাৰত শিক্ষকতা কৰাৰ লগে লগে সাহিত্যসেৱা আৰু সমাজসেৱা এই দুয়োটাই সমানে চলাই আছে।

**শ্ৰীস্বৰ্ণ গোস্বামী ( মহন্ত ) :** গল্প, কবিতাৰ ৰচয়িত্ৰী শ্ৰীস্বৰ্ণ গোস্বামীৰ ( মহন্ত ) 'গধূলিতে গধূলিতে দবা কোবায়' নামৰ পুথিখনে ভাৰত চৰকাৰৰ পুৰস্কাৰ লাভ কৰিছে।

**শ্ৰীনৱকুমাৰ ভূঞা :** কলিয়াবৰৰ নীৰৱ সাহিত্যসেৱী শ্ৰীনৱকুমাৰ ভূঞা শিক্ষক আৰু এজন আদৰ্শ সমাজকৰ্ম্মী।

**শ্ৰীতোৰেশ্বৰ শৰ্ম্মা :** ডেকা সাহিত্যসেৱী শ্ৰীতোষেশ্বৰ শৰ্ম্মা নগাওঁ ডচন উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক। তেখেতৰ প্ৰবন্ধ আদি বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ পাইছে।

**শ্ৰীডম্বৰু কাকতী :** শ্ৰীডম্বৰু কাকতী নতুন চাম অসমীয়া লেখকৰ ভিতৰত এজন সমাজ-সচেতন প্ৰৱন্ধ-লেখক। বৰ্ত্তমান শিৱসাগৰ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক।

# ভুল শুধৰণি

| পৃঃ | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| /০ | ১৬ | ঐ।ণ | ঐৰস |
| | ১৯ | -ত্তিকা | মাত্তিকা |
| ৶০ | ২ | অসমায়া ক | অসমীয়া |
| | ৩ | সহপাঠী | সহপাঠী ছাত্ৰ |
| ।/০ | ২৭ | ঘাট-প্ৰতিঘাট | ঘাত-প্ৰতিঘাত |
| ২১৪ | ২৪ | বাতৰি কাক ত, | বাতৰি-কাকৃতত |
| ২১৫ | ২০ | ৰ ৰাজা পদ | ৰ ৰাজ্য শিক্ষকৰ পদ |
| ২১৬ | ৯ | শ্ৰীহোমেন | শ্ৰীহোমেন বৰগোহাঞি |
| ২১৮ | ৯ | শ্ৰীভোবেশ্বৰ | শ্ৰীতোৰেশ্বৰ |

১৭১ এই পৃষ্ঠাত "কিতাপখনৰ য'তে পতা যায় ত'তে আমোদ" বোলা বাক্যতেই ডাঃ প্ৰফুল্ল দত্ত গোস্বামীৰ প্ৰবন্ধ শেষ হ'ব। ইয়াৰ পাচৰখিনি কলিকতাত শ্ৰীযুত বেণুধৰ শৰ্ম্মাক দিয়া অভিনন্দনৰ বিষয়ে "আমাৰ প্ৰতিনিধি"'ত ওলোৱা বিৱৰণ বুলি পাঠকসকলে পঢ়িব।

—সংকলয়িতা